


# অসম
# লেখক-কোষ

## দ্বিতীয় খণ্ড



অসম সাহিত্য সভা

# অসম লেখক-কোষ

## দ্বিতীয় খণ্ড (আধুনিক ভাগ)

(আদি বৃটিছ যুগ, অৰুণোদই আৰু প্ৰাক্-জোনাকী যুগ)


মুখ্য সম্পাদক

কনক চন্দ্ৰ শৰ্মা

সম্পাদক

ড° প্ৰফুল্ল কুমাৰ নাথ






**অসম সাহিত্য সভা**

চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট

**Asom Lekhok Kosh** : Encyclopeadia of Assamese writers, published by Dr. Paramananda Rajbongshi, General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhawan, Jorhat-1

গ্ৰন্থস্বত্ব
অসম সাহিত্য সভা

প্ৰথম প্ৰকাশ ঃ
২০১২ খ্ৰীষ্টাব্দ

প্ৰকাশক ঃ ড° পৰমানন্দ ৰাজবংশী
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট-১

এই খণ্ডৰ সম্পাদনা সমিতি ঃ
মুখ্য সম্পাদক ঃ কনক চন্দ্ৰ শৰ্মা
সম্পাদক ঃ ড° প্ৰফুল্ল কুমাৰ নাথ
সহকাৰী ঃ বৰ্ণালী ডেকা, দীপ্তি ভৰালী ডেকা

বেটুপাত
মনজিৎ ৰাজখোৱা

অক্ষৰ বিন্যাস
কবিতা বৰা নেওগ

মূল্য ঃ ১৮০.০০ টকা

মুদ্ৰণ ঃ
ভবানী প্ৰিন্ট এণ্ড পাব্লিকেশ্যনচ
ৰাজগড় ৰোড, গুৱাহাটী-৭৮১০০৭

## প্ৰধান সম্পাদকৰ এষাৰ

অসমীয়া সাহিত্যৰ প্ৰকৃতাৰ্থত সম্পূৰ্ণ তথা বিজ্ঞানসন্মত বুৰঞ্জী তেতিয়াহে সম্ভৱ যেতিয়া প্ৰত্যেকগৰাকী লেখকৰ জীৱন-পঞ্জী তথা সাহিত্যকৃতিক সামৰিব পৰা যায়। ইয়াৰ লগত জড়িত হৈ আছে প্ৰাচীন সাহিত্যখিনিৰ পাঠ সমীক্ষিত (Textual Criticism) ৰূপটো।

যেতিয়া পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে সম্পূৰ্ণ একক প্ৰচেষ্টাৰে অসমৰ ইমূৰৰ পৰা সিমূৰলৈ অসমীয়া প্ৰাচীন গ্ৰন্থৰ পাণ্ডুলিপি বিচাৰি ফুৰিছিল সেয়াই আছিল অসমীয়া সাহিত্যৰ বুৰঞ্জী সৃষ্টিৰ পাতনি। অসমীয়া সাহিত্যৰ চানেকি সেয়ে আমাৰ বাবে পৰম সম্পদ। তাৰ পাছত দেবেন্দ্ৰনাথ বেজবৰুৱা, ডিম্বেশ্বৰ নেওগে একক প্ৰচেষ্টাৰে অসমীয়া সাহিত্যৰ বুৰঞ্জী লিখিলে যদিও ড° সত্যেন্দ্ৰনাথ শৰ্মা আৰু ড° মহেশ্বৰ নেওগে প্ৰকৃতাৰ্থত পৰিপূৰ্ণ নহ'লেও গ্ৰহণযোগ্য অসমীয়া সাহিত্যৰ বুৰঞ্জী আমাক উপহাৰ দিলে। এইসকল ব্যক্তিয়ে সম্পূৰ্ণ একক প্ৰচেষ্টাৰে এই কামখিনি সম্পূৰ্ণ নকৰিলে আজি অসমীয়া সাহিত্যক আমি এনে প্ৰণালীবদ্ধ, সমৃদ্ধিশালী ৰূপত নাপালোঁহেঁতেন। সেয়ে উল্লিখিত ব্যক্তিসকল আমাৰ বাবে চিৰ নমস্য সৰ্বকালৰ বাবে।

আটাইতকৈ গুৰুত্বপূৰ্ণ কথা এচাম প্ৰচাৰ বিমুখ নীৰৱ ব্যক্তিয়ে অসমৰ চুকে-কোণে সাহিত্যৰ সাধনা কৰিয়েই আছে। ইয়াৰ মাজত বহু মানসম্পন্ন সাহিত্যকৰ্মও আছে। তেনে সকলো ব্যক্তিক একক প্ৰচেষ্টাৰে সাহিত্যৰ বুৰঞ্জী লিখোঁতাসকলে ঢুকি পোৱাটো যথেষ্ট কষ্টসাধ্য।

অসম সাহিত্য সভা বিশ্বৰ সৰ্ববৃহৎ সু-সংগঠিত সাহিত্য সংগঠন। অসমৰ চুকে-কোণে থকা এই নীৰৱ সাধকসকলক ঢুকি পোৱাটো সম্ভৱ কেৱল শাখা সভাৰ জৰিয়তেহে।

ভৱিষ্যতে এখন বিজ্ঞানসন্মত পৰিপূৰ্ণ অসমীয়া সাহিত্যৰ বুৰঞ্জী

প্ৰণয়নৰ স্বাৰ্থত অসম সাহিত্য সভাৰ এইবেলিৰ মাননীয় সভাপতি পদ্মশ্ৰী ৰংবং তেৰাঙৰ নেতৃত্বত কাৰ্যনিৰ্বাহকখনে **অসম লেখক-কোষ** প্ৰকল্প আৰম্ভ কৰে। এই প্ৰকল্পক বাস্তৱ ৰূপ দিয়াৰ বাবে সভাই নিম্নলিখিত ব্যক্তিসকলক লৈ এখন সম্পাদনা সমিতি গঠন কৰি দিছিল। সভাপতি ঃ হৰিশ সোণোৱাল, কাৰ্যকৰী সভাপতি ঃ তবিউল হুছেইন, উপ-সভাপতি ঃ হৰিপ্ৰসাদ চলিহা, ভুৱনেশ্বৰ ডেকা, ড° প্ৰফুল্ল কুমাৰ নাথ, ড° ইব্ৰাত আলী।

**অসম লেখক-কোষৰ** প্ৰথম খণ্ডটিৰ কাম কাজ আগবঢ়াই নিয়াৰ পাছত দেখা গ'ল প্ৰায় পাঁচটা খণ্ডতহে সমগ্ৰ লেখক-কোষৰ প্ৰাথমিক পৰ্যায়ৰ কাম সম্ভৱ কৰিব পৰা হ'ব। কামবোৰ যাতে সোনকালে নিয়াৰিকৈ সম্পন্ন কৰিব পৰা যায় ইয়াৰ বাবে প্ৰথম খণ্ডটিৰ মুখ্য সম্পাদক পৱন কুমাৰ বৰুৱা, সম্পাদক অৰূপা বৰুৱা, দ্বিতীয় খণ্ডৰ মুখ্য সম্পাদক কনক চন্দ্ৰ শৰ্মা, সম্পাদক ড° প্ৰফুল্ল কুমাৰ নাথ, তৃতীয় খণ্ডৰ মুখ্য সম্পাদক ড° নমিতা ডেকা, সম্পাদক মঞ্জু দত্তবৰুৱা, চতুৰ্থ খণ্ডৰ মুখ্য সম্পাদক ভৱানী প্ৰসাদ আধিকাৰী, সম্পাদক ড° ইব্ৰাত আলী, পঞ্চম খণ্ডৰ মুখ্য সম্পাদক ড° পৰমানন্দ ৰাজবংশী, সম্পাদক ড° লিপিকা তালুকদাৰক দায়িত্ব দিয়া হয়। এইসকল মুখ্য সম্পাদক আৰু সম্পাদকৰ অধীনত কেইবাগৰাকী সহযোগী সম্পাদক, সহকাৰী সম্পাদকক নিযুক্তি দিয়া হয়। প্ৰতিটো খণ্ডৰ কাম নিয়াৰিকৈ চলিছিল যদিও চতুৰ্থ খণ্ডটিৰ কামত বিশেষ মনোযোগ নিদিলে শ্ৰী অধিকাৰীয়ে। ইতিমধ্যে সভাৰ নিয়মাৱলী বিৰুদ্ধ কাম কৰাৰ বাবে তেখেতক সভাৰ পৰা অপসাৰণ কৰাৰ লগতে মুখ্য সম্পাদকৰ পৰাও আঁতৰাই দিয়াত মাননীয় উপ সভাপতি কনক চন্দ্ৰ শৰ্মা, ড° প্ৰফুল্ল কুমাৰ নাথক সেই খণ্ডৰ সম্পাদক ড° ইব্ৰাত আলীক সহায় কৰিবলৈ কোৱা হৈছে।

সভাই এখন প্ৰ-পত্ৰ প্ৰস্তুত কৰি প্ৰত্যেকখন জিলা সভাৰ জৰিয়তে লেখকসকলৰ বিৱৰণ সংগ্ৰহ কৰাৰ ব্যৱস্থা গ্ৰহণ কৰিছিল। বহু জিলাই নিষ্ঠাসহকাৰে এই কামখিনি কৰিলে যদিও আন কেইবাখনো জিলাই নিয়াৰিকৈ কামখিনি নকৰাত অসমৰ ভিতৰুৱা স্থানৰ বহু লেখকৰ নাম হয়তো সন্নিৱিষ্ট নহ'বও পাৰে।

অসম লেখক-কোষ

অকল এয়ে নহয় সভাই বিভিন্ন সংবাদ মাধ্যমত বিজ্ঞাপন, বাতৰি প্ৰকাশেৰে লেখকসকলৰ নাম সংগ্ৰহৰো প্ৰচেষ্টা চলাইছিল।

এচাম প্ৰতিষ্ঠিত লেখকে এই লেখক-কোষৰ প্ৰতি কৰা অনীহাও প্ৰসংগক্ৰমে উল্লেখযোগ্য।

প্ৰাৰম্ভিক পৰ্যায়ত সম্পাদনা সমিতিয়ে নিজস্বভাৱে লেখকৰ জীৱন-পঞ্জী সংগ্ৰহ কৰিছে।

**অসম লেখক-কোষ পাঁচটা খণ্ড সদ্যহতে আমি প্ৰকাশ কৰিছোঁ যদিও অতি শীঘ্ৰে এবছৰৰ ভিতৰতে সভাই পৰিবৰ্ধিত আৰু সংশোধনী ৰূপত দ্বিতীয় সংস্কৰণ প্ৰকাশৰ বাবে প্ৰস্তুত।**

**সেয়ে যিসকলৰ নাম ইয়াত সন্নিৱিষ্ট নহ'ল অথবা অসাৱধানবশতঃ কিবা ভুল তথ্য থাকিল, সেয়াও সহৃদয় পাঠকে আঙুলিয়াই দিলে আমি পৰৱৰ্তী সংস্কৰণত অন্তৰ্ভুক্ত কৰিম।**

এই লেখক-কোষ সম্পূৰ্ণভাবে ৰাইজৰ হাতত তুলি দিয়াৰ বাবে সম্পাদনা সমিতিৰ প্ৰত্যেকগৰাকী ব্যক্তি, সংগ্ৰহকাৰী সংশ্লিষ্ট জিলা সভাৰ কৰ্মকৰ্তা, সভাৰ গুৱাহাটী কাৰ্যালয়ৰ কৰ্মচাৰীবৃন্দ, সমন্বয়ক মনোজ কুমাৰ দাস প্ৰমুখ্যে আটাইলৈ শলাগ জ্ঞাপন কৰিলোঁ এই চেগতে।

**চিৰ চেনেহী মোৰ ভাষা জননী!**

**২৫ ডিচেম্বৰ, ২০১১ খ্ৰী.** **পৰমানন্দ ৰাজবংশী**

## মুখ্য সম্পাদকৰ নিবেদন

অসম সাহিত্য সভাই ২০০৯-২০১১ খ্রীষ্টাব্দৰ কাৰ্যকালৰ ভিতৰত গ্ৰন্থ প্ৰকাশৰ বাবে গ্ৰহণ কৰা কেইবাটাও অভিলাষী আঁচনিৰ ভিতৰত অসমৰ লেখকসকলৰ লেখক-পঞ্জী প্ৰস্তুত কৰা চিন্তা অন্যতম প্ৰধান চিন্তা আছিল। প্ৰথমে এই উদ্দেশ্যে এক সম্পাদনা সমিতি গঠন কৰি চৰ্যাপদৰ কালৰপৰা আধুনিক কাললৈকে এখন গ্ৰন্থ প্ৰকাশৰ চিন্তা কৰা হৈছিল যদিও পাছলৈ ২০১০ খ্ৰী.ত ইয়াক খণ্ড খণ্ডকৈ 'লেখক-কোষ' ৰূপে প্ৰকাশ কৰাৰ কল্পনা কৰা হ'ল আৰু ভৱিষ্যতৰ বাবে অসমীয়া সাহিত্যৰ বুৰঞ্জী প্ৰণয়ন আৰু গৱেষণা সুবিধাজনক কৰাৰ প্ৰতি লক্ষ্য ৰাখি যুগ-বিভাজনৰ আধাৰত লেখকসকলৰ প্ৰবিষ্টি-প্ৰস্তুতিৰ কথা চিন্তা কৰা হ'ল। খণ্ড-বিভাজনৰ দায়িত্ব এই অভাজনৰ ওপৰত অৰ্পিত হ'ল আৰু আমিও সাহিত্যৰ যুগ প্ৰৱৰ্ত্তক অসমৰ আলোচনীকেইখনৰ আধাৰতে নিম্নোক্তভাৱে খণ্ডসমূহৰ বিভাজন কৰি প্ৰস্তুতি-কৰ্ম আৰম্ভ কৰোঁ।

**প্ৰথম খণ্ড** ঃ চৰ্যাপদৰ কালৰপৰা খ্ৰী. অষ্টাদশ শতিকাৰ শেষলৈকে অৰ্থাৎ আধুনিক যুগৰ আৰম্ভণিলৈকে বা আৰম্ভণিৰ আগলৈকে।

**দ্বিতীয় খণ্ড** ঃ আদি বৃটিছ যুগ, 'অৰুণোদই' স্তৰ, প্ৰাক্-জোনাকী যুগ অৰ্থাৎ সমগ্ৰ উনবিংশ শতিকাৰ কাল (১৯০০ খ্ৰী.লৈকে)।

**তৃতীয় খণ্ড** ঃ বেজবৰুৱা যুগ—জোনাকী স্তৰ, আৱাহন যুগ (১৯৪০ খ্ৰী.লৈকে)

**চতুৰ্থ খণ্ড** ঃ যুদ্ধোত্তৰ-স্বৰাজোত্তৰ যুগ (জয়ন্তী, পছোৱা, ৰামধেনু-মণিদীপ স্তৰ, অৰ্থাৎ ১৯৭০ খ্ৰী.লৈকে)

**পঞ্চম খণ্ড** ঃ সাম্প্ৰতিক যুগ (১৯৭০ খ্ৰী.ৰ পৰা বৰ্তমানলৈকে)।

প্ৰত্যেকটো খণ্ডৰ বাবে সুকীয়াকৈ মুখ্য সম্পাদক, সম্পাদক আৰু



সহযোগী সম্পাদক নিযুক্ত কৰি লেখক-কোষৰ কামত আগবঢ়া হৈছে। এই কাৰ্যকালৰ ভিতৰতে খণ্ডকেইটা প্ৰকাশৰ বাবে প্ৰয়াস কৰাত কাম খৰতকীয়া হৈছে আৰু ক্ৰুটি-বিচ্যুতিও ঘটিছে। সেইবাবে সহৃদয় পাঠকৰ ওচৰত আমাৰ আগতীয়া ক্ষমা প্ৰাৰ্থনাও আছে।

দ্বিতীয় খণ্ডৰ বাবে ২০১০ বৰ্ষৰ শেষৰ ফালে আমাক মুখ্য সম্পাদকৰ দায়িত্ব দিয়া হ'ল আৰু সেই মতে ড° প্ৰফুল্ল কুমাৰ নাথক সম্পাদকৰূপে লৈ কামত আগবঢ়া হ'ল।

উনবিংশ শতিকাৰ অসমীয়া সাহিত্যৰ ক্ষেত্ৰখনলৈ লক্ষ্য কৰি আমি প্ৰবিষ্টিৰ ক্ষেত্ৰত পৃথক অধ্যায়-বিভাজনৰ জৰিয়তে এই লেখক-কোষৰ কল্পনা কৰিলোঁ। **প্ৰাচীন পৰম্পৰাৰ অসমীয়া লেখক আৰু 'অৰুণোদই' বৃত্তৰ লেখকসকলক সামৰি 'প্ৰথম অধ্যায়', পৰম্পৰাগত সংস্কৃত পণ্ডিত লেখকসকলৰ সংস্কৃত-অসমীয়া সৃষ্টিক সামৰি এই কালৰ তেনে লেখকসকল, আদি বৃটিছ যুগৰ সামৰিক-অসামৰিক বিষয়াসকলৰ দ্বাৰা ৰচিত অসম সম্পৰ্কে ইতিহাস-সমাজ বা ভাষা বিষয়ৰ বিৱৰণ আৰু ইতিহাসক সামৰি সেই লেখকসকলৰ বাবে ক্ৰমে 'দ্বিতীয় অধ্যায়' আৰু 'তৃতীয় অধ্যায়' প্ৰস্তুত কৰা হ'ল।** দ্বিতীয় অধ্যায়ত সন্নিৱিষ্ট অসমীয়া সংস্কৃত পণ্ডিতসকলৰ পৰিচয় আৰু তেওঁলোকৰ ৰচিত পুথি সম্পৰ্কে কোনো তথ্য নিয়াৰিকৈ পোৱা নাযায়। আমি নিজেই বহু উৎসৰ পৰা অনুসন্ধান কৰি প্ৰবিষ্টিত এইসকলৰ কথা চমুকৈ হ'লেও লিপিবদ্ধ কৰিবলৈ প্ৰয়াস কৰিছোঁ। 'চতুৰ্থ অধ্যায়'ত ঊনবিংশ শতিকাত অসমত প্ৰকাশ হোৱা আলোচনীসমূহ আৰু 'অৰুণোদই' সম্পৰ্কে কিছু বিস্তাৰিতভাৱে আলোচনা কৰা হৈছে। এই আটাইখিনি তথ্য আৰু সংবাদৰ জৰিয়তে উনবিংশ শতিকাত সৃষ্টি হোৱা অসমীয়া ভাষা-সাহিত্যৰ লেখকসকল আৰু তেওঁলোকৰ কৃতি সম্পৰ্কে থাউকতে এটা সম্যক ধাৰণা পাঠক আৰু গৱেষকসকলে গ্ৰহণ কৰিবলৈ সমৰ্থ হ'ব বুলি আশা কৰা হৈছে।

নিৰ্দিষ্ট সময়সূচীৰ ভিতৰত লৰালৰিকৈ কাম সম্পূৰ্ণ কৰিবলগীয়া হোৱাত এইখিনি কথাও নিশ্চয়কৈ উল্লেখ কৰিব লাগিব যে প্ৰবিষ্টিৰ

ভিতৰত থকা একাধিক লেখকৰ হয়তো খুব সীমিত তথ্যহে সংগ্ৰহ কৰিব পৰা হৈছিল। তেনে অৱস্থাত বহুতৰে জন্ম-মৃত্যুৰ সময় পাব পৰা হোৱা নাই যদিও তেওঁলোক এই শতিকাৰ লেখক আছিল। বহুতৰে নামটোহে 'অৰুণোদই' অথবা অন্যান্য গ্ৰন্থৰ মাজত পোৱা হৈছে—সেইসকলক ভৱিষ্যত গৱেষকে নিশ্চয় উলিয়াই আনিবলৈ সক্ষম হ'ব। তেনেকৈ তৃতীয় অধ্যায়ৰ কোনো কোনো বৃটিছ বিষয়া লেখকসকলৰ ক্ষেত্ৰতো জন্ম, মৃত্যুকে ধৰি কিছু সংবাদ এনে সীমাবদ্ধতাৰ বাবে দিব পৰা নাই।

তদুপৰি উল্লেখ্য এই এশ বছৰৰ আৰু কোনো কোনো লেখক অন্তৰ্ভুক্ত নোহোৱাকৈ থাকিব পাৰে। সদাশয় পাঠক-গৱেষকে আমাক আঙুলিয়াই দিলে পৰৱৰ্তী মুদ্ৰণ/সংস্কৰণত অধিক বিস্তৃত আৰু উন্নতৰূপত ইয়াক পৰিৱেশন কৰাৰ আমি আশা ৰাখিছোঁ।

১৯৭৮ খ্ৰীষ্টাব্দত অসম সাহিত্য সভাই যতীন্দ্ৰনাথ গোস্বামীদেৱৰ সম্পাদনাত 'অসম সাহিত্য সভা পত্ৰিকা'ৰ এখন প্ৰবন্ধ-পঞ্জী প্ৰস্তুত কৰিছিল। তাৰ আগতে ১৯৫৫ খ্ৰী.ত অসম সাহিত্য সভাই তেতিয়ালৈকে 'অসমীয়া আলোচনীত প্ৰকাশিত এখন *'বুৰঞ্জীমূলক প্ৰবন্ধাৱলীৰ তালিকা'* ড° সূৰ্য কুমাৰ ভূঞাদেৱৰ সম্পাদনাত প্ৰকাশ কৰিছিল। ড° ভূঞাদেৱ সেই সময়ত নিজেই অসম সাহিত্য সভাৰ সভাপতি আছিল। এই প্ৰচেষ্টা আছিল অভিনৱ আৰু সেই তালিকা গ্ৰন্থখনো আছিল প্ৰথম ভাগহে। ড° ভূঞাদেৱে 'সম্পাদকৰ নিবেদন'ত অন্যান্য কথাৰ উপৰি নিম্নোক্ত কথাখিনি লিখিছিল ঃ

*"অসমীয়া প্ৰবন্ধাৱলীৰ তালিকা যুগুত কৰাৰ লগে লগে, বা এই কাৰ্যৰ সমাপ্তিত, অসম বুৰঞ্জী সম্পৰ্কীয় আন আন তালিকাৰ কামো অসম সাহিত্য সভাই হাতত ল'ব পাৰিব, যথা অসমীয়া ভাষাত ৰচিত গ্ৰন্থাৱলীৰ নাম, ইংৰাজী ভাষাত ৰচিত প্ৰবন্ধাৱলী আৰু গ্ৰন্থাৱলীৰ নাম।....."*

আজি আমি ক'ব পাৰিম যে তেখেতৰ সেই পৱিত্ৰ কল্পনা বা সপোন আমি বহু পৰিমাণে 'লেখক-কোষ' সৃষ্টিৰ জৰিয়তে বাস্তৱায়িত কৰিবলৈ প্ৰয়াস কৰিছোঁ। ড° ভূঞাদেৱে সেইখন তালিকাৰ গ্ৰন্থৰ *নিবেদনতে*



এগৰাকী ইংৰাজ ঐতিহাসিকৰ উদ্ধৃতি এনেদৰে দিছিল—

"He who would write a flawless book writes nothing. Even the most imperfect book, if it breaks fresh ground, may, though itself doomed to oblivion, prepare the way for a better." [Professor E. G. Browne, Cambridge]

কোনো গ্ৰন্থ অতিশয় দোষমুক্ত হ'লেও যদি ই নতুন গ্ৰন্থৰ বা গৱেষণাৰ বাট মুকলি কৰি দিব পাৰে তেনেহ'লে সেই অসম্পূৰ্ণ গ্ৰন্থ সোঁতত বিলীন হৈ গ'লেও তাৰ মূল্য থাকি যায়। অসম সাহিত্য সভাই এই 'লেখক-কোষ'ৰ ভৱিষ্যতৰ মূল্যায়নতো নিশ্চয় এই উদ্ধৃতিৰেই আশ্ৰয় ল'ব।

**খ্ৰীষ্টীয় ঊনবিংশ শতাব্দীৰ অসমীয়া আৰু অসমৰ সাহিত্যৰ গতি-প্ৰকৃতি ঃ**

এই শতিকাৰ অসমৰ ভাষা-সাহিত্য আৰু লেখকসকলৰ কিছু কথা সম্পাদক ড° প্ৰফুল্ল কুমাৰ নাথেও সম্পাদকীয়ত লিখিছে। কিন্তু বিশেষভাৱে উল্লেখনীয় যে এই ঊনবিংশ খ্ৰীষ্টাব্দটো অসমৰ ভাষা-সাহিত্য আৰু সমাজ-ইতিহাসত অতিশয় দুৰ্যোগপূৰ্ণ আৰু সন্ধিক্ষণৰ যুগ আছিল। পুৰণি-নতুনৰ সন্ধিক্ষণ আৰু দ্বন্দ্ব-সংশয়, মিশ্ৰিত ধ্যান-ধাৰণাৰ প্ৰভাৱসিক্ত পৰীক্ষা-নিৰীক্ষা, বিকাশ আৰু বিকাশৰ মাজত থকা ব্যৱধান, পৰিৱৰ্তন আৰু সংৰক্ষণশীলতা, ৰাজনৈতিক আৰু সামাজিক জীৱনধাৰা আৰু প্ৰশাসনীয় ব্যৱস্থাত এক অভূতপূৰ্ব ওলট-পালট, ভৌগোলিকভাৱে জাতীয় সীমাখণ্ডৰ সঘন পৰিৱৰ্তন আৰু তাৰ দ্বাৰা জাতীয় অখণ্ডতাৰ সৃষ্টিত অন্তৰায়— এই সকলো দিশৰপৰা এই এশ বছৰৰ কালটো আছিল তদানীন্তন অস্থিৰতা আৰু চঞ্চলতাৰ যুগ। সাহিত্য-সৃষ্টিত নতুন চিন্তাশীলতা আৰু আংগিক কৌশলৰ প্ৰয়োগৰ বাবে যুগটো মুঠেও অনুকূল হৈ উঠা নাছিল। এহাতে আছিল জাতীয় আত্মৰক্ষা আৰু আত্মপ্ৰতিষ্ঠাৰ সংগ্ৰাম আৰু আনহাতে বিধ্বস্ত জাতীয় জীৱনক স্বকীয়তাৰ ভিত্তিত কাৰোবাৰ

আশ্ৰয়ত গতিশীল কৰি তোলাৰ বাবে নেতৃত্বৰ প্ৰয়োজনীয়তা। আকৌ বৃটিছ-আগমনক কেন্দ্ৰ কৰি আধুনিকতাৰ আলোকযাত্ৰী হ'বলৈ হ'লেও তাৰ প্ৰতিবন্ধক হৈ থিয় দি আছিল দুৰ্বল হ'লেও সংৰক্ষণশীলতাৰ কঠিন প্ৰভাৱ। ৰাজনৈতিকভাৱে মোৱামৰীয়া বিদ্ৰোহ (১৭৬৯-৯৪ খ্ৰী.) আৰু দন্দুৱা দ্ৰোহ (১৮১০ খ্ৰী.) ৰ পাছত মানৰ তৃতীয়বাৰৰ আক্ৰমণ, ধ্বংস আৰু অপশাসনলৈকে (খ্ৰী. ১৮১৬-১৮২৪) অসমৰ সমাজ জীৱনত যি কাল-ধুমুহাৰ সৃষ্টি হৈছিল, তেনে দুৰ্যোগৰ তুলনা অসমৰ ইতিহাসত কোনো কালে হোৱা নাছিল। প্ৰকৃততে মানৰ তিনিবাৰৰ আক্ৰমণৰ ফলতে অসমৰ খিলঞ্জীয়া জনসংখ্যা একেবাৰে কমি গৈছিল। তাৰ ক্ষয়িষ্ণু প্ৰভাৱেই আজিও জনসংখ্যা গাঁথনি আৰু অসমবাসীৰ অস্তিত্বত প্ৰতিকূল প্ৰভাৱ পেলাই আছে। ইয়াণ্ডাবু সন্ধিৰে (১৮২৬ খ্ৰী.) বৃটিছৰ ইষ্ট ইণ্ডিয়া কোম্পানীয়ে অসমক নিজৰ দখললৈ অনাত শেষত বাচি থকা অসমবাসীয়ে ইংৰাজসকলক ত্ৰাণকৰ্ত্তাৰূপত অৱলোকন কৰিলে।

বিধ্বস্তৰূপত দুৰ্বল হৈ পৰা অসমীয়া সমাজখনক সামাজিক আৰু ৰাজনৈতিকৰূপত নতুনকৈ গঠন কৰাৰ প্ৰয়োজন হৈছিল যদিও দক্ষ ৰজা, প্ৰশাসনীয় বিষয়া অথবা নেতাৰ অভাৱত প্ৰশাসনীয় ইংৰাজ বিষয়াই নিজৰ অভিজ্ঞতা, অধ্যয়ন আৰু ধাৰণাৰ ভিত্তিতে ৰাজ্যৰ প্ৰশাসনৰ দণ্ড হাতত ল'লে আৰু প্ৰথম মুখ্য প্ৰশাসনীয় বিষয়াৰূপে কমিচনাৰ ডেভিদ স্কট নিযুক্ত হ'ল। তেওঁ দীৰ্ঘদিন জীয়াই থকা হ'লে এই প্ৰশাসনীয় পৰীক্ষামূলক যুগৰ অসমীয়া সমাজখনে হয়তো অন্য এক দিশলৈ গতি কৰিলেহেঁতেন। কিন্তু তেওঁৰ পৰৱৰ্তী বিষয়াসকলে সম্পূৰ্ণ বৃটিছ কোম্পানীৰ নিৰ্দিষ্ট নীতি আৰু দৰ্শনেৰে অসমত বৃটিছৰাজ দৃঢ়কৈ প্ৰতিষ্ঠা কৰিলে।

বাহ্যিক আৰু বহিৰংগৰূপত এই প্ৰশাসনৰ এনে বিধি-ব্যৱস্থাৰ প্ৰথম বলি হ'ল অসমীয়া ভাষা। ১৮৩৬ খ্ৰী.ৰ পৰা অসমীয়া ভাষাক আদালত আৰু শিক্ষা জগতৰপৰা আঁতৰাই বাংলা ভাষাক চৰকাৰী ভাষা কৰা হ'ল। এই ব্যৱস্থা চলি থাকিল ১৮৭৪ খ্ৰী.লৈকে। অসমীয়া ভাষাৰ নিজস্ব অন্তৰংগ শক্তি, প্ৰাচীন সমৃদ্ধি, বৈষ্ণৱ ধৰ্মীয় সাহিত্য-সম্ভাৰ, আহোম আৰু



কোচ ৰাজকীয় পৃষ্ঠপোষকতাৰে সৃষ্ট অসমীয়া আৰু সংস্কৃত সাহিত্যাদি, সংস্কৃত শিক্ষাৰ লোক-স্থিতিৰ ফলত থকা অসমীয়া ভাষাৰ ওপৰত প্ৰভাৱ আৰু লোক-সমাজত অসমীয়া ভাষাৰ স্থায়ী প্ৰচলনৰ প্ৰভাৱ দৃঢ়ভাৱে থকাত তাৰ আধাৰত অসমৰ নতুন শিক্ষাত শিক্ষিত কেইগৰাকীমান সিংহপুৰুষে গৰ্জি উঠাত বৃটিছ প্ৰশাসনে পুনৰ অসমীয়া ভাষাক নিজৰ স্থৃত মৰ্যাদা ঘূৰাই দিবলৈ বাধ্য হ'ল। অৱশ্যে পুৱাৰ নতুন সূৰ্যই পোহৰ পেলোৱাৰ দৰে ইতিমধ্যে আদি বৃটিছ যুগতে অসমলৈ খ্ৰীষ্ট ধৰ্মৰ প্ৰচাৰৰ বাবে আমেৰিকাৰ ব্যাপ্টিষ্ট মিছনেৰীসকলে আহি অসমীয়া ভাষাৰ স্বতন্ত্ৰতা লক্ষ্য কৰি আৰু ইয়াৰ প্ৰভাৱ লোক-সমাজত দেখিবলৈ পাই শিৱসাগৰ অঞ্চলত প্ৰচলিত কথ্য অসমীয়া ভাষাতে লিখন আৰু ধৰ্ম প্ৰচাৰ আৰম্ভ কৰিলে। এইক্ষেত্ৰত 'অৰুণোদই' আলোচনীৰ আৱিৰ্ভাৱ এক যুগান্তকাৰী ঘটনা। পৰোক্ষভাৱে বৃটিছ প্ৰশাসনক এই কাৰ্যই যথেষ্টভাৱে প্ৰভাবান্বিত কৰিছিল আৰু অসমীয়া ভাষাৰ স্থিতি তেওঁলোকে স্বীকাৰ কৰাই নহয়, শেষত অসমীয়া ভাষাৰ সাহিত্য, ব্যাকৰণ, অভিধান আৰু পাঠ্যপুথি ৰচনাত সহায় কৰিবলৈ বৃটিছ চৰকাৰ সক্ৰিয়ভাৱে আগবাঢ়ি আহিছিল। ়নে বিতং আৰু বিস্তৃত বিৱৰণ আমাৰ সাহিত্যৰ বুৰঞ্জী আৰু অন্যান্য স্থানত লিপিবদ্ধ হৈ আছে।

শিক্ষা-ব্যৱস্থাৰ ক্ষেত্ৰতো এক অস্থিৰ অৱস্থাৰ পৰিৱেশৰ সূচনা হৈছিল। আদি বৃটিছ যুগতে বৃটিছ বিষয়াসকলে ৰাজ্যত প্ৰাচীন পদ্ধতিৰ টোলীয় শিক্ষাৰ প্ৰচলন দেখা পাইছিল। ডেভিদ স্কট চাহাবে থলুৱা শিক্ষা-পদ্ধতিৰে অসমত ১১ খন বিদ্যালয় প্ৰতিষ্ঠাৰ বাবে উৰ্দ্ধতন কৰ্তৃপক্ষৰ অনুমোদন পাইছিল। কিন্তু তেনে বিদ্যালয়ৰ থলুৱা শিক্ষাৰে বৃটিছ প্ৰশাসনৰ সুবিধা নহাত ইংৰাজী শিক্ষাৰে আধুনিকভাৱে শিক্ষা-প্ৰচলনত জোৰ দিয়া হ'ল আৰু ইংৰাজী শিক্ষাৰ বিদ্যালয় প্ৰতিষ্ঠা হ'বলৈ ধৰিলে। ইয়াৰ ফলত বহুতো ছাত্ৰই ইংৰাজী শিক্ষাত শিক্ষিত হৈ ওলাই আহিবৰ সুবিধা হ'ল যদিও, পৰম্পৰাগত টোলসমূহত সংস্কৃত শিক্ষা-প্ৰচলনতো বিশেষ বাধা হোৱা নাছিল। কাৰণ প্ৰাচীন সংৰক্ষণপন্থী ভাবধাৰা গাঁওসমূহত অব্যাহত

থকাত ইংৰাজী-অধ্যয়নত উচ্চ বৰ্ণৰ পৰিয়ালসকল ইচ্ছুক নাছিল। টোলীয় শিক্ষাত অসমীয়া প্ৰাচীন সাহিত্য, বৈষ্ণৱ সাহিত্যৰ ভাষা-সাহিত্য আৰু সংস্কৃত শিক্ষাৰ প্ৰভাৱ আৰু চৰ্চা আছিল। নামনি অসমত এনে শিক্ষাৰ ব্যাপকতা আছিল। গতিকে সংস্কৃত পণ্ডিতসকলে সংস্কৃত আৰু প্ৰাচীন অসমীয়া পদ্যৰ ভাষাত এই শতিকাত কিছু পৰিমাণে সাহিত্যৰ সৃষ্টি কৰি প্ৰাচীন ধাৰা ৰক্ষা কৰি আছিল। কামৰূপত এই শতিকাতে বহুত বিদগ্ধ সংস্কৃত পণ্ডিতৰ সৃষ্টি হৈছিল আৰু সংস্কৃত আৰু অসমীয়াত পুথি ৰচনা কৰিছিল। দুৰ্ভাগ্যবশতঃ এই সকল কৃতী সংস্কৃত ভাষাৰ লেখকসকলৰ বিতং জীৱনপঞ্জী আৰু তেওঁলোকে প্ৰণীত গ্ৰন্থসমূহৰ সবিশেষ পোৱা নাযায়। দ্বিতীয় অধ্যায়ত অতি কষ্টেৰে বিভিন্ন উৎসৰ পৰা উদ্ধাৰ কৰি সংগ্ৰহ কৰা কেইগৰাকীমান তেনে লোকৰ কথা সন্নিবিষ্ট কৰাৰ কথা আগতে উল্লেখ কৰিছোঁ। **ঊনবিংশ শতিকাৰ দ্বিতীয়াৰ্দ্ধৰ প্ৰথিতযশা সংস্কৃত পণ্ডিত লেখকসকলৰ মাজত তিনিগৰাকী উজ্জ্বল ৰত্নই অসমৰ নাম উজ্জ্বল কৰি ৰাখিছে।** পণ্ডিত আনন্দৰাম বৰুৱা ইংৰাজী আৰু সংস্কৃত শিক্ষাত বিদগ্ধ পণ্ডিত হৈ আৰু অসমৰ প্ৰথম আৰু ভাৰতৰ পঞ্চমজন আই. চি. এচ. হৈ বিৰল পাণ্ডিত্যেৰে সংস্কৃত সাহিত্যৰ মহামূল্যৱান গ্ৰন্থ ৰচনা, সম্পাদনা আৰু অভিধান প্ৰণয়ন কৰি বিশ্বখ্যাতি অৰ্জন কৰিছে। মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য অসমৰ দ্বিতীয় কালিদাসৰূপে স্বীকৃত। তেওঁৰ *'বৃত্তমঞ্জৰী'* ছন্দগ্ৰন্থ আৰু কাব্যশ্লোকসমূহে ভাৰতত তেওঁক অদ্বিতীয় কবিৰূপে প্ৰতিষ্ঠিত কৰিছে। তেওঁৰেই কনিষ্ঠ সমসাময়িক কামৰূপৰ সংস্কৃত পণ্ডিত তেতিয়াৰ গুৱাহাটী নৰ্মাল স্কুলৰ প্ৰতিভাধৰ শিক্ষক নাৰায়ণচন্দ্ৰ শৰ্মা বিদ্যাভূষণ ঊনবিংশ শতিকাৰ শেষাৰ্দ্ধৰ 'আসাম বন্ধু' আলোচনীৰ নিয়মীয়া লিখক আৰু *'অসমীয়া আশুবোধ ব্যাকৰণ'*ৰ প্ৰণেতা আছিল। অসমীয়া ভাষাত হেমচন্দ্ৰ বৰুৱাৰ 'অসমীয়া ব্যাকৰণ'ৰ পাছতে এইখন ব্যাকৰণে পাঠ্যপুথিৰূপে বহু কাললৈকে প্ৰচলিত হৈ আছিল। এই ব্যাকৰণৰ ২৮ টাতকৈও সংস্কৰণ প্ৰকাশ হোৱাৰ কথা জনা যায়। তেওঁৰ প্ৰকাশিত সংস্কৃত ভাষাৰ *'সংস্কৃত বাক্যাৱলী'* গ্ৰন্থখন এতিয়া

অসম লেখক-কোষ

বিলুপ্ত হৈ গৈছে। পাবলৈ নাই। ঊনবিংশ শতিকাত এইদৰে অসমৰ সাহিত্য-জগতত সংস্কৃত ভাষাৰ যোগেদি এটি পৰম্পৰাগত ধাৰা অব্যাহতভাৱে চলি আহিছিল।

অসমীয়া ভাষা-সাহিত্যৰ নব্য ধাৰাটোৰ সূচনা কৰিছিল মিছনেৰীসকলৰ দ্বাৰা সৰলীকৃত অসমীয়া গদ্য আৰু কবিতাই। 'অৰুণোদই'ৰ যোগেদি মিছনেৰী আৰু অসমীয়া খ্ৰীষ্টান লেখকসকল আছিল এই ধাৰাৰ অধীনত। এই সম্পৰ্কে এই গ্ৰন্থত বিস্তৰ সংবাদ আৰু তথ্য আছে।

কিন্তু ঊনবিংশ শতিকাৰ শেষৰ ফালে 'অৰুণোদয়'ৰ ভাষা-সাহিত্যই বিজ্ঞানসন্মত সংশোধিত সংস্কৃত ভাষাৰ আধাৰত এটি আধুনিক স্থিৰ ৰূপ লাভ কৰিলে। হেমচন্দ্ৰ বৰুৱাৰ 'হেমকোষ' অভিধান আৰু ব্যাকৰণ ইয়াৰ ভেটি হ'ল। আনন্দৰাম ঢেকিয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱাৰ হাতত গঢ় লোৱা অসমীয়া ভাষা-সাহিত্যৰ আধুনিক ৰূপ ক্ৰমে বিকশিত হৈ আহিল। হেমচন্দ্ৰ-গুণাভিৰামৰ সংস্কাৰকামী আধুনিক মনোবৃত্তি অসমীয়া সাহিত্যত চমকপ্ৰদভাৱে প্ৰতিফলিত হ'ল। ইংৰাজী আৰু বাংলা সাহিত্যৰ চৰ্চা আৰু প্ৰভাৱৰ দুৱাৰ আধুনিক অসমীয়া সাহিত্যলৈ উন্মুক্ত কৰি দিলে গুণাভিৰামে *'ৰামনৱমী'* নাটকৰ জৰিয়তে।

এই ধৰণে পুৰণি ঐতিহ্যৰপৰা নতুন বা আধুনিক ৰীতি-নীতিলৈ অসমীয়া সাহিত্যৰ বাট দেখুওৱা কেবাগৰাকী সাহিত্যিক ওলাই আহিল। তাৰে ভিতৰত কেইজনমান আছিল 'অৰুণোদই'ৰ ভিতৰৰ আৰু কিছু সংখ্যক বাহিৰৰ—হেমচন্দ্ৰ বৰুৱাৰ বৃত্তৰ ভিতৰৰ।

আনহাতে কাব্যৰ ক্ষেত্ৰত পুৰণি ঐতিহ্যৰ বাহকৰূপে এই শতিকাতো পুৰণি ৰূপত বিভিন্ন বিষয়ক কেন্দ্ৰ কৰি বহুতো কবি-লেখক আছিল। বিশ্বেশ্বৰ বৈদ্যাধিপ, দুতিৰাম হাজৰিকা, গোপীনাথ চক্ৰৱৰ্তী, ললিতচন্দ্ৰ গোস্বামী, ৰঘুনাথ গোস্বামী, পূৰ্ণকান্তদেৱশৰ্মা আদি সেই ধাৰাৰ উদাহৰণ মাত্ৰ।

বুৰঞ্জী সাহিত্যৰ ভাষাৰেও এই শতিকাৰ পুথি ৰচিত হৈছে। কাশীনাথ তামুলী ফুকন, হৰকান্ত শৰ্মা বৰুৱাৰ লেখাই এই ধাৰাটোৰ প্ৰতিফলন

অব্যাহত ৰাখিছিল। আনহাতে আদালত আৰু মোকৰ্দমা আদিত আৰু ৰজাঘৰীয়া হুকুমনামা আদিত পেড়া-কাকতৰ ভাষা প্ৰচলিত হৈ থকা দেখা গৈছিল।

একাধিক বঙালী বিষয়া আৰু শিক্ষিত ব্যক্তিয়ে এই যুগত শুদ্ধ অসমীয়া ভাষাত পুথি ৰচনা কৰি ভাষাটোৰ বিকাশত অৱদান আগবঢ়োৱা কথাটোও নিশ্চয় লক্ষ্য কৰিবলগীয়া।

হলিৰাম ঢেকিয়াল ফুকনৰ 'অসম বুৰঞ্জী'খন (১৮২৯ খ্ৰী.) বাংলা ভাষাত ৰচনা কৰা কাৰ্য তাৎপৰ্যপূৰ্ণ আছিল। তেওঁ 'সংস্কৃত'ত *'কামাখ্যা যাত্ৰা পদ্ধতি'* (১৮৩১ খ্ৰী.) নামৰ জনাজাত গ্ৰন্থখনো কলিকতাৰ সমাচাৰ চন্দ্ৰিকা যন্ত্ৰৰপৰা ছপাইছিল।

'জোনাকী'ৰ আগমুহূৰ্তত অৰ্থাৎ এইকালৰ প্ৰাক্ জোনাকী স্তৰত ইংৰাজী সাহিত্যৰ ৰমন্যাস যুগৰ আৰম্ভণিৰ আগমুহূৰ্তত Precursors of Romanticism (ৰমন্যাসবাদৰ বাটকটীয়া)ৰূপে কেইগৰাকীমান কবি-সাহিত্যিক ওলাই অহাৰ দৰেই অসমীয়া সাহিত্যতো লক্ষ্মীনাথ-হেমচন্দ্ৰ-চন্দ্ৰকুমাৰৰ আবিৰ্ভাৱৰ আগমুহূৰ্তত ৰত্নেশ্বৰ মহন্ত, ভোলানাথ দাস, ৰমাকান্ত চৌধুৰী, কমলাকান্ত ভট্টাচাৰ্য আদিৰ আবিৰ্ভাৱ হৈছিল যিসকলে 'জোনাকী যুগ'ৰ সাহিত্যিক বৈশিষ্ট্যৰ আগবতৰা দিছিল।

এনেদৰে ঊনবিংশ শতিকাৰ এই অস্থিৰ শতিকাতো অসমীয়া সাহিত্যৰ গতি-প্ৰকৃতিৰ ধাৰাবাহিক সোঁতটো প্ৰবাহিত হৈ আছিল। এই 'লেখক-কোষ'ত লেখকসকলৰ প্ৰবিষ্টিৰ বিভাজনে এনেধৰণে অসমীয়া সাহিত্যৰ এইকালৰ গতি-প্ৰকৃতি, লক্ষণ বা বৈশিষ্ট্য-নিৰ্দ্ধাৰণ কৰাত সহায় কৰিব বুলি ভবা হৈছে।

তদুপৰি, অসম-হিতৈষী বিদেশী প্ৰশাসনীয় বিষয়াৰ অধিকাংশ আৰু অন্যান্য বিদেশী লোকে অসমৰ ইতিহাস, সমাজ, ভূগোল আৰু ভাষা সম্পৰ্কে এই শতিকাতে যথেষ্ট পুথি আৰু বিৱৰণ ইংৰাজীত লেখি থৈ গৈছে। সেইসকলৰ সম্পৰ্কেও আমি নিজেই যৎসামান্য তথ্য সংগ্ৰহ কৰি



এই লেখক-কোষত লিপিৱদ্ধ কৰিছোঁ। এই লেখাবোৰো এই কালৰ অসমৰ সাহিত্যৰ আৰু ইতিহাসৰ অমূল্য সম্পদ, যিবোৰ আমি বিভিন্নভাৱে বিশ্লেষণ কৰিব পাৰোঁ।

অসমৰ বাতৰি কাকত আৰু আলোচনীৰ ইতিহাসৰ কাল ১৬৫ বছৰৰ অতীত হ'ল। কিন্তু এতিয়াও এই আলোচনী বা বাতৰি কাকতৰ পুৰণি সংখ্যাবোৰৰ পূৰ্ণাঙ্গ সংকলিত ৰূপ আমি পাব পৰা নাই। ক্ৰমিক ইতিহাসো এই পৰ্যন্ত হোৱা নাই। 'বৰদৈচিলা'ৰ সম্পাদক প্ৰয়াত শিৱপ্ৰসাদ বৰুৱাদেৱে *'A History of Journalism in Assam'* (১৯৫৬ খ্ৰী.) নামেৰে এখন চমু গ্ৰন্থ উলিয়াইছিল। ডেৰশ বছৰীয়া সংবাদ পত্ৰৰ জয়ন্তী উৎসৱ-উদযাপনৰ সময়তো এখন ইতিহাস (১৯৯৮ খ্ৰী.) প্ৰকাশ কৰা হৈছিল। কিন্তু দুয়োখন গ্ৰন্থই প্ৰকৃত ইতিহাসৰ চৰিত্ৰ আৰু সম্পূৰ্ণ তথ্যৰ সংগ্ৰহ সন্নিৱিষ্ট কৰি সম্পূৰ্ণ কৰিব পৰা নাই। এই 'লেখক-কোষ'ৰ চতুৰ্থ অধ্যায়ত ঊনবিংশ শতিকাত প্ৰকাশ হোৱা অসমৰ সংবাদপত্ৰ আলোচনী কেইখনৰ চমু সংবাদ দিবলৈ যত্ন কৰা হৈছে। প্ৰায় সংবাদপত্ৰৰে সংখ্যাবোৰ দেখিবলৈ নোপোৱাত তাৰ লেখকসকলৰ নাম বা তেওঁলোকৰ সম্পূৰ্ণ সংবাদ দিব পৰা সম্ভৱ হোৱা নাই।

'লেখক-কোষ'ৰ এই খণ্ড প্ৰস্তুত কৰাৰ বাবে সম্পাদক ড° প্ৰফুল্ল কুমাৰ নাথ, সহযোগী বৰ্ণালী ডেকা আৰু দীপ্তি ভৰালী ডেকা, পুথিভঁৰালী অপৰাজিতা চক্ৰৱৰ্তী মিশ্ৰ, স্নিগ্ধা কটকী, ৰাম্না পালক আৰু অক্ষৰ বিন্যাসত কবিতা বৰা নেওগে নিষ্ঠাৰে নিৰ্দিষ্টভাৱে সহায় কৰি দিয়াত তেওঁলোকৰ প্ৰতি আমি কৃতজ্ঞ হৈ ৰ'লোঁ। মাননীয় সভাপতি ৰংবং তেৰাং আৰু প্ৰধান সম্পাদক ড° পৰমানন্দ ৰাজবংশীয়ে আমাক এই গুৰুতৰ কৰ্মৰ মুখ্য সম্পাদকৰ দায়িত্ব অৰ্পণ কৰি আমাৰ ওপৰত ৰখা বিশ্বাস আৰু আস্থাৰ প্ৰতি মই কৃতজ্ঞ হৈছোঁ। কিন্তু এই দায়িত্ব পালনত ঘটিব পৰা ত্ৰুটিৰ বাবে আমি মাৰ্জনা বিচাৰিছোঁ।

২০/১১/২০১১ খ্ৰী.

কনক চন্দ্ৰ শৰ্মা

# সম্পাদকীয়

অসম সাহিত্য সভাই পাঁচটা খণ্ডত 'অসম লেখক কোষ' প্ৰণয়নৰ বাবে এটি দীৰ্ঘম্যাদী আঁচনি গ্ৰহণ কৰি বিগত ২০০৯-২০১০ বৰ্ষৰ ভিতৰত আটাইকেইটা খণ্ড যাতে প্ৰকাশ কৰি উলিয়াব পৰা যায়, সেই উদ্দেশ্য আগত ৰাখি প্ৰতিটো খণ্ডৰ বাবে একোখনি সুকীয়া সুকীয়া সম্পাদনা সমিতিৰ গঠন কৰি দয়ে। সভাৰ মাননীয় সভাপতি, সম্পাদক আৰু প্ৰকাশন সচিবৰ তত্বাৱধানত একো গৰাকীকৈ মুখ্য সম্পাদক, একোগৰাকী সম্পাদক আৰু দুগৰাকী বা ততোধিক সহকাৰী সম্পাদক নিয়োগ কৰি নিৰ্দিষ্ট সময়ৰ ভিতৰত যাতে আটাইকেইটা খণ্ড প্ৰকাশ কৰি উলিয়াব পৰা যায়, তাৰ বাবে সভাৰ তৰফৰ পৰা সকলো ধৰণৰ কাৰ্যব্যৱস্থা গ্ৰহণ কৰা হয়।

অসমীয়া সাহিত্যৰ ইতিহাসৰ আৰম্ভণিৰে পৰা শংকৰোত্তৰ যুগলৈকে সামৰি প্ৰথম খণ্ড লেখক কোষ প্ৰস্তুতিৰ বাবে অৰূপা বৰুৱা, মঞ্জু দত্তবৰুৱা, মনোজ কুমাৰ দাস, চৈয়দা নচিফা ইছলাম ৰাজবংশী আদিক দায়িত্ব অৰ্পণ কৰা হয়। দ্বিতীয় খণ্ডৰ লেখক কোষ প্ৰস্তুতিৰ বাবে শ্ৰী কনক চন্দ্ৰ শৰ্মা, ড° প্ৰফুল্ল কুমাৰ নাথ, বৰ্ণালী ডেকা, দীপ্তিৰেখা ভৰালী আদিক, তৃতীয় খণ্ডৰ বাবে ড° নমিতা ডেকা, মঞ্জু দত্তবৰুৱা, ড° বিনীতা নাথ, মনোজ কুমাৰ দাস, অপৰাজিতা চক্ৰৱৰ্তী মিশ্ৰ, চতুৰ্থ খণ্ডৰ বাবে ভবানীপ্ৰসাদ অধিকাৰী, ড° ইব্ৰাত আলি, ৰীমা কলিতা, ৰাস্না পালক, পঞ্চম খণ্ডৰ বাবে ড° পৰমানন্দ ৰাজবংশী, ড° লিপিকা তালুকদাৰ, চৈয়দা নচিফা ইচলাম ৰাজবংশী, স্নিগ্ধা কটকী আৰু মুনমী বৰদলৈক দায়িত্ব অৰ্পণ কৰা হয়।

অসম সাহিত্য সভাৰ 'অসম লেখক কোষ' আঁচনিৰ অন্তৰ্গত ২য় খণ্ডৰ বাবে আদি বৃটিছ যুগটো নিৰ্বাচিত কৰা হয়। এই যুগটোত অৰুণোদয়



স্তৰ আৰু প্ৰাক্ জোনাকী স্তৰ এই দুয়োটা স্তৰ অন্তৰ্ভূক্ত হৈছে। আলোচনাৰ সুবিধাৰ বাবে এই স্তৰটোৰ লেখকসকলক চাৰিটা ভাগত ভগাই প্ৰথম অধ্যায়ত অসমীয়া ভাষা-সাহিত্যৰ চৰ্চা কৰা লোকসকল, দ্বিতীয় অধ্যায়ত 'ঊনবিংশ শতিকাৰ ঐতিহ্যবাহী সংস্কৃত শিক্ষা আৰু পাশ্চাত্য শিক্ষাৰে শিক্ষিত সংস্কৃত পণ্ডিত লেখকসকল', তৃতীয় অধ্যায়ত 'অসামৰিক আৰু সামৰিক বৃটিছ লেখক বিষয়াসকল' আৰু চতুৰ্থ অধ্যায়ত 'ঊনবিংশ শতিকাৰ অসমৰ সংবাদ পত্ৰ-আলোচনী'ৰ বিষয়ে চমু অথচ তথ্যপূৰ্ণ বিবৰণ দাঙি ধৰিবৰ বাবে প্ৰয়াস কৰা হৈছে।

'অসম লেখক-কোষ' প্ৰস্তুতিৰ বাবে অসমীয়া সাহিত্যৰ ইতিহাস গ্ৰন্থ কেইখনৰ লগতে সমসাময়িক বিভিন্ন সংবাদপত্ৰ, আলোচনী, সাহিত্য সভা পত্ৰিকা, অন্যান্য গৱেষণাধৰ্মী আলোচনী, জীৱনী ইত্যাদিৰ সহায় লোৱা হৈছে। প্ৰয়োজনবোধে চৰকাৰী নথি-পত্ৰ আৰু অন্যান্য সন্দৰ্ভ গ্ৰন্থৰ পৰাও তথ্য আহৰণৰ প্ৰয়াস কৰা হৈছে।

.০১ আধুনিক অসমীয়া সাহিত্যৰ এক নব্য ধাৰাৰ ইতিহাস আৰম্ভ হৈছে মিছনেৰীসকলৰ আগমনৰ জৰিয়তে। খ্ৰীষ্টান ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে তেওঁলোকে পোন প্ৰথমে বাইবেলৰ ভাঙনিত বিশেষ গুৰুত্ব দিয়া দেখা যায়।

বাইবেলৰ অসমীয়া অনুবাদক আত্মাৰাম শৰ্মাৰ আচল ঘৰ নগাঁও জিলাৰ কলিয়াবৰত। তেওঁ উইলিয়াম কেৰিৰ অনুৰোধমৰ্মে বাইবেল পুথি অসমীয়ালৈ অনুবাদ কৰে। এই সম্পৰ্কে আনন্দৰাম ঢেকিয়াল ফুকনে লেখিছে—'The whole of the Bible was translated and published by the Serampore Missionaries with the aid of Atmaram Sharma, an Assamese pandit in the year 1813.'

আনন্দৰাম ঢেকিয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱা আদিয়ে আধুনিক অসমীয়া ভাষাৰ প্ৰতিষ্ঠাৰ বাবে যথেষ্ট সংগ্ৰাম কৰিবলগীয়া হৈছিল। অসমত বঙালী ভাষাৰ ঠাইত অসমীয়া ভাষা পুনৰ

প্ৰতিষ্ঠাৰ কাৰণে ১৮৫৫ খ্ৰীষ্টাব্দত তেওঁ 'A few remarks on the Assamese language and on vernacular education in Assam' নামৰ পুস্তিকা প্ৰকাশ কৰিছিল আৰু তাৰ যোগেদি অসমীয়া ভাষাৰ স্বকীয়তা প্ৰকাশৰ প্ৰয়াস কৰিছিল। সাহিত্য চৰ্চাক তেওঁ জাতীয় কৰ্তব্য হিচাপে জ্ঞান কৰিছিল। তেওঁৰ ভাষা আছিল মিছনেৰীসকলৰ দৰে সৰল আৰু বাক্যবিন্যাস ৰীতিও ইংৰাজী ভাষাৰ বাক্য বিন্যাসৰ ৰীতিৰ আদৰ্শত প্ৰস্তুত।

ভাৰতবৰ্ষত মিছনেৰীসকলৰ প্ৰধান পথ-প্ৰদৰ্শক আছিল ড° উইলিয়াম কেৰি। ভাৰতীয় ভাষাসমূহলৈ বাইবেলৰ ভাঙনি কৰাটো ড° কেৰি আৰু তেওঁৰ সহযোগীসকলৰ অন্যতম আঁচনি আছিল। তেওঁৰ দ্বাৰা অনুদিত আৰু সম্পাদিত বাইবেলৰ সংখ্যাই হ'ল একুৰি ষোল্ল।

অৰুণোদয় যুগত অসমীয়া ভাষা সাহিত্যৰ প্ৰতিষ্ঠাত যিসকল মিছনেৰী-লেখকে বিশেষ গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল, তেওঁলোকৰ ভিতৰত ইলাইজা হুইটনি ব্ৰাউন অন্যতম। তেওঁৰ 'গণনাৰ পুথি' (প্ৰথম আৰু দ্বিতীয় ভাষা) 'ভূগোলৰ বিৱৰণ', 'সাধুৰ পুথি' ইত্যাদি গ্ৰন্থ শিক্ষাৰ্থীৰ উদ্দেশ্যে ৰচনা কৰা হৈছিল।

উইলিয়াম ৰবিনছনৰ 'A Grammar of the Assamese language' (১৮৩৯) খনেই ইংৰাজী ভাষাত ৰচনা কৰা অসমীয়া ব্যাকৰণ বিষয়ক প্ৰথম গ্ৰন্থ। হিব্ৰু ভাষাৰ পৰা 'অল্ড টেষ্টামেণ্ট'ৰ ভাঙনি কৰোঁতা এ. কে. গাৰ্নীৰ অন্যান্য গ্ৰন্থৰ ভিতৰত 'ৰুথৰ বিৱৰণ', 'ৰুথ আৰু যোছেফৰ কাহিনী', 'কামিনী কান্ত', 'এলোকশী বেশ্যাৰ বিষয়' প্ৰভৃতি গ্ৰন্থ বিশেষভাৱে উল্লেখযোগ্য। এডৱাৰ্ড ডব্লিউ ক্লাৰ্কে অৰুণোদয় কাকত সম্পাদনা কৰাৰ লগতে হেৰিয়েট বি. এল. কাটাৰৰ 'Phrases in English and Assamese' গ্ৰন্থখনো সম্পাদনা কৰি প্ৰকাশ কৰিছিল। আন এগৰাকী মিছনেৰী এ. এইচ. ডেনফোৰ্থে জি. মাথিৰ 'Hindu objections to christian religion answered' নামৰ পুস্তিকাখনি অসমীয়ালৈ অনুবাদ কৰে।



অসমীয়া সাহিত্যলৈ নতুন চিন্তাৰ সোঁত বোৱাই আনোঁতাসকলৰ ভিতৰত কমলাকান্ত ভট্টাচাৰ্যৰ নাম বিশেষভাৱে উল্লেখযোগ্য। 'চিন্তানল' আৰু 'চিন্তাতৰংগ' তেওঁৰ দুখনি উল্লেখযোগ্য কাব্য সংকলন। তেওঁ বাঁহী, চেতনা, জোনাকী আদিত ভালেমান চিন্তা গধুৰ প্ৰবন্ধ লিখিছিল। ভট্টাচাৰ্য 'আসাম হিতৈষী' কাকতৰ সম্পাদনাৰ সৈতেও জড়িত আছিল।

ভাষাতত্ত্ব বিষয়ক গ্ৰন্থ প্ৰণেতা কালিৰাম মেধিৰ 'অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব' (১৯৩৬) অসমীয়া ভাষাতত্ত্ব সম্পৰ্কীয় গৱেষণামূলক গ্ৰন্থ। তেওঁৰ অন্যান্য গ্ৰন্থৰ ভিতৰত 'মহাপুৰুষ শংকৰদেৱৰ বাণী', 'Studies in Vaisnava Literature and Culture of Assam', 'ৰচনাৱলী' (সম্পাদিত) আদি প্ৰধান। তেওঁ আসাম বান্ধৱ, বাঁহী, চেতনা, আৱাহন আদিত ভালেমান প্ৰবন্ধ লিখিছিল। কালিৰাম বৰুৱাৰ 'কথাশিক্ষা', 'ভূমি পৰিমাণ', 'কাশীনাথ দ্বিজ তামুলী ফুকনৰ 'আসাম বুৰঞ্জী', গুণাভিৰাম বৰুৱাৰ 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত', 'অসম বুৰঞ্জী' গোবিন্দ দেৱমিশ্ৰৰ 'মালা প্ৰকাশ', 'গোবিন্দৰাম চৌধুৰীৰ বাংলা ভাষাত ৰচিত 'ৰাম বনবাস' আৰু 'ৰাধিকাৰ মানভঞ্জন' চন্দ্ৰশেখৰ বৰুৱাৰ 'সংসাৰ কানন', চন্দ্ৰধৰ ৰাজখোৱাৰ 'পঞ্চকন্যা', চন্দ্ৰকান্ত বিদ্যালংকাৰৰ 'শব্দ মঞ্জৰী', 'পদমঞ্জৰী' আৰু 'ধাতু মঞ্জৰী', চিকা দাসৰ 'সৎ সংগৰ কথা', চুচান আৰ. বি. ৱাৰ্ডৰ 'ইংৰাজী অসমীয়া শব্দকোষ', জ্ঞানদাভিৰাম বৰুৱাৰ 'ভেনিচৰ সাউদ', 'বিলাতৰ চিঠি', 'জন পিটাৰ ৰেডৰ 'An Account of Assam', A Geographical Sketch of Assam, তৰুণৰাম ফুকনৰ 'স্তুতিমালা', 'যৌনতত্ত্ব', 'চিকাৰ কাহিনী, দত্তদেৱ গোস্বামীৰ 'গোবিন্দ গুণমালা', 'কৃষ্ণলীলামৃত', 'ধ্ৰুৱচৰিত', 'দক্ষযজ্ঞ', দিবাকৰ শৰ্মাৰ 'দয়াকৰৰ জীৱন চৰিত', দীননাথ বেজবৰুৱাৰ 'স্কন্ধ পুৰাণৰ উৎকল খণ্ড'ৰ অসমীয়া ভাঙনি, 'গুৰুচৰিত', দুৰ্গানাথ চাংকাকতিৰ 'চন্দ্ৰহংস' নাট, দুতিৰাম হাজৰিকাৰ 'দিহিং সত্ৰৰ বুৰঞ্জী', 'ৰসিক পুৰাণ' দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ 'ল'ৰা কবিতা', 'উজু কবিতা, 'ফুল' 'জ্ঞানমঞ্জৰী', 'স্বাস্থ্যপাঠ' আদি শিশু সাহিত্য আৰু ধেমেলীয়া নাট 'মহৰী', দেৱেন্দ্ৰনাথ বেজবৰুৱাৰ 'অসমীয়া

ভাষা আৰু সাহিত্যৰ বুৰঞ্জী', দেৱনাথ বৰদলৈৰ 'হেমপ্ৰভা', 'বৈদেহী বিচ্ছেদ' আদি নাটক, নৰনাথ মহন্তৰ 'জ্ঞানঙ্কুৰ', 'স্বাস্থ্যবিধি', নীলকুমুদ বৰুৱাৰ 'জীৱনাদৰ্শ', নীলকণ্ঠ বৰুৱাৰ 'মেম', ড° নাথান ব্ৰাউনৰ 'Grammatical notices on the Assamese Language' 'নিউ টেষ্টামেণ্টৰ অসমীয়া ভাঙনি নিধিলিবাই ফাৰৱেলৰ 'পদাৰ্থ বিদ্যাসাৰ' আৰু 'ভাৰতীয় দণ্ডবিধি আইন', 'পদ্মাৱতী দেৱী ফুকননীৰ 'সুধৰ্মাৰ উপাখ্যান', পৰশুৰাম দ্বিজৰ 'ধৰ্মপুৰাণ', পদ্মহাস গোস্বামীৰ 'পদ্যমালা', 'অসমীয়া ল'ৰা শিক্ষাৰ সাৰ', পানীন্দ্ৰনাথ গগৈৰ 'ল'ৰা শিক্ষা', 'গণনাৰ আদি পুথি', 'নীতিকথা', 'অসমীয়া ল'ৰাৰ ভূগোল', প্ৰতাপ চন্দ্ৰ গোস্বামীৰ 'জীৱন স্মৃতি', 'প্ৰাচীন কামৰূপী সমাজ', 'পূৰ্ণকান্ত দেৱশৰ্মাৰ 'মধুমালতী', 'হৰধনু ভংগ', 'হৰিশ্চন্দ্ৰ' আদি নাট আৰু 'হিতকথা', 'জ্ঞানকুঞ্জ' আদি শিশুপাঠ, বলিনাৰায়ণ বৰাৰ 'Geography of India' আৰু 'ভাৰতবৰ্ষৰ বুৰঞ্জী', বলৰাম খাৰঘৰীয়া ফুকনৰ 'হৰ্ষবিষাদ বিষয়ক ৰচনা' 'যোগবশিষ্ঠ ৰামায়ণ'ৰ ভাঙনি, বলদেৱ মহন্তৰ 'উজুপাঠ', 'আখ্যানমালা', 'বলদেৱ সূৰ্যখড়ি দৈৱজ্ঞৰ 'দৰং ৰাজবংশাৱলী', বাগীশ দ্বিজৰ 'নীতি লতাংকুৰ', 'বিশ্বেশ্বৰ বৈদ্যাধিপৰ 'বেলিমাৰৰ বুৰঞ্জী', বিষ্ণুপ্ৰিয়া দেৱীৰ 'নীতি কথা', বৃন্দাবন চন্দ্ৰ গোস্বামীৰ নাটক 'বিসৰ্জন' আৰু 'ঠানুবাপু', ভাৰতচন্দ্ৰ দাসৰ 'অভিমন্যু বধ' নাটক, ভোগৰাম বৰুৱাৰ 'কৰ্মশিক্ষা', ভোলানাথ দাসৰ 'সীতাহৰণ কাব্য', চিন্তা তৰংগিনী, মহীৰাম দাসৰ 'হৰিদেউ কানীয়াৰ কথা', মণিৰাম দেৱান বৰভাণ্ডাৰ বৰুৱাৰ 'বুৰঞ্জী-বিবেক-ৰত্ন', মঃ চোলেইমান খাঁৰ 'কবিতা পুথি', মহিমচন্দ্ৰ চক্ৰৱৰ্তীৰ 'গণিত বোধ', মাইৰাম বিদ্যাৰত্নৰ 'ব্যৱহাৰ দৰ্পন' শীৰ্ষক স্মৃতিশাস্ত্ৰ, মফিজুদ্দিন আহমদ হাজৰিকাৰ 'জ্ঞানমালিনী', মাধৱচন্দ্ৰ বৰদলৈৰ 'দীপিকা ছন্দ', কেফায়ৎ উল্লাৰ 'ৰংগিলীৰ পুথি' আৰু 'কৃষি দৰ্পণ', মুন্সী চাখাৱত আলিৰ 'ক্ষেত্ৰ জ্যামিতি' আৰু 'অসমীয়া পদাৰ্থ বিদ্যা', ড° মাইলছ ব্ৰনছনৰ 'অচমিয়া ইংৰাজী অভিধান', 'ৰঘুদেৱ গোস্বামীৰ 'ফল্গু পুৰাণ' আৰু গোবিন্দ চৰিত', 'ৰজনী কুমাৰ পদ্মপতিৰ 'পুৰণি অসমত এভুমুকি', ৰজনীকান্ত বৰদলৈৰ



'মিৰিজীয়ৰী', 'মনোমতী', 'ৰংগিলী', 'ৰাধা ৰুক্মিণীৰ ৰণ', 'নিৰ্মল ভকত' 'দন্দুৱা দ্ৰোহ', 'ৰহদৈ লিগিৰী', 'তাম্ৰেশ্বৰী মন্দিৰ' আদি উপন্যাস, ৰজনীকান্ত চক্ৰৱৰ্তীৰ 'ব্যৱহাৰিক মৌখিক গণনা', ৰতিকান্ত দ্বিজৰ 'ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণ'ৰ আংশিক ভাঙনি, ৰমাকান্ত আগৰৱালাৰ 'গুৰুচৰিত', 'ৰিপুঞ্জয় স্মৃতি', 'সাৰ নিত্যক্ৰিয়া', হলিৰাম ঢেকিয়াল ফুকনৰ 'কামাখ্যা যাত্ৰা পদ্ধতি', হিতেশ্বৰ বৰবৰুৱাৰ 'বৰ্ণনাত্মক কাহিনী কাব্য', 'কমতাপুৰ ধ্বংস', 'তিৰোতাৰ আত্মদান কাব্য', 'যুদ্ধক্ষেত্ৰত আহোম ৰমণী' আৰু অন্যান্য কাব্যগ্ৰন্থ, হেমচন্দ্ৰ বৰুৱাৰ আদি পাঠ, 'অসমীয়া ব্যাকৰণ, 'পাঠশালা', 'পঢ়াশালীয়া অভিধান', 'কানীয়াৰ কীৰ্তন', 'বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰি', 'অসমীয়া ল'ৰাৰ ব্যাকৰণ', হেৰিয়েট বি. এল. কট্টাৰৰ 'শব্দাৱলী' আৰু 'খণ্ডবাক্য' (Vocabulary phrases English and Assamese) আদিৰ কথা উল্লেখ কৰিব পাৰি।

গতিকে দেখা যায় যে আদি বৃটিছ যুগটোৰ প্ৰধানকৈ পঢ়াশলীয়া পুথি, অনূদিত গ্ৰন্থ, ব্যাকৰণ আৰু অভিধান প্ৰণয়ন, নাটক আৰু কাব্য ৰচনা, শিশু সাহিত্য বিশেষকৈ সাধুকথা আৰু নীতি শিক্ষাৰ পুথি, অংকশাস্ত্ৰ, জ্যোতিষ, দৰ্শন শাস্ত্ৰ, স্মৃতিশাস্ত্ৰ, ব্যৱহাৰিক বিজ্ঞান, ৰন্ধন প্ৰকৰণ ইত্যাদি বিষয়ক গ্ৰন্থাদি ৰচনাত গুৰুত্ব আৰোপ কৰা হৈছিল। এই সময়ছোৱাত ভালেমান কাব্য, নাটক, উপন্যাসধৰ্মী ৰচনাৰ অনুবাদ হোৱাৰ লগে লগে কেইবাখনো সামাজিক আৰু ঐতিহাসিক উপন্যাসো ৰচিত হৈছিল। এই সময়ছোৱাত কেইবাখনো বুৰঞ্জী ৰচিত আৰু প্ৰকাশিত হোৱাৰ লগে লগে বাংলা আৰু ইংৰাজী ভাষাৰ পৰা কেইবাখনো নাটক আৰু কাব্য অনূদিত হোৱাটো মন কৰিবলগীয়া।

অৰুণোদয় সংবাদ পত্ৰৰ যোগেদি মিছনেৰী লেখকসকলৰ সমান্তৰালভাৱে ভালেমান অসমীয়া লেখকৰো সৃষ্টি হৈছিল। কেইবাগৰাকী অসমীয়া বিদ্বানে পুৰণি অসমীয়া সাঁচিপতীয়া পুথি বিশেষকৈ ধৰ্ম গ্ৰন্থ আৰু বুৰঞ্জী আদি ছপাই উলিওৱাত আগভাগ লৈছিল। তেওঁলোকৰ ভিতৰত দত্তদেৱ গোস্বামী, হৰিবিলাস আগৰৱালা, শিৱনাথ ভট্টাচাৰ্য, কালিৰাম বৰুৱা আদিৰ নাম বিশেষভাৱে উল্লেখযোগ্য। সুকীয়া গ্ৰন্থ প্ৰকাশ

কৰিব নোৱাৰিলেও অৰুণোদই, আসাম বিলাসিনী, আসাম মিহিৰ, আসাম বান্ধৱ, আসাম নিউচ, জোনাকী, বিজুলী আদিৰ যোগেদি এচাম নতুন লেখক সৃষ্টি হৈছিল।

**.০২ ঊনবিংশ শতিকাৰ সংস্কৃত লেখকসকল ঃ**

ঊনবিংশ শতিকাৰ সংস্কৃত শিক্ষাৰে শিক্ষিত ভালেমান পণ্ডিত লেখকে অসমত সংস্কৃত ভাষা-সাহিত্য চৰ্চা কৰি থৈ গৈছে। তেনে কেইজনমান লেখকৰ বিষয়ে দ্বিতীয় অধ্যায়ত আলোচনা দাঙি ধৰা হৈছে। ইয়াৰ সম্পূৰ্ণ তথ্য আৰু প্ৰবিষ্টি প্ৰস্তুতিৰ কাম মুখ্য সম্পাদক মহোদয়েই সম্পূৰ্ণ কৰিছে। সেই প্ৰাপ্ত তথ্যৰ পৰাই আমি এইখিনি আলোচনা ইয়াত কৰিবলৈ সমৰ্থ হৈছোঁ। ১৮৪৭ খ্ৰীষ্টাব্দত বিলাসীপাৰাৰ নিকটৱৰ্তী হাকামা গাঁৱত জন্মগ্ৰহণ কৰা আদ্যনাথ ভট্টাচাৰ্য ন্যায়ভূষণে ১৯০৯ খ্ৰীষ্টাব্দত বৃটিছ চৰকাৰৰ পৰা 'মহামহোপাধ্যায়' উপাধি লাভ কৰে। তেওঁ কেইবাখনো সংস্কৃত গ্ৰন্থ ৰচনা কৰিছিল। অসমত সংস্কৃত সাহিত্য চৰ্চাত অগ্ৰণী আন এগৰাকী পণ্ডিত আছিল আনন্দৰাম বৰুৱা। তেওঁৰ প্ৰসিদ্ধ গ্ৰন্থসমূহৰ ভিতৰত—'A practical English-Sanskrit Dictionary (3. vols), 'মহাবীৰ চৰিত্ৰম্' (জানকীৰাম ভাষ্যটীকা সম্বলিত, ১৮৭৭), 'Bhababhuti and his place in Sanskrit literature' (1878), 'The Ancient Geopgraphy of India' (1800) আদি প্ৰধান। তেওঁ বিশ্বৰ এগৰাকী বিখ্যাত সংস্কৃত পণ্ডিতৰূপে স্বীকৃতি লাভ কৰিবলৈ সক্ষম হৈছিল।

'প্ৰয়োগৰত্ন ব্যাকৰণ'ৰ টীকা ৰচয়িতা গোপালদেৱ বিদ্যাবাগীশ, দৈৱজ্ঞ ভাস্কৰ প্ৰণেতা গোপীনাথ শৰ্মা স্মৃতি জ্যোতিষৰত্ন, পিতাম্বৰ সিদ্ধান্তবাগীশৰ বিভিন্ন গ্ৰন্থৰ টীকাকাৰ গোপালচন্দ্ৰ তৰ্কস্মৃতি ব্যাকৰণতীৰ্থ, 'শব্দমঞ্জৰী', 'পদমঞ্জৰী', 'ধাতুমঞ্জৰী' আদি গ্ৰন্থৰ প্ৰণেতা চন্দ্ৰকান্ত বিদ্যালংকাৰ, 'জোটন জ্যোৎস্নিকা' নামৰ জ্যোতিষ গ্ৰন্থ্ৰ প্ৰণেতা জন্মেজয় অধ্যাপক, জ্যোতিষ ৰত্নমালাৰ টীকাকাৰ জীৱনাথ অধ্যাপক, সংস্কৃত কাব্য আৰু ব্যাকৰণৰ বিদগ্ধ পণ্ডিত ধীৰেশ্বৰাচাৰ্য আদিৰ নাম এইক্ষেত্ৰত উল্লেখযোগ্য। ধীৰেশ্বৰাচাৰ্যৰ দ্বাৰা প্ৰণীত বিখ্যাত ছন্দশাস্ত্ৰৰ গ্ৰন্থখনি হ'ল

অসম লেখক-কোষ

'বৃত্ত মঞ্জৰী'। 'শোক প্ৰকাশ' আৰু 'হৰ্ষপ্ৰকাশ' নামৰ দুখনি খণ্ড কাব্যৰ উপৰি তেওঁ কেইবাখনো ভক্তিমূলক স্তোত্ৰ ৰচনা কৰে। ১৯১০ খ্ৰীষ্টাব্দত তেওঁ বৃটিছ চৰকাৰৰ পৰা 'মহামহোপাধ্যায়' উপাধি লাভ কৰে।

'অসমীয়া আশুবোধ ব্যাকৰণ'ৰ প্ৰণেতা নাৰায়ণ চন্দ্ৰ শৰ্মা বিদ্যাভূষণ, কামৰূপ শাসনাৱলীৰ সম্পাদনা কৰোঁতা পদ্মনাথ ভট্টাচাৰ্য বিদ্যাবিনোদ, 'অশৌচ কল্পলতিকা' নামৰ স্মৃতি গ্ৰন্থৰ প্ৰণেতা বিদ্যাদত্ত কবিৰত্ন, 'ব্যৱহাৰ দৰ্পণ' নামৰ স্মৃতি গ্ৰন্থৰ প্ৰণেতা মাইৰাম বিদ্যাৰত্ন, 'পুষ্পমালাৰ্পণ' কাব্য ৰচয়িতা ৰামানাথ বিদ্যালংকাৰ, বিভিন্ন স্মৃতিশাস্ত্ৰ আৰু চিকিৎসা শাস্ত্ৰৰ প্ৰণেতা ৰূপেশ্বৰ বুজৰবৰুৱা স্মৃতিৰত্ন, 'কেলি ৰহস্য'ৰ প্ৰণেতা ললিত চন্দ্ৰ গোস্বামী, 'প্ৰয়োগ ৰত্নমালা'ৰ অনুবাদক আৰু টীকাকাৰ শম্ভুনাথ শাস্ত্ৰী, ৰত্নমালাৰ টীকাকাৰ সৰ্বানন্দ ভট্টাচাৰ্য, 'অভিমন্যু বধ' কাব্যৰ ৰচক সাৰদা কিংকৰ বিদ্যাবাগীশ, প্ৰয়োগ ৰত্নমালাৰ আন এগৰাকী টীকাকাৰ তথা গূঢ়াৰ্থ প্ৰকাশিকাৰ ৰচক সিদ্ধনাথ বিদ্যাবাগীশ আদিৰ নাম বিশেষভাৱে উল্লেখযোগ্য। এই সময়ছোৱাত বিভিন্ন লেখকে ব্যাকৰণ, জ্যোতিষ, স্মৃতি শাস্ত্ৰ আৰু খণ্ডকাব্য ৰচনাৰে অসমত সংস্কৃত ভাষা-সাহিত্য চৰ্চাৰ ধাৰাটি অব্যাহত ৰাখে।

দৰাচলতে আদ্যনাথ ভট্টাচাৰ্য ন্যায়ভূষণেই অসমৰ সংস্কৃত পণ্ডিতসকলৰ ভিতৰত প্ৰথমগৰাকী 'মহামহোপাধ্যায়' উপাধি লাভ কৰা বিশিষ্ট পণ্ডিত। এই সময়ছোৱাত কেইবাগৰাকী সংস্কৃত পণ্ডিতে ন্যায়, স্মৃতি, কাব্য, অলংকাৰ, জ্যোতিষ আৰু ব্যাকৰণ শাস্ত্ৰ ৰচনাত বিশেষ ব্যুৎপত্তি লাভ কৰিছিল বুলি জনা যায়। আনন্দৰাম বৰুৱা আৰু ধীৰেশ্বৰাচাৰ্য আছিল এই কালছোৱাৰ আন দুগৰাকী বিশিষ্ট পণ্ডিত। আনন্দৰাম বৰুৱাই বিশ্বৰ এগৰাকী খ্যাতিমান পণ্ডিত হিচাপে স্বীকৃতি লাভ কৰিছিল। আনহাতে ধীৰেশ্বৰাচাৰ্যই মহামহোপাধ্যায় উপাধি লাভ কৰি অসমৰ গৌৰৱ বৰ্দ্ধন কৰিছিল।

**.০৩ অসম-হিতৈষী বৃটিছ বিষয়াসকল ঃ**

তৃতীয় অধ্যায়ত এইসকলৰ কথা সন্নিবিষ্ট কৰা হৈছে। এই অধ্যায়ৰ

প্ৰবিষ্টিৰ কামখিনিৰো অধিকাংশ তথ্য সংগ্ৰহ আৰু লেখা মুখ্য সম্পাদক মবেহাদয়ৰ। তাৰ বাবে তেখেত আমাৰ ধন্যবাদাৰ্হ।

ভাৰতীয় প্ৰশাসনীয় সেৱাৰ বিষয়া হিচাপে আহি ভাৰতবৰ্ষৰ বিভিন্ন স্থানত গুৰুত্বপূৰ্ণ প্ৰশাসনীয় কাম-কাজত ব্যস্ত থাকিও কেইবাগৰাকী ভাৰতীয় প্ৰশাসনীয় সেৱাৰ বিষয়াই কেবাখনো অতি গুৰুত্বপূৰ্ণ গ্ৰন্থ ৰচনা কৰি ভাৰতীয় ভাষা-সাহিত্য, ইতিহাস, প্ৰত্নতত্ত্ব ইত্যাদিৰ দিশত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি থৈ গৈছে। এনে এগৰাকী বিষয়া হৈছে ঊনবিংশ শতিকাৰ শেষ দশকৰ (১৮৯৬-৯৭ খ্ৰীষ্টাব্দ) পূৰ্ব বংগৰ লেঃ গভৰ্ণৰ চাৰ আলেকজেণ্ডাৰ মেকেঞ্জি। তেওঁ যুগুত কৰা 'History of the relation of the Government with the hill tribes of the North-East Frontier of Bengal' শীৰ্ষক গ্ৰন্থখনি ইতিহাসৰ দিশৰ পৰা অতি গুৰুত্বপূৰ্ণ। অনুৰূপভাৱে আন এগৰাকী প্ৰশাসনীয় বিষয়া এ. জে. মফাট মিলছে ঊনবিংশ শতিকাৰ অসমৰ শিক্ষা, ৰাজহ, ভূমি সংস্কাৰ, কৃষি, যাতায়ত ইত্যাদি বিভিন্ন দিশ সামৰি প্ৰস্তুত কৰা প্ৰতিবেদন (Mills report on Assam) এই দিশত এখনি অতি গুৰুত্বপূৰ্ণ গ্ৰন্থ। ঊনবিংশ শতিকাৰ অসমৰ আন এগৰাকী প্ৰশাসক আৰু প্ৰখ্যাত ইতিহাসবিদ চাৰ এডৱাৰ্ড গেইটে (১৮৬৩-১৯৫০) কেইবাখনো গুৰুত্বপূৰ্ণ গ্ৰন্থ ৰচনাৰে অসমৰ ইতিহাস সম্পৰ্কীয় চিন্তা-চৰ্চাত বিশেষ বৰঙণি যোগায়। 'চেন্সাছ ৰিপোৰ্ট (১৮৯১), 'আসাম লেণ্ড ৰেভিনিউ মেনুৱেল' (১৮৯৬) আৰু 'ৰিপোৰ্ট অন দা প্ৰগ্ৰেছ অব হিষ্টৰিকেল ৰিছাৰ্চ ইন আসাম' (১৮৯৭) প্ৰভৃতি তেওঁ প্ৰস্তুত কৰা প্ৰতিবেদনসমূহত লেখকৰ ইতিহাস সম্পৰ্কীয় কৌতুহলৰ আভাস পোৱা যায়। তেওঁৰ 'এ হিষ্টৰী অব আসাম' (১৯০৫) গ্ৰন্থখনিয়ে অসমৰ প্ৰণালীবদ্ধভাৱে ৰচনা কৰা প্ৰথম ইতিহাস গ্ৰন্থ।

ইষ্ট ইণ্ডিয়া কোম্পানীৰ নিৰ্দেশত কেপ্টেইন থমাচ ৱেলচ আৰু ডাঃ জন পিটাৰ ৱেডে অসম সম্পৰ্কে প্ৰস্তুত কৰা 'An Account of Assam' (১৭৯৩) নামেৰে প্ৰকাশিত হয়। অষ্টাদশ শতিকাৰ শেষ দশকৰ সময়ছোৱাৰ অসমৰ বিষয়ে নিৰ্ভৰযোগ্য তথ্য এই গ্ৰন্থখনিত সন্নিৱিষ্ট হৈছে। সেইদৰে কেপ্টেইন আদাম হোৱাইটৰ 'Major Adam White's



Report on the resource of Assam' আৰু "A Memoir of late David Scott Esqr, London 1832, জন বাটলাৰৰ 'Travels and Adventures in the province of Assam' আৰু 'A sketch of Assam, with some account of the hill tribe' (1847), জৰ্জ আব্ৰাহাম গ্ৰীয়াৰ্চনৰ Linguistic Survey of India আদিৰ কথা উল্লেখ কৰিব পাৰি। গ্ৰীয়াৰ্চনে ভাৰতীয় ভাষাসমূহৰ বিষয়ে দীৰ্ঘদিন ধৰি সমীক্ষা চলাই ২০ টা খণ্ডত প্ৰস্তুত কৰি উলিওৱা 'Linguistic Survey of India'-ৰ পঞ্চম খণ্ডত উত্তৰ-পূৰ্ব ভাৰতৰ প্ৰধান ভাষা অসমীয়া, বাংলা, হিন্দী, উড়িয়া আদিৰ বিষয়ে বিস্তৃত বিৱৰণ দাঙি ধৰিছে। ঊনবিংশ শতিকাৰ আন এগৰাকী প্ৰসিদ্ধ বিটিছ বিষয়া জন ষ্টুৱাৰ্ট মিলে (১৮০৬-৭৩) কেইবাখনো গ্ৰন্থ ৰচনাৰে ৰাজনৈতিক আৰু অৰ্থনৈতিক চিন্তাৰ ক্ষেত্ৰত বিশেষ ভূমিকা গ্ৰহণ কৰা দেখা যায়। তেওঁৰ উল্লেখযোগ্য গ্ৰন্থসমূহ হ'ল—'ৰাজনৈতিক অৰ্থবিজ্ঞানৰ সূত্ৰ' (১৮৪৮), 'উপযোগিতাবাদ' (১৮৬৩), 'ধৰ্ম সম্বন্ধীয় তিনিখন ৰচনা' (১৮৬১), 'কটে আৰু যোগাত্মকতাবাদ' (১৮৬৪), 'প্ৰতিনিধিত্বমূলক চৰকাৰ' (১৮৬১) ইত্যাদি।

বৃটিছ ৰাজত্বকালৰ আৰম্ভণিতে মধ্য অসম খণ্ডৰ সহকাৰী আয়ুক্ত হিচাপে কাৰ্যনিৰ্বাহ কৰা জি. ডব্লিউ ব্লেষ্টমেকটে তেজপুৰৰ প্ৰাচীন ভাস্কৰ্যসমূহ পৰিদৰ্শন কৰি ১৮৩৫ খ্ৰীষ্টাব্দত এছিয়াটিক ছোচাইটিৰ জাৰ্ণেলত 'Description in some ancient temple ruins at Chardur in Assam' শীৰ্ষক এটি সুদীৰ্ঘ প্ৰবন্ধ লিখিছিল। প্ৰবন্ধটিত লেখকৰ প্ৰত্নতত্ত্ব সম্পৰ্কীয় গভীৰ জ্ঞানৰ পৰিচয় পোৱা যায়।

আন এগৰাকী সুদক্ষ প্ৰশাসক টি. চি. ৰবাৰ্টচনে ১৮৩৪ খ্ৰীষ্টাব্দত অসমৰ অসামৰিক সেৱাৰ বিষয়া হিচাপে কাৰ্যভাৰ গ্ৰহণ কৰি ভূমি ৰাজহৰ সংস্কাৰৰ দিশত মনোনিবেশ কৰে। তেওঁৰ এখন গুৰুত্বপূৰ্ণ গ্ৰন্থ হ'ল—'Political incidents of the first World War (১৮৫৩)।

ভাৰতীয় চিকিৎসা সেৱাৰ বিষয়া ডাঃ বুকানন হেমিল্টনে ইষ্ট ইণ্ডিয়া কোম্পানীৰ নিৰ্দেশক্ৰমে পূব ভাৰতৰ বিষয়ে সুদীৰ্ঘ সাত বছৰ কাল (১৮০৭-১৪) জৰীপ কৰি প্ৰাপ্য তথ্য আৰু বিৱৰণৰ প্ৰতিবেদন দাখিল

কৰিছিল। তেওঁৰ উল্লেখযোগ্য গ্ৰন্থসমূহ হ'ল—'General view of the History and manners of Kamrupa' আৰু 'An Account of Assam with some notices concerning the neibouring Territory'। ইয়াৰ দ্বিতীয় বিৱৰণটি 'Annals of Orientals literatures (1820)' গ্ৰন্থত প্ৰকাশিত হয়।

ডেভিড স্কট (১৭৮৬-১৮৩১ খ্ৰী.) বৃটিছাধীন ভাৰতৰ এগৰাকী প্ৰসিদ্ধ প্ৰশাসনীয় বিষয়া আছিল। তেওঁ ১৮০৩ খ্ৰীষ্টাব্দৰ পৰা ১৮৩১ খ্ৰীষ্টাব্দলৈ উত্তৰ-পূৰ্বাঞ্চলৰ প্ৰশাসক হিচাপে নিয়োজিত হৈ এই অঞ্চলৰ ৰাজনৈতিক, সামাজিক, নৃতাত্বিক, প্ৰশাসনিক আৰু ভৌগোলিক ইত্যাদি বিভিন্ন দিশৰ সম্যক জ্ঞান লাভ কৰিবলৈ সক্ষম হৈছিল। অসমৰ প্ৰশাসন, শিক্ষা, ৰাজহ ইত্যাদি সকলা বিষয়তে তেওঁ বৃটিছ চৰকাৰলৈ প্ৰসংগক্ৰমে বহু চিঠি আৰু প্ৰতিবেদন প্ৰেৰণ কৰিছিল।

বৃটিছ চৰকাৰৰ আন এগৰাকী বিষয়া পি. আৰ. টি. গৰ্ডনে অসমত সহকাৰী আয়ুক্ত হিচাপে যোগদান কৰি পিছত আয়ুক্ত পদলৈ পদোন্নতি লাভ কৰে আৰু ১৯১৪ খ্ৰীষ্টাব্দত কেইমাহমানৰ বাবে অসমৰ মুখ্য আয়ুক্ত পদ অলংকৃত কৰি নানা ধৰণৰ প্ৰজাহিতকৰ কাম কৰাৰ লগতে ইতিহাস আৰু প্ৰত্নতত্ত্বৰ অধ্যয়নতো মনোনিবেশ কৰিছিল। হেমচন্দ্ৰ বৰুৱাৰ 'হেমকোষ' অভিধানৰ ইংৰাজী ভাগ সম্পাদনা কৰাৰ লগতে তেওঁ আব্দুল মজিদৰ সহযোগত অসমীয়া যোজনা-পটন্তৰৰ (Assam Proverbs) এখন গ্ৰন্থও প্ৰণয়ন কৰিছিল।

লেফটেনেন্ট কৰ্ণেল এফ জেনকিন্সে (১৭৯৩-১৮৬৬ খ্ৰী.) ১৮৩৪ খ্ৰীষ্টাব্দত অসমৰ কমিচনাৰ হিচাপে যোগদান কৰি সমগ্ৰ অসমতে বৃটিছৰ শাসন প্ৰৱৰ্তন কৰে। তেওঁ মিছনেৰীসকলক খামতি আৰু চিংফৌসকলৰ মাজত ধৰ্ম প্ৰচাৰৰ বাবে অসমলৈ আমন্ত্ৰণ কৰি তেওঁলোকক সকলো প্ৰকাৰ সুৰক্ষা দিয়াৰ প্ৰতিশ্ৰুতি প্ৰদান কৰিছিল। তেওঁৰ Revenue Administration in Assam' আৰু Relation with the Hill Tribes on the frontiers of Assam; দুখন উল্লেখযোগ্য গ্ৰন্থ। তেওঁৰ বিষয়ে উল্লেখ কৰি ড° সূৰ্যকুমাৰ ভূঞাই লিখিছে—'He was a man of versatile ability and genious, who were he relived from the official drudgery of the administration of a newly conquared Indian province, might have acquired immortal fame in the field of historical scholarship.'

## .০৪ ঊনবিংশ শতিকাৰ অসমৰ সংবাদপত্ৰ-আলোচনীসমূহ

ড° উইলিয়াম কেৰিয়ে প্ৰথমে অসমত খ্ৰীষ্টান ধৰ্ম প্ৰচাৰৰ কাৰণে উদ্যোগ গ্ৰহণ কৰে। তেওঁ ভাৰতৰ বিভিন্ন আধুনিক ভাষাৰ পণ্ডিতৰ সহযোগত বিভিন্ন ভাৰতীয় ভাষালৈ বাইবেল অনুবাদ কৰি প্ৰকাশ কৰে। তেওঁ অসমীয়া পণ্ডিত আত্মাৰাম শৰ্মাৰ হতুৱাই বাইবেল পুথি অসমীয়ালৈ অনুবাদ কৰাই শ্ৰীৰামপুৰ প্ৰেছৰ পৰা গ্ৰন্থখনি ছপাই উলিয়ায়। এই সম্পৰ্কে আনন্দৰাম ঢেকিয়াল ফুকনে তেওঁৰ—A few remarks on the Assamese Language and Vernacular Education' নামৰ গ্ৰন্থত লিখিছে—

'The whole of the Bible was translated and published by the Sreerampore missionaries with the aid of Atmaram Sharma, an Assamese pandit in the year 1813. A second edition was issued from the sreerampore press in 1833.'

অসমত বৃটিছ ৰাজত্বৰ আৰম্ভণিতে সেই সময়ৰ গভৰ্ণৰ জেনেৰেলৰ এজেন্ট আৰু আয়ুক্ত এফ. জেনকিন্সে তেতিয়াৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰ মুখ্য আয়ুক্ত ডেভিড স্কটৰ অনুমতি লৈ বেপ্টিষ্টসকলক খামতি আৰু চিংফৌসকলৰ মাজত ধৰ্ম প্ৰচাৰ কৰিবৰ কাৰণে আমন্ত্ৰণ জনায়। তেওঁৰ আমন্ত্ৰণ গ্ৰহণ কৰি নাথান ব্ৰাউন আৰু অলিভাৰ টি কটৰে সপৰিয়ালে আহি ১৮০৭ খ্ৰীষ্টাব্দত শদিয়াত উপস্থিত হয়হি আৰু ধৰ্ম প্ৰচাৰৰ কাম আৰম্ভ কৰে। কিন্তু ১৮৩৯ খ্ৰীষ্টাব্দত খামতিসকলে শদিয়াত ত্যাগ কৰি জয়পুৰলৈ যায় আৰু তাতেই চাইৰাচ বাৰ্কাৰ, তেওঁৰ পত্নী আৰু ৰোডা ব্ৰনচন আহি ব্ৰাউন আৰু ব্ৰনচন দম্পতিক ধৰ্ম প্ৰচাৰ কাৰ্যত সহযোগিতা কৰেহি। অসমীয়া ভাষাত পঢ়াশলীয়া পুথি ৰচনাৰ ক্ষেত্ৰত ব্ৰাউন আছিল

ঘাই পথ প্ৰদৰ্শক। তেওঁৰ যত্নতেই কাশীনাথ তামুলী ফুকনৰ 'আসাম বুৰন্জি' (১৮৪৪) মিছন প্ৰেছৰ পৰা ছপাই উলিওৱা হয়।

মিছনেৰীসকলে অসমীয়া ভাষা-সাহিত্যৰ বিকাশৰ অৰ্থে শিৱসাগৰত এটি ছপাশাল প্ৰতিষ্ঠা কৰি তাৰ পৰা 'অৰুণোদই' নামৰ এখনি মাহেকীয়া কাকত প্ৰকাশ কৰে। তেওঁলোকে কাকতখনৰ নাম ৰাখিছিল 'অৰুণোদই সম্বাদ পত্ৰ'। আলোচনীখনৰ শেষত এনেদৰে লিখা আছিল—'A monthly paper devoted to religion, science and general intelligence, is printed and published at Sibsagar Mission Press by O.T. Cutter, for American Baptist Mission in Assam.'

অৰুণোদই কাকতেই অসমৰ পৰা প্ৰকাশিত প্ৰথম মাহেকীয়া কাকত। কাকতখনৰ সম্পাদকসকল আছিল যথাক্ৰমে ৰেভা অ'. টি. কটৰ, নাথান ব্ৰাউন, এ. এইচ. ডেনফোৰ্থ, এছ. এম. হোৱাইটিং, উইলিয়াম ৱাৰ্ড, ই ডব্লিউ ক্লাৰ্ক, শ্ৰীমতী চুচান আৰ. ৱাৰ্ড আৰু এ. কে. গাৰ্ণী ইত্যাদি। কাকতখনৰ সম্পাদনাৰ ক্ষেত্ৰত ব্ৰাউন, ব্ৰনছন আদিয়ে ইংৰাজী বাক্য বিন্যাস পদ্ধতি অনুসৰণ কৰিছিল। এই সম্পৰ্কত ব্ৰাউনৰ বক্তব্য আছিল এনে ধৰণৰ—"কিন্তু আমি কেৱল পণ্ডিতলৈ লিখা নহই, সকলো মানুহৰ নিমিত্তে লিখিছোঁ। সংস্কৃত ভাষা মিহলি কৰিলে আমি ভাল নেদেখোঁ, ভাষা হ'লে শুনা ভাষা হ'ব লাগে। সংস্কৃতত প্ৰাই সংযোগি আখৰ, ভাষাত গোট গোট আখৰ। আমাৰ ফালৰ মানুহক মুখত সংস্কৃতৰ সকলো মাত লিখা দৰে ফুটিছিল, এতিয়া প্ৰাই পণ্ডিতৰ মুখতো নুফুটে।"

মিছনেৰীসকলে ব্যৱহাৰ কৰা অসমীয়া ভাষা সম্পৰ্কে মন্তব্য কৰি ডিম্বেশ্বৰ নেওগে তেওঁৰ 'আধুনিক সাহিত্যৰ বুৰঞ্জী'ত লিখিছে—

"তেওঁলোকে অসমীয়া ভাষা যত্ন আৰু হেঁপাহেৰে শিকিছিল, ইংৰাজীৰ প্ৰতিশব্দৰূপে ভালেখিনি অসমীয়া শব্দ তেওঁলোকে ন-কৈ গঢ়িছিল আৰু চলন্ত নোহোৱাত খৰিচা পৰা বহুত পুৰণি অসমীয়া শব্দ গুৱলাকৈ ব্যৱহাৰ কৰি কিচ্‌কিচিয়া কৰিছিল। ইয়ো সঁচা, কিন্তু ইমানৰ উপৰিও কুৰি-পঁচিছ বছৰৰ ভিতৰত এনে এটা আচহুৱা ভাষাত জতুৱা ঠাঁচ আৰু বাক্যৰীতি সম্পূৰ্ণ অধিকাৰ জন্মা প্ৰায়ে সম্ভপৰ নহয়।

অৰুণোদই কাকতৰ যোগেদি মিছনেৰী গদ্যই অসমীয়া গদ্যৰীতিলৈ এক নতুন সুকীয়া ধাৰা কঢ়িয়াই আনিলে। এই সম্পৰ্কে পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ মন্তব্য এনে ধৰণৰ—

"তেওঁলোকে আমাৰ ভাষাক এটি সুৰ শিকাই গ'ল। সেই সুৰটি আগতে অসমীয়া ভাষাই নাজানিছিল। ভাৰতবৰ্ষৰ কোনো ভাষাই নাজানিছিল। ই পাশ্চাত্য সাহিত্যৰ নিজা সম্পতি আৰু পাদুৰী চাহাবসকলে সাত সাগৰ তেৰ নৈ পাৰ হৈ আহি ভাৰতবৰ্ষৰ ভাষাবোৰক শিকাই দিলেহি; বৰ্তমান যুগৰে ভাৰতবৰ্ষীয় আন আন সাহিত্যৰ দৰে অসমীয়া সাহিত্যৰো য'তেই টোকৰ মাৰা এই বিলাতী সুৰটিৰ গুণগুণনি শুনিবলৈ পাবা।"

'অৰুণোদই' কাকতৰ এনে অপৰিসীম প্ৰভাৱৰ কথা স্বীকাৰ কৰি বেনুধৰ শৰ্মাই লিখিছে—'অসমীয়া ভাষা যিমান দিন ব্ৰহ্মপুত্ৰৰ সোঁতৰ দৰে বলি থাকিব সিমান দিন অসমীয়া জাতিয়ে অৰুণোদইৰ কথা পাহৰিব নোৱাৰে আৰু সিমান দিনলৈ আমেৰিকান বেপ্টিষ্ট মিশ্যনৰ অৰুণোদয় পাদুৰীসকললৈ কৃতজ্ঞতাৰ শৰাই আগবঢ়াই থাকিব।'

খ্ৰীষ্টান ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে কাকতখন প্ৰকাশ কৰা হৈছিল যদিও ইয়াত ইতিহাস, ভূগোল, ধৰ্ম, বিজ্ঞান, নীতিশিক্ষা ইত্যাদি বিভিন্ন বিষয়ে ঠাই পাইছিল। এই কাকতৰ মিছনেৰী লেখকসকলৰ ভিতৰত অলিভাৰ টি কটৰ, ইলাইজা হুইটনি ব্ৰাউন, এডৱাৰ্ড ডব্লিউ ক্লাৰ্ক, এ. এইচ. ডেনফোৰ্থ, এছ. এম. হোৱাইটিং, চুচান আৰ. বি. ৱাৰ্ড, ড° নাথান ব্ৰাউন, ড° মাইলছ ব্ৰনছন, হেৰিয়েট বি. এল. কটাৰ আদি আছিল প্ৰধান। সেইদৰে অসমীয়া লেখকসকলৰ ভিথৰত আনন্দৰাম ঢেকিয়াল ফুকন, কমলাকান্ত ভট্টাচাৰ্য, কনক চন্দ্ৰ শৰ্মা, কান্দুৰা বলিন স্মিথ, কাশীনাথ দ্বিজ, তামুলীফুকন, গুণাভিৰাম বৰুৱা, কিনাৰাম সত্ৰিয়া, গোবিন্দৰাম ভূঞা, চন্দ্ৰশেখৰ বৰুৱা, দয়াৰাম চেতিয়া, দুতিৰাম হাজৰিকা, ধৰ্মকান্ত গোঁহাই, নিধিলিবাই ফাৰোৱেল, পূৰ্ণানন্দ বেজবৰুৱা, বাতিৰাম দাস (পেক), মুন্সী কেফায়ৎ উল্লা, যাদুৰাম ডেকাবৰুৱা, হৰকান্ত বৰুৱা সদৰামীন, হেমচন্দ্ৰ

বৰুৱা ইত্যাদি।

'আসাম বিলাসিনী' (১৮৭১-১৮৮৩) হ'ল অসমীয়া ভাষাৰ দ্বিতীয়খন সংবাদপত্ৰ। আউনীআটী সত্ৰৰ পৰা শ্ৰীধৰ বৰুৱাৰ সম্পাদনাত প্ৰকাশিত এই সংবাদপত্ৰখনিৰ বিষয়ে তীৰ্থনাথ শৰ্মাই তেওঁৰ 'আউনীআটী সত্ৰৰ বুৰঞ্জী'ত এনেদৰে লিখিছে—

"আউনীআটী সত্ৰৰ যাউতিযুগীয়া সাহিত্য খ্যাতি পাবলগীয়া কৰ্ম হ'ল সংবাদ পত্ৰ সাহিত্যৰ সৃষ্টি। ১৮৭১ খ্ৰীষ্টাব্দৰ পৰা ১৮৮৩ খ্ৰীষ্টাব্দলৈকে অসমীয়া লোকে প্ৰকাশ কৰা 'আসাম বিলিসিনী' নামৰ সাময়িক পত্ৰিকা প্ৰকাশ হৈছিল দত্তদেৱ প্ৰভুৰ নেতৃত্বত আউনীআটী সত্ৰৰ পৰাই।"

শ্ৰীশ্ৰী দত্তদেৱ গোস্বামীয়ে এই কাকতখন প্ৰকাশৰ বাবে ১৮৭১ খ্ৰীষ্টাব্দত কলিকতাৰ পৰা এটা ছপাশাল কিনি আনি 'ধৰ্ম প্ৰকাশ যন্ত্ৰ' নাম দি সত্ৰত প্ৰতিষ্ঠা কৰি শ্ৰীধৰ বৰুৱাৰ সহযোগত 'আসাম বিলাসিনী' কাকত প্ৰকাশ কৰি উলিয়ায়। এই কাকতেই পদ্মহাস গোস্বামী আৰু ভোলানাথ দাসৰ কবিতা প্ৰকাশিত হৈছিল। দৰাচলতে অসমীয়া সাহিত্য সমালোচনাৰ সূত্ৰপাত ঘটে আসাম বিলাসিনীৰ পাততেই। কাকতখন প্ৰকাশৰ অন্তৰালত হিন্দু ধৰ্ম আৰু সংস্কৃতিৰ প্ৰচাৰৰ ইংগিত দি যতীন্দ্ৰনাথ গোস্বামীয়ে লিখিছিল—'অৰুণোদই কাকতৰ যোগেদি খ্ৰীষ্টান ধৰ্মৰ বাণী প্ৰচাৰ হোৱাত তাৰ প্ৰতিক্ৰিয়া স্বৰূপে আউনীআটী সত্ৰৰ পৰা ওলোৱা 'আসাম বিলাসিনী' (১৮৭১-৮৩) কাকতে সনাতন হিন্দু ধৰ্মৰ তত্ত্বকথা আলোচনা কৰে।"

কাকতখন সম্পৰ্কে আন এঠাইত তীৰ্থনাথ শৰ্মাই লিখিছে—'খ্ৰীষ্টীয় পাদুৰীবিলাকে ছপাশাল পাতি অৰুণোদয় কাকত আৰু বিভিন্ন খ্ৰীষ্ট ধৰ্মীয় পুস্তক প্ৰকাশ কৰি ধৰ্ম প্ৰচাৰ কৰাৰ কৌশল প্ৰভুৱে স্বচক্ষে দেখা পাইছিল। ছপাশাল নতুনকৈ সোমোৱা সভ্যতাৰ এটি মহৎ দান। তাৰ সু যোগ লৈ অসমীয়া ভাষাত সাপ্তাহিক সংবাদ উলিওৱা আৰু আমাৰ দেশত পুৰণি ধৰ্মগ্ৰন্থ ছপাই অসমীয়াৰ মাজত স্বধৰ্ম প্ৰকাশ কৰাৰ কাৰ্য কল্পনা গ্ৰহণ কৰাটো ইংৰাজী শিক্ষাৰ লগত সম্পৰ্ক নথকা প্ৰাচীন সংস্কৃতিৰ বাহক পুৰুষ এজনৰ পক্ষে কালাগ্ৰ প্ৰসাৰিণী চিন্তা বুলি ক'ব লাগিব। বিদেশীয়ে



প্ৰকাশ কৰা অৰুণোদয়ৰ পাছতে অসমীয়া লেখকে উলিওৱা প্ৰথম সংবাদপত্ৰ হ'ল প্ৰভু দত্তদেৱৰ মোহনীয় কীৰ্তি 'আসাম বিলাসিনী'।

মাজুলীৰ 'ধৰ্ম প্ৰকাশ যন্ত্ৰ'ৰ পৰাই ১৮৭৬ খ্ৰীষ্টাব্দত 'আসাম দীপক' নামৰ এখন মাহেকীয়া আলোচনী প্ৰকাশ পায়। এই খ্ৰীষ্টাব্দতে প্ৰকাশিত আন কেইখনমান কাকত হ'ল—'চন্দ্ৰোদয়', 'আসাম দীপিকা' আৰু 'গোৱালপাৰা হিতসাধিনী'। ইয়াৰে শেষৰখন কাকত বাংলা ভাষাত প্ৰকাশ পায়। গুৱাহাটীৰ ছিদানন্দ প্ৰেছৰ পৰা ১৮৭২ খ্ৰীষ্টাব্দত প্ৰথম অসমীয়া সাদিনীয়া বাতৰি কাকত 'আসাম মিহিৰ' (১৮৭২-৭৩) বাংলা আৰু ইংৰাজী ভাষাত প্ৰকাশ পায়। পৰৱৰ্তী কালত প্ৰকাশিত 'চন্দ্ৰোদয়' নামৰ ধৰ্মমূলক কাকতখনিও এই প্ৰেছৰ পৰাই প্ৰকাশ কৰা হৈছিল।

১৮৭৪ খ্ৰীষ্টাব্দত অবিভক্ত দৰং জিলাৰ বিশ্বনাথ চাৰিআলিৰ পৰা লক্ষীকান্ত বৰকাকতিৰ সম্পাদনাত 'আসাম দৰ্পণ' নামৰ মাহেকীয়া কাকতখন ওলায় আৰু কিছুদিন চলাৰ পিছত বন্ধ হয়। ১৮৮৬ খ্ৰীষ্টাব্দত শ্ৰীধৰ বৰুৱাৰ সম্পাদনাত 'আসাম তৰা' নামৰ আন এখনি কাকত প্ৰকাশ পায় আৰু ১৮৯০ খ্ৰীষ্টাব্দলৈকে চলে।

১৮৮৮ খ্ৰীষ্টাব্দত কৰুণাভিৰাম বৰুৱাৰ সম্পাদনাত প্ৰকাশিত 'ল'ৰা-বন্ধু' নামৰ আলোচনীখনেই প্ৰথম অসমীয়া শিশু আলোচনী। মাত্ৰ দুটা সংখ্যা প্ৰকাশৰ পাছতেই আলোচনীখন বন্ধ হয়।

১৮৮৯ খ্ৰীষ্টাব্দত ৯ ফেব্ৰুৱাৰীত চন্দ্ৰকুমাৰ আগৰৱালাৰ সম্পাদনাত কলিকতাৰ পৰা 'জোনাকী' নামৰ মাহেকীয়া কাকতখন প্ৰকাশিত হয়। জোনাকীৰ পৰৱৰ্তী সম্পাদকসকল আছিল যথাক্ৰমে—হেমচন্দ্ৰ গোস্বামী, লক্ষ্মীনাথ বেজবৰুৱা, কনকলাল বৰুৱা, ৰমাকান্ত বৰকাকতি আৰু মীনাৰাম হাজৰিকা। পৰৱৰ্তী কালত সত্যনাথ বৰা আৰু কনকলাল বৰুৱাৰ সম্পাদনাত গুৱাহাটীৰ পৰা 'জোনাকী' কাকত প্ৰকাশ পায়। এই কাকতৰ যোগেদি অসমীয়া সাহিত্যত ৰোমাণ্টিক ভাবধাৰাই প্ৰকাশ আৰু বিকাশ লাভ কৰে। 'জোনাকী'ৰ সম-সাময়িকভাৱে কৃষ্ণপ্ৰসাদ দুৱৰাৰ সম্পাদনাত ১৮৯০ খ্ৰীষ্টাব্দত কলিকতাৰ পৰা 'বিজুলী' নামৰ মাহেকীয়া কাকতখন প্ৰকাশ পায়। এই কাকতৰ পৰৱৰ্তী কালৰ সম্পাদক আছিল যথাক্ৰমে

পদ্মনাথ গোহাঞিবৰুৱা আৰু লক্ষ্মীধৰ শৰ্মা।

ইয়াৰ পাছতেই কালিৰাম বৰুৱা আৰু মাণিক চন্দ্ৰ বৰুৱাৰ সম্পাদনাত গুৱাহাটীৰ পৰা 'আসাম' নামৰ জাতীয় ভাবাপন্ন দ্বিভাষিক কাকতখন প্ৰকাশ পায়। আনহাতে ৰাধানাথ চাংকাকতিৰ সম্পাদনাত ডিব্ৰুগড়ৰ পৰা ১৮৯৫ খ্ৰীষ্টাব্দত 'ডি টাইমছ অব আসাম' নামৰ ইংৰাজী ভাষাৰ সাপ্তাহিক কাকতখন প্ৰকাশ পায়। আন এখন দ্বিভাষিক সাদিনীয়া কাকত হ'ল 'আসাম বন্তি'। কাকতখন মথুৰামোহন বৰুৱাৰ সম্পাদনাত তেজপুৰৰ পৰা প্ৰকাশ পায়। ইয়াৰ পৰৱৰ্তী সম্পাদকসকল আছিল যথাক্ৰমে—জয়দেৱ শৰ্মা, যোগানন্দ দত্ত আৰু পদ্মনাথ গোহাঞিবৰুৱা।

অসমীয়া আৰু ইংৰাজী ভাষাত প্ৰকাশিত আন এখনি দ্বিভাষিক সাপ্তাহিক কাকত হ'ল 'আসাম নিউচ' (১৮৮২-৮৫)। হেমচন্দ্ৰ বৰুৱাই সম্পাদনা কৰা এইখন কাকতৰ যোগেদিয়েই দৰাচলতে অসমীয়া বাক্যবিন্যাস পদ্ধতিয়ে এক নিৰ্দিষ্ট গতি লাভ কৰে। হেমচন্দ্ৰ গোস্বামীৰ ভাষাত—'আসাম নিউচে যি ভাষা শিকাই গ'ল, আজিকালিৰ অসমীয়া ভাষাই তাকেহে আওৰাইছে'। আসাম নিউচৰ ভাষা সম্পৰ্কে বেণুধৰ শৰ্মাই এনেদৰে মন্তব্য কৰিছে—'নিউচৰ ভাষা বৰ গহীন, বিশুদ্ধ আৰু প্ৰমাদহীন। সেইদেখি এই কাকতৰ ভাষাই আছিল বহুত দিনলৈকে বাতৰি কাকতৰ আৰ্হি ভাষা।' গতিকে দেখা যায় যে আধুনিক অসমীয়া বৰ্ণ বিন্যাস পদ্ধতিত কাকতখনে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল।

'আসাম নিউচ'ৰ ঠিক পিছতেই গুণাভিৰাম বৰুৱাৰ সম্পাদনাত 'আসাম বন্ধু' নামৰ মাহেকীয়া কাকতখনি প্ৰকাশ পায়। 'জোনাকী'ত বিকাশ লাভ কৰা ৰোমাণ্টিক ভাবধাৰাৰ শুভাৰম্ভও ঘটে এইখন কাকতৰ বুকুতেই। বিশেষকৈ ভোলানাথ দাস আৰু ৰত্নেশ্বৰ মহন্তৰ কবিতাতেই পোন প্ৰথমে এনে ভাবধাৰাই প্ৰকাশ লাভ কৰে।

কাকতখনৰ সম্পাদক ভাষাৰ ক্ষেত্ৰত তুলনামূলকভাৱে উদাৰ আছিল আৰু ব্যাকৰণৰ নিকপকপীয়া বান্ধোন এই কাকতত মানি চলা নহৈছিল। 'জনসাধাৰণৰ মনোৰঞ্জন আৰু জ্ঞান চৰ্চাই আছিল কাকতখনৰ মূল উদ্দেশ্য। এই কাকতৰ প্ৰধান লেখকসকল আছিল দেৱীচৰণ বৰুৱা,



নাৰায়ণ শৰ্মা, ৰুদ্ৰৰাম বৰদলৈ, নৰনাথ মহন্ত, নবীনৰাম ফুকন, কৰুণাভিৰাম বৰুৱা, ৰবিনাৰায়ণ বৰা, পূৰ্ণকান্ত শৰ্মা, কমলাকান্ত ভট্টাচাৰ্য, স্বৰ্ণলতা বৰুৱা ইত্যাদি। এওঁলোকৰ বাহিৰেও অন্যান্য ভালেমান লেখকে 'আসাম বন্ধু'ৰ যোগেদি সাহিত্য চৰ্চাত মনোনিবেশ কৰিছিল।

বলি নাৰায়ণ বৰাৰ ভাতৃ হৰনাৰায়ণ বৰাৰ সম্পাদনাত ১৮৮৬ খ্ৰীষ্টাব্দত ডিচেম্বৰ মাহত 'মৌ' নামৰ কাকতখন প্ৰকাশ পায়। কাকতখনত সামাজিক, ৰাজনৈতিক সকলো বিষয়ৰ প্ৰবন্ধ প্ৰকাশিত হৈছিল। মাত্ৰ চাৰিটা সংখ্যা প্ৰকাশ পালেও 'মৌ' কাকতখন এচাম নতুন লেখক সৃষ্টি কৰাৰ লগে লগে অসমীয়া সাহিত্যৰ ক্ষেত্ৰখনো সম্প্ৰসাৰিত কৰিছিল। নিৰ্ভীকতা আৰু স্পষ্টবাদিতা আছিল কাকতখনৰ ঘাই বৈশিষ্ট্য।

গতিকে দেখা যায় যে ঊনবিংশ শতিকাত সংবাদ পত্ৰসমূহেই সাহিত্য সৃষ্টিত প্ৰধান ভূমিকা গ্ৰহণ কৰিছিল। অৱশ্যে সংবাদ পত্ৰৰ সৈতে পোনপতীয়াভাৱে জড়িত নোহোৱাকৈয়ো দুই-এগৰাকী লোকে পাঠ্যপুথি প্ৰস্তুত কৰা, গ্ৰন্থাদিৰ অনুবাদ আদি কৰ্মত মনোনিবেশ কৰিছিল।

.০৫ আমাৰ সমগ্ৰ পৰিকল্পনাটি সভাৰ মাননীয় সভাপতি পদ্মশ্ৰী ৰংবং তেৰাং, প্ৰধান সম্পাদক ড° পৰমানন্দ ৰাজবংশীৰ নেতৃত্বত আৰু উপ-সভাপতি তথা এই খণ্ডৰ মুখ্য সম্পাদক শ্ৰী কনক চন্দ্ৰ শৰ্মাৰ দিহা-পৰামৰ্শত সম্পন্ন কৰা হৈছে। এই ক্ষেত্ৰত আমাৰ দুগৰাকী সহযোগী সম্পাদক শ্ৰী বৰ্ণালী ডেকা আৰু শ্ৰী দীপ্তি ভৰালী ডেকা আদিৰ সহায় সহযোগ স্মৰণীয়। লগতে ফণী তালুকদাৰ গ্ৰন্থাগাৰৰ গ্ৰন্থাগাৰিক শ্ৰী অপৰাজিতা চক্ৰৱৰ্তী মিশ্ৰ আৰু অক্ষৰ বিন্যাসত কবিতা বৰা নেওগে আগবঢ়োৱা সহযোগিতাৰ শলাগ ল'লোঁ। এই সংকলনত বৰ্ণনাক্ৰমিকভাৱে লেখকসকলৰ নাম সন্নিৱিষ্ট কৰা হৈছে। ফলত, যিসকল লেখকৰ জন্ম-মৃত্যু সম্পৰ্কীয় তথ্য পোৱা নগ'ল, তেওঁলোকৰ নামো উক্ত ক্ৰমতে সন্নিৱিষ্ট কৰা হ'ল। সময়ানুক্ৰমিকভাৱে সজাবৰ কাৰণে এই সময়ছোৱাৰ প্ৰায়বোৰ লেখকৰ স্থান-কাল সম্পৰ্কে তথ্য নোপোৱাৰ বাবেই সম্পাদনা সমিতিয়ে উক্ত নীতি গ্ৰহণ কৰিবলগীয়া হ'ল। সীমাবদ্ধ সময়ৰ ভিতৰত গ্ৰন্থখনি প্ৰস্তুত কৰি উলিওৱাত আমাৰ দৃষ্টিগোচৰ নোহোৱা কোনো তথ্য

অজানিতে ৰৈ যাব পাৰে, পৰৱৰ্তী সংস্কৰণত সেই আঁসোৱাহ দূৰ কৰাৰ প্ৰয়াস কৰা হ'ব। শেষত অসম সাহিত্য সভাই 'অসম লেখক কোষ'ৰ দ্বিতীয় খণ্ডটি সম্পাদনাৰ দায়িত্ব অৰ্পণ কৰাৰ বাবে সভাৰ বিষয়ববীয়াসকলৰ লগতে গ্ৰন্থ প্ৰণয়নৰ সৈতে জড়িত সকলোলৈকে কৃতজ্ঞতা জনালোঁ।

ড° প্ৰফুল্ল কুমাৰ নাথ

# সূচী


পৃষ্ঠা

লেখক-সূচী ঃ

প্ৰথম অধ্যায় ঃ

অসমীয়া ভাষা-সাহিত্যৰ লেখকসকল ১

দ্বিতীয় অধ্যায় ঃ

ঊনবিংশ শতিকাৰ ঐতিহ্যবাহী সংস্কৃত শিক্ষা আৰু পাশ্চাত্য শিক্ষাৰে শিক্ষিত অসমৰ সংস্কৃত পণ্ডিত-লেখকসকল ১১৭

তৃতীয় অধ্যায় ঃ

অসমত থকা অসামৰিক আৰু সামৰিক বৃটিছ লেখক-বিষয়াসকল ১৩৪

চতুৰ্থ অধ্যায় ঃ

ঊনবিংশ শতিকাৰ অসমৰ সংবাদপত্ৰ-আলোচনী (সময়ানুক্ৰমিক) ১৫৭

# প্ৰথম অধ্যায়

# অসমীয়া ভাষা-সাহিত্যৰ লেখকসকল

## অ

**অমৃতপ্ৰিয়া দেৱী (জন্ম ঃ ১৮৮৩ খ্ৰী.)**

১৮৮৩ খ্ৰী.ত অমৃতপ্ৰিয়া দেৱীয়ে কামৰূপ জিলাৰ ভালুকী গাঁৱত জন্মগ্ৰহণ কৰে। তেওঁৰ পিতৃ বিখ্যাত জ্যোতিষী, জ্যোতিষ সিদ্ধান্ত শাস্ত্ৰী ৰত্নেশ্বৰ দেৱ শৰ্মা আৰু মাতৃ হালধিপ্ৰিয়া দেৱী। সৰুতেই পিতৃ বিয়োগ ঘটাত ককায়েক ধৰ্মেশ্বৰ শৰ্মা জ্যোতিষৰত্নৰ সহায়ত সংস্কৃত আৰু বাংলা ভাষা আয়ত্ব কৰিছিল। *'সাদিনীয়া অসমীয়া'*ত প্ৰকাশিত অমৃতপ্ৰিয়া দেৱীৰ *'গৰুবিহু আৰু ভাৰতীয় সংস্কৃতি', 'পশুপালন'* নামৰ কাকতত প্ৰকাশিত 'গৰু বিহু' আৰু ভাৰতীয় সংস্কৃতিৰ মূল্য' আদি উল্লেখযোগ্য প্ৰবন্ধ। নিজৰ ইচ্ছা আৰু একাগ্ৰতাৰ ফলত অমৃতপ্ৰিয়া দেৱীয়ে অসমীয়া সাহিত্যলৈ আগবঢ়াই থৈ গ'ল এক অমূল্য ভাণ্ডাৰ।

**অমৃতভূষণ দেৱ অধিকাৰী (জন্ম ঃ ১৮৫৮, মৃত্যু ঃ ১৯৪২ খ্ৰী.)**

বৈষ্ণৱ ধৰ্ম আৰু সংস্কৃতিৰ একান্ত সাধক অমৃতভূষণ দেৱ অধিকাৰীৰ জন্ম হয় অসমৰ পশ্চিম প্ৰান্তৰ গোৱালপাৰাৰ দলগোমা সত্ৰত। তেওঁৰ পিতৃ ৰামচৰণ ঠাকুৰৰ বংশৰ কণ্ঠভূষণ দেৱ অধিকাৰী আৰু মাতৃৰ নাম আকাশীলতা। পিতৃৰ বিয়োগ হোৱাত ককায়েক ৰাজেন্দ্ৰভূষণৰ তত্ত্বাৱধানতে তেওঁ পঢ়া-শুনা কৰে। প্ৰৱেশিকা পৰীক্ষাত তেওঁ দ্বিতীয় বিভাগত উত্তীৰ্ণ হৈ কলিকতাৰ প্ৰেছিডেন্সী কলেজত অধ্যয়ন কৰে যদিও ককায়েকৰ মৃত্যু হোৱাত স্নাতক পৰীক্ষা নিদিয়াকৈয়ে ঘূৰি আহিবলগীয়া

হয়। পাছত যোৰহাট বেজবৰুৱা হাইস্কুলত সহকাৰী শিক্ষক আৰু গৌৰীপুৰ হাইস্কুলৰ সহকাৰী শিক্ষক আৰু অধীক্ষকৰ দায়িত্ব বহন কৰি অৱসৰ লয়।

বাঁহী, আৱাহন আদিত তেওঁৰ প্ৰবন্ধ প্ৰকাশ পায়। তেওঁৰ একমাত্ৰ প্ৰকাশিত পুথি—*শ্ৰীমন্নাম ঘোষা* (১৯১১)ত মাধৱদেৱৰ নামঘোষাৰ পদসমূহ ব্যাখ্যা কৰা হৈছে। ১৯২৩ খ্ৰীষ্টাব্দত অসম সাহিত্য সভাৰ যোৰহাটত বহা পঞ্চম অধিৱেশনত অধিকাৰীয়ে সভাপতিত্ব কৰিছিল ।

**অলিভাৰ টি কট্টৰ**

অৰুণোদয় কাকতৰ আৰম্ভণিৰে পৰা ইয়াৰ মুদ্ৰক আৰু প্ৰকাশকৰূপে অলিভাৰ টি কট্টৰে কাৰ্যনিৰ্বাহ কৰে। শিৱসাগৰ বেপ্টিষ্ট মিছন প্ৰেছত ছপা হোৱা অসংখ্য পুথি পুস্তিকাৰ লগত কট্টৰৰ নাম জড়িত।

ছপাশালত কাম কৰি ইতিমধ্যে কাট্টাৰে যথেষ্ট অভিজ্ঞতা আহৰণ কৰিছিল। ১৮৩৫ খ্ৰীষ্টাব্দৰ ২৫ ছেপ্টেম্বৰত মাইলচ ব্ৰনচনৰ সৈতে তেওঁলোক কলিকতা পায় আৰু তাৰ পৰা এটা ছপাশাল লৈ তেওঁলোক নাৱেৰে আহি ১৮৩৬ খ্ৰীষ্টাব্দৰ ২৩ মাৰ্চত শদিয়া পায়হি। ব্ৰাউন আৰু কাট্টাৰে শদিয়াৰ পৰা জয়পুৰলৈ আহি তাত বসবাস কৰা চিংফৌ আৰু নগাসকলৰ মাজত ধৰ্ম প্ৰচাৰৰ প্ৰয়াস কৰে। কিন্তু জয়পুৰতো তেওঁলোকৰ আশা পূৰণ নহ'ল। সেয়ে ১৮৪৩ খ্ৰীষ্টাব্দত দুয়ো শিৱসাগৰলৈ আহি তাতে থিতাপি ল'লেহি। অলিভাৰ কট্টাৰ ছপাশালৰ কৰ্মী হিচাপে অতি সুদক্ষ আছিল যদিও বিশেষ কাৰণত তেওঁক মিছনৰ পৰা বৰ্খাস্ত কৰা হৈছিল।





# আ

**আনন্দচন্দ্ৰ আগৰৱালা (জন্ম ঃ ১৮৭৪, মৃত্যু ঃ ১৯৩৯ খ্ৰী.)**

১৮৭৪ খ্ৰীষ্টাব্দৰ ৫ চেপ্টেম্বৰত তেজপুৰৰ কলংপুৰ মৌজাৰ ব্ৰহ্মজানত আনন্দচন্দ্ৰ আগৰৱালাই জন্ম গ্ৰহণ কৰিছিল। তেওঁৰ পিতৃৰ নাম কাশীৰাম আৰু মাতৃৰ নাম ৰাধিকা আছিল। আনন্দচন্দ্ৰই যি সময়ত কলংপুৰত জন্মগ্ৰহণ কৰিছিল সেই সময়ত তাত উচ্চ শিক্ষা লাভৰ ব্যৱস্থা নাছিল। গতিকে তেওঁ প্ৰাথমিক শিক্ষা শেষ কৰিয়েই কলংপুৰ এৰি বৰদেউতাকৰ (হৰিবিলাস আগৰৱালাৰ) তেজপুৰৰ ঘৰত থাকি পঢ়িবলৈ লৈছিল। তাতেই থাকি তেজপুৰ চৰকাৰী হাইস্কুলৰ পৰা ১৮৯১ খ্ৰীষ্টাব্দত এন্ট্ৰেন্স পাছ কৰে আৰু কলিকতাৰ মেট্ৰোপলিটান ইনষ্টিটিউছনত নাম লগায়। তাত তেওঁ এফ. এ. লৈকে পঢ়ি কিছুদিন হৰিবিলাস আগৰৱালাৰ কলিকতাৰ ব্যৱসায়ত সহায় কৰি তাতে থাকে। স্বাভিমানী, তীক্ষ্ণ বুদ্ধিসম্পন্ন মেধাবী আনন্দচন্দ্ৰ আগৰৱালাই ১৮৯৪ খ্ৰীষ্টাব্দৰ ২৪ অক্টোবৰত আৰক্ষী বিভাগত ভৰ্তি হৈ সেই বিভাগৰ ছাব-ইন্সপেক্টৰ পদৰ পৰা কেইবছৰমান পাছত ইন্সপেক্টৰ পদলৈ উন্নীত হয়। আৰু কৰ্তব্য-পৰায়ণতা আৰু কৰ্ম দক্ষতাৰ বাবে আনন্দ চন্দ্ৰ আগৰৱালাক ইংৰাজ চৰকাৰে ১৯১৬ খ্ৰীষ্টাব্দত ৰায়চাহাব খিতাপেৰে সন্মানিত কৰে।

তেওঁ ৩৫ বছৰ চাকৰি কৰি ১৯৩০ খ্ৰীষ্টাব্দত পুলিচ ছুপাৰিণ্টেণ্ডেণ্ট পদত থাকোঁতেই চৰকাৰী কামৰ পৰা ইচ্ছাকৃত অৱসৰ গ্ৰহণ কৰে।

আনন্দচন্দ্ৰ আগৰৱালাই গমিৰিৰ থালি পুকুৰীয়া গাঁৱৰ হৰিচৰণ বৰাৰ জীয়েক, অন্যতম স্মৰণীয়, ভাষা সাহিত্যসেৱী লম্বোদৰ বৰাৰ ভতিজাজী অপৰাজিতা বৰাক বিয়া কৰায়।

আনন্দচন্দ্ৰ আগৰৱালাই পিছৰ জীৱনত এজন যশস্বী কবি হিচাপে নিজক প্ৰতিষ্ঠা কৰিলে। তেওঁ নৈবেদ্য হিচাপে 'জোনাকী'ত আগবঢ়ালে

*লতা, গোলাপ কুঁৱৰী আৰু প্ৰেম* আদি কবিতা আৰু প্ৰবন্ধ সম্ভাৰ। ঠিক একেদৰে 'বিজুলী' কাকততো তেওঁ আগবঢ়ালে বিভিন্ন কবিতা আৰু প্ৰবন্ধ।

১৮৬১ শকৰ দ্বিতীয় বছৰ বিহু সংখ্যা 'জয়ন্তী'ত তেওঁ লিখা 'লোক-ৰহস্য' নামৰ আখ্যানটি তেওঁৰ সাহিত্য সৃষ্টিৰ প্ৰতি থকা আগ্ৰহৰ নিদৰ্শন। আখ্যানটিত তেওঁৰ সূক্ষ্ম পৰ্যবেক্ষণ আৰু কৌতুক প্ৰকাশ পাইছে। স্বদেশপ্ৰেমী আনন্দচন্দ্ৰ আগৰৱালাই 'গোৱালপাৰাৰ পুৰণি বিৱৰণ' নামে এখন পুস্তিকা লিখি উলিয়াইছিল। এই পুথিখনিত গোৱালপাৰা যে অসমৰ অবিচ্ছেদ্য অংগ তাকে ঐতিহাসিক তথ্যৰ ভিত্তিত নিৰূপণ কৰি দেখুৱাইছিল। 'জোনাকী যুগ'ত সাহিত্যিক হিচাপে যশস্যা অৰ্জন কৰা আনন্দচন্দ্ৰ আগৰৱালা *'ভাঙনি কোঁৱৰ'* ৰূপেও জনাজাত। তেওঁ একাধাৰে সৃষ্টিশীল সাহিত্যিক, পুৰাতত্ত্ববিদ আৰু স্বদেশ-প্ৰেমেৰে অনুপ্ৰাণিত দেশপ্ৰাণ সাহিত্যিক। পঢ়াশলীয়া ছাত্ৰ অৱস্থাত আসাম তৰা, জোনাকী, বিজুলী, উষা আদি কাকতত কবিতা আৰু প্ৰবন্ধ লিখি নিজৰ প্ৰতিভাৰ পৰিচয় দিছিল আৰু ইয়াতেই তেওঁৰ ভৱিষ্যৎ প্ৰতিভাই গজালি মেলিছিল। তেওঁ 'অসমীয়া আদি পাঠ' (১৯২০) প্ৰথম, দ্বিতীয় ভাগ, কোমল পাঠ (১৯১০) আদি স্কুলীয়া পাঠ্য-পুথি ৰচনা কৰিছিল। ১৯১৮ খ্ৰীষ্টাব্দত প্ৰকাশিত 'জিলিকনি' (১৯২০) বহু বছৰ ধৰি অসমৰ হাইস্কুলত পাঠ্যপুথি হিচাপে চলি আছিল। 'গোৱালপাৰাৰ পুৰণি বিৱৰণ' আৰু 'An Account of Assam' তেওঁৰ আন দুখন প্ৰকাশিত পুথি। ইয়াৰ উপৰিও 'পদুমণি', 'জনক জীয়াৰী' আৰু 'অসম' নামৰ তিনিখন কিতাপ অপ্ৰকাশিতভাৱে আছিল।

আনন্দচন্দ্ৰৰ 'পদুমণি' এঘাৰটি বাচকবনীয়া কবিতাৰ সংকলন। পাছত অসম সাহিত্য সভাই জন্ম শতবাৰ্ষিকী উপলক্ষে প্ৰকাশ কৰা ***আনন্দচন্দ্ৰ আগৰৱালা ৰচনাৱলী***ত কবিতাকেইটা সন্নিৱিষ্ট কৰে। ইয়াৰ প্ৰথম কবিতা





'যোগী' ইংৰাজ কবি গল্ডস্মিথৰ 'হাৰমিট' নামৰ কবিতাটিৰ অনুবাদ। আগৰৱালাৰ আন আন ইংৰাজী কবিতা 'দাউ আৰ্ট অ' গড'ৰ অনুবাদ 'জীৱন সংগীত', 'দি ছেফাৰ্ড এণ্ড দি ফিলচফাৰ' কবিতাৰ ৰূপান্তৰ 'চহা আৰু পণ্ডিত' ইত্যাদি। ইংৰাজ কবি ৱৰ্ডছৱৰ্থৰ 'লুচি'ৰ দৰেই 'পানেশই' আনন্দচন্দ্ৰৰ কল্পনাৰ ৰূপহী কন্যা। 'আৱাহন'ত প্ৰকাশিত 'প্ৰাৰ্থনা' আৰু 'গীত' নামৰ সংকলিত কবিতাত গভীৰ শাস্ত্ৰ অধ্যয়ন আৰু আধ্যাত্মিক চিন্তাধাৰা প্ৰতিফলিত হৈছে। আনন্দচন্দ্ৰই ল'ৰা-ছোৱালীৰ 'নিচুকণি' গীতো লিখিছিল। ১ম বছৰ ৮ ম সংখ্যা 'আৱাহন'ত প্ৰকাশিত 'স্বৰ্ণনদী' তেওঁৰ আন এক প্ৰৱন্ধ। 'অসম কোষ' নামে পুৰণি অসমৰ পৰিচায়ক অভিধান সংকলন কৰাৰ যো-জা কৰিছিল। তেজপুৰ অঞ্চলৰ গঠনমূলক কামৰ লগত জড়িত আনন্দচন্দ্ৰ আগৰৱালা 'তেজপুৰ মহিলা শিল্প মন্দিৰ' প্ৰতিষ্ঠাতাসকলৰ ভিতৰত অন্যতম আছিল। ৮ ম বছৰ ৩ য় সংখ্যা আৱাহনত তেওঁৰ সৃষ্টিতত্ত্ব (১) প্ৰৱন্ধ প্ৰকাশ পায়। তেওঁৰ আধ্যাত্মিক তত্ত্ব-বিশ্লেষণৰ কেইটামান প্ৰবন্ধ হ'ল—কৰ্মফল তত্ত্ব, পৰলোক তত্ত্ব আৰু অৰুন্ধতীৰ উপাখ্যান। তেওঁৰ 'কুহিলা', 'মহা মহা পুৰুষৰ চানেকিৰে জীৱনৰ', 'ঈশ্বৰচন্দ্ৰ বিদ্যা সাগৰ', 'মহৎ জীৱনৰ এটি ঘটনা', জোৱান ডাৰ্ক, 'ধ্ৰুৱ', 'লম্বোদৰ বৰা', 'মহাত্মা হংসৰাজ', 'ৰায়চাহাব নাৰায়ণচন্দ্ৰ বৰুৱা', 'শিষ্ট ভট্টাচাৰ্য আৰু শিশুপাল বধ, 'সতীৰ পতিভক্তি', 'সীতা, 'ৰামায়ণৰ এছোৱা' ইত্যাদি তেওঁৰ উল্লেখযোগ্য প্ৰবন্ধ। প্ৰথম অসমীয়া পাঠ্যপুথি 'ল'ৰা বন্ধু'ৰ (১৮৮৮) তেওঁ আছিল প্ৰধান সহায়ক। তেওঁ 'শ্ৰীহৰ্ষ' নাম লৈ কবিতা লিখিছিল। তেওঁ অসম সাহিত্য সভাৰ পঞ্চদশ অধিবেশনত (মঙলদৈ, ১৯৩৪) সভাপতিত্ব কৰিছিল।

আগৰৱালা অকল সু-সাহিত্যিক আৰু সুখ্যাতিৱন্ত প্ৰত্ন-তাত্ত্বিকেই নাছিল, তেওঁৰ প্ৰতিভা আছিল বৈচিত্ৰ্যপূৰ্ণ। বিশ্ববিদ্যালয়ৰ উচ্চতৰ শিক্ষা লাভ নকৰাকৈ নিজৰ অধ্যৱসায় আৰু অদম্য স্পৃহাৰে তেওঁ অশেষ জ্ঞানৰ অধিকাৰী হ'ব পৰিছিল। তেওঁ ইংৰাজীৰ পৰা অসমীয়ালৈ কবিতাবোৰ ভাঙনি কৰিছিল বাবে তেওঁক 'ভাঙনি কোঁৱৰ' বুলিও কোৱা

হৈছিল। এইজনা সু-সাহিত্যিকে ১৯৩৯ খ্ৰীঃৰ ১৬ ডিচেম্বৰ তাৰিখে তেজপুৰৰ নিজা ঘৰত পৰলোক গমন কৰে।

**আনন্দৰাম ঢেকিয়ালফুকন** (জন্ম ঃ ১৮২৯, মৃত্যু ঃ ১৮৫৯ খ্ৰী.)

১৮২৯ খ্ৰীষ্টাব্দত অসমীয়া ভাষাৰ ত্ৰাণকৰ্তা আনন্দৰাম ঢেকিয়ালফুকনৰ জন্ম হয়। তেওঁৰ পিতৃৰ নাম হলিৰাম ঢেকিয়ালফুকন আৰু মাতৃ প্ৰসূতী দেৱী। ফুকনে পাঁচ বছৰ বয়সতে শিক্ষাৰম্ভ কৰি সংস্কৃত আৰু বাংলা ভাষা শিকিবলৈ লয়। ১৮৩৭ খ্ৰীঃত খুড়াক যজ্ঞৰামৰ উদ্যোগত গুৱাহাটীত নৱ-প্ৰতিষ্ঠিত ইংৰাজী স্কুলত নাম লগায়। জেম্‌ছ মেথি আৰু জেনকিন্সৰ পৰা উদগনি পাই তেওঁ ১৮৪১ খ্ৰীষ্টাব্দত কলিকতালৈ উচ্চ শিক্ষা লাভ কৰিবলৈ যায়। হিন্দু কলেজৰ জুনিয়ৰ বিভাগৰ তৃতীয় শ্ৰেণীত নাম লগায়। ১৮৪৪ খ্ৰীষ্টাব্দত চিনিয়ৰ বিভাগৰ তৃতীয় শ্ৰেণীলৈ প্ৰমোচন হোৱাৰ পাছত ঘৰলৈ উভতি আহে আৰু পাছত মাহিন্দ্ৰী দেৱীক বিয়া কৰায়। তেওঁ গুৱাহাটীত এজন অক্সফোৰ্ডৰ স্নাতকৰ সহায়ত ইংৰাজী আৰু এজন মুনছিৰ সহায়ত পাৰ্চী-উৰ্দু ভাষাও আয়ত্ত কৰে। আনন্দৰাম ঢেকিয়ালফুকনে ১৮৪৬ খ্ৰীষ্টাব্দৰ পৰা অৰুনোদইত লিখিবলৈ আৰম্ভ কৰে। ১৮৪৯ খ্ৰীষ্টাব্দত এওঁ নানা জ্ঞান-বিজ্ঞানৰ কথাৰে 'অসমীয়া ল'ৰাৰ মিত্ৰ' নামৰ পুথি প্ৰকাশ কৰে। ১৮৫৫ খ্ৰীষ্টাব্দত তেখেতৰ ইংৰাজীতে লিখা 'A few Remarks on the Assamese Language, and on Vernacular Education in Assam' নামৰ পুস্তিকা প্ৰকাশ কৰে। এই পুস্তিকাত লেখকে অসমীয়া ভাষাৰ স্বতন্ত্ৰতা, বাংলা জাপি দিয়াৰ বিষময় ফল আদি আলোচনা কৰে। ইয়াৰ বাহিৰেও ফুকনে ইংৰাজী-অসমীয়া আৰু অসমীয়া-ইংৰাজী দুখন অভিধানৰ প্ৰণয়ন কৰিবলৈ লৈছিল। ১৮৭৪ খ্ৰীষ্টাব্দৰ অৰুণোদয়ত প্ৰকাশিত 'ইংলেণ্ডৰ বিৱৰণ' শীৰ্ষক ৰচনাৰে সাহিত্য চৰ্চাৰ শুভাৰম্ভ কৰা ঢেকিয়ালফুকনে কেৱল বিলাসৰ বাবে সাহিত্য সৃষ্টি নকৰি তাক এক ঐতিহাসিক তথা জাতীয় কৰ্তব্য হিচাপে গ্ৰহণ কৰিছিল। 'ইংলেণ্ডৰ বিৱৰণ' বোলা





ৰচনাখনেই ঢেকিয়ালফুকনৰ প্ৰথম প্ৰকাশিত ৰচনা। এই ৰচনাখন তেওঁৰ জাতীয়তা বোধৰ এক সুন্দৰ নিদৰ্শন। আনন্দৰাম ঢেকিয়ালফুকনৰ ভাষা আছিল মিছনেৰীসকলৰ দৰে সৰল আৰু বাক্য বিন্যাস ৰীতিও গঢ়ি তুলিছিল ইংৰাজী আৰু বাংলা ভাষাৰ বাক্য বিন্যাস ৰীতিৰ আদৰ্শত। আনন্দৰাম ঢেকিয়ালফুকন অকল আধুনিক অসমীয়া ভাষা সাহিত্যৰ ত্ৰাণকৰ্তাই নহয়, তেওঁৰ পৰা সেই কালৰ ভালেকেইজন অসমীয়া লেখকে প্ৰেৰণাও লাভ কৰিছিল। ঢেকিয়ালফুকনৰ জীৱনকাল আছিল তেনেই চুটি। মাথোন উনত্ৰিশ বছৰ। ইমান কম সময়ৰ ভিতৰতে তেওঁ অসমীয়া ভাষা-সাহিত্য তথা জাতিৰ উন্নতিকল্পে যিখিনি অৱদান আগবঢ়াই লৈ গ'ল, সেইখিনি অকল তাৎপৰ্যপূৰ্ণই নহয়, লেখকৰ উন্মেষশালিনী প্ৰতিভাৰ পৰিচায়ক।

তেওঁৰ ভালেমান লেখা অৰুণোদইত প্ৰকাশ পাইছিল। ইংৰাজ প্ৰশাসনত তেওঁ জুনিয়ৰ এচিষ্টেণ্ট আৰু সদৰামিন আদি পদবী লাভ কৰিছিল।

**আত্মাৰাম শৰ্মা** (১৮-১৯ শতিকা)

শৰ্মাদেৱ জন্মসূত্ৰে নগাঁৱৰ কলিয়াবৰৰ লোক। পিছলৈ তেওঁ কৰ্মসূত্ৰে কলিকতাত থাকিবলৈ লয় আৰু ছপাশালৰ পণ্ডিত হয়। ১৮০৩ খ্ৰীষ্টাব্দত পুৰী জগন্নাথ মন্দিৰ দৰ্শন কৰি উভতি অহা এজন অসমীয়া ব্ৰাহ্মণ শ্ৰীৰামপুৰত খ্ৰীষ্টান ধৰ্মত দীক্ষিত হৈছিল। শ্ৰীৰামপুৰতে শৰ্মাই বিয়া-বাৰু কৰাইছিল। গুৱাহাটীলৈ অহা প্ৰথম খ্ৰীষ্টধৰ্ম প্ৰচাৰক জেম্‌ছ ৰে'ক আত্মাৰাম শৰ্মাই অসমীয়া ভাষাৰ কাৰ্যকৰী জ্ঞান দিছিল। তেওঁৰ সহায় আৰু সহযোগতে উইলিয়াম কেৰিয়ে অসমীয়া ভাষালৈ বাইবেল অনুবাদ কৰে। তেওঁৰ আখৰ-জোঁটনি ব্ৰাউন, ব্ৰনছন আদিৰ পৰা কিছু পৃথক আছিল। অসমীয়াত লিখা প্ৰচাৰ পুস্তিকাসমূহো আত্মাৰাম শৰ্মাদেৱে ৰচনা কৰা বুলি ধাৰণা হয়। আত্মাৰাম শৰ্মাই অনুবাদ কৰা বাইবেল সম্পৰ্কত

আনন্দৰাম ঢেকিয়াল ফুকনে লিখিছে—'The whole of the Bible was translated and published by the Srerampore Missionaries with the aid of Atmaram Sharma, an Assamese pandit in the year 1813'

(A Few Remarks on the Assamese language and on vernacular Education in Assam.)

**আব্দুল মজিদ (জন্ম ঃ ১৮৬৭, মৃত্যু ঃ ১৯২৪ খ্রী.)**

আব্দুল মজিদৰ জন্ম হয় যোৰহাটত। তেওঁৰ পিতৃ শ্বাহ আমিন আমগুৰি মৌজাৰ মৌজাদাৰ আছিল। যোৰহাটত প্ৰাথমিক শিক্ষা লাভ কৰা মজিদে ১৮৮৪ খ্ৰীষ্টাব্দত শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা এন্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হয়। ১৮৮৮ খ্ৰীষ্টাব্দত কলিকতাৰ প্ৰেচিডেন্সী কলেজৰ পৰা দ্বিতীয় স্থান লাভ কৰি বি. এ. উপাধি লয়। ১৮৮৯ খ্ৰীষ্টাব্দত চৰকাৰী বৃত্তি লৈ বিলাতত তিনি বছৰ পঢ়ি বেৰিষ্টাৰ হৈ নিজ দেশলৈ উভতি আহে। কিছুদিন চৰকাৰী চাকৰি কৰাৰ পাছত তেওঁ কলিকতা উচ্চ ন্যায়ালয়ত ওকালতি কৰিছিল। পিছলৈ আব্দুল মজিদ কলিকতা উচ্চ ন্যায়ালয়ৰ ন্যায়াধীশ হয়গৈ। ন্যায়াধীশ পদ লাভ কৰা তেৱেঁই প্ৰথম অসমীয়া। অসম ব্যৱস্থাপক সভাৰ মনোনীত সদস্য হিচাপে তেওঁ জীৱনৰ শেষ কালছোৱা ছিলঙত কটাইছিল।

তেওঁ কলিকতাত পঢ়া কালত সহপাঠী ঘনশ্যাম বৰুৱাৰ সৈতে যুটীয়াভাৱে এ. এছ. এল. ক্লাৱৰ সম্পাদক হিচাপে নিৰ্বাচিত হৈছিল। অসমীয়া মাধ্যমৰ বিদ্যালয়ৰ উপযোগীকৈ 'নিম্ন-প্ৰাইমেৰী পাঠ' নাম দি দুখনমান পাঠ্যপুথিও তেওঁ ৰচনা কৰিছিল।





# ই

**ইলাইজা হুইটনি ব্ৰাউন**

অসমীয়া ভাষা-সাহিত্যৰ প্ৰতিষ্ঠাত সৰ্বাধিক বৰঙণি প্ৰদান কৰোঁতা ৰেভাৰেণ্ড নাথান ব্ৰাউনৰ সুযোগ্যা পত্নী ইলাইজা হুইটনি ব্ৰাউন যথাৰ্থতে অৰুণোদইকালীন লেখিকাৰ ভিতৰত সৰ্বপ্ৰধান। অসমীয়া আলোচনা গ্ৰন্থত ইলাইজা নামটোৰ একাধিক ৰূপত ব্যৱহাৰ দেখা যায়। ড° মহেশ্বৰ নেওগে উচ্চাৰণলৈ লক্ষ্য ৰাখি ব্যৱহাৰ কৰা ইলাইজাকে ব্যৱহাৰ ইয়াতো কৰা হৈছে। এই নাম ইংৰাজীত Eliza Whitny Brown ৰূপে ব্যৱহৃত হৈছে। স্বামী নাথান ব্ৰাউনৰ সুযোগ্য সহধৰ্মিনী এইগৰাকী মহিলা ঘাইকৈ শিক্ষাব্ৰতী আছিল। শদিয়াত পঢ়াশালি স্থাপন কৰাৰে পৰা ইলাইজাৰ দক্ষতা সুন্দৰকৈ প্ৰকাশ পাইছে। ইলাইজাৰ ৰচিত গ্ৰন্থ তিনিখন হ'ল ক্ৰমে—'গণনাৰ পুথি' বা অংক বিষয়ক পুথি। পাঠ্যপুথি স্তৰৰ এই গ্ৰন্থ ১৮৪০ খ্ৰীষ্টাব্দত ৰচিত হ'লেও প্ৰথম ভাগ সম্ভৱতঃ ১৮৪৫ খ্ৰীষ্টাব্দতহে প্ৰকাশ হৈ ওলাইছিল। দ্বিতীয় ভাগ স্বামীৰ সৈতে যুক্তভাৱে ১৮৫৫ খ্ৰীষ্টাব্দত প্ৰথম মুদ্ৰিত হৈছিল। ১৮৭৪ খ্ৰীষ্টাব্দত তৃতীয় মুদ্ৰন হওঁতে এই গ্ৰন্থৰ পৃষ্ঠা সংখ্যা আছিল ১২০। তেওঁৰ আন এখন পাঠ্যপুথি স্তৰৰ গ্ৰন্থ 'ভূগোলৰ বিৱৰণ' শিৱসাগৰৰ বেপ্টিষ্ট মিছন প্ৰেছৰ পৰাই ১৮৫১ খ্ৰীষ্টাব্দত প্ৰথম মুদ্ৰিত হৈছিল। ইলাইজা ব্ৰাউনৰ বিখ্যাত পুথিখন হ'ল 'সাধুৰ পুথি'। ১৮৫০ চনত এই পুথিখন প্ৰথম প্ৰকাশ হৈছিল। সাধুৰ পুথিত প্ৰকাশিত সাধুবিলাক ইংৰাজীৰ পৰা মুকলিকৈ অনুবাদ কৰা হৈছিল। এইখন গ্ৰন্থত আফ্ৰিকাৰ কোঁৱৰ, ঈগলৰ বাহ, যুদ্ধৰ নায়ক, ধাৰ্মিক চহা, ৰামগতিৰ বিৱৰণ, সৰু কালৰ ধৰ্ম, মাউৰা ছোৱালী আদি সন্নিৱিষ্ট হৈছিল। ই. হু. ব্ৰা. আদি নামেৰে অৰুণোদইত প্ৰকাশিত ইলাইজাৰ লেখা হ'ল—'মৃত্যু হোৱা পাদুৰি বাৰ্কৰ চাহাবৰ বিৱৰণ'। 'ৰাম গতিৰ

বিৱৰণ' (অনুবাদ) আৰু 'ধৰণী চহৰীয়া এজনৰ বিৱৰণ' এইবোৰ লেখাৰ সাহিত্যিক মূল্য বৰ্তমানৰ দৃষ্টিত বিশেষ নাথাকিলেও সেই যুগৰ মিছনেৰী গদ্যৰূপে চিহ্নিত হৈছে। ড° মহেশ্বৰ নেওগৰ ভাষাত—'এওঁ লেখা বাৰ্কৰ চাহাবৰ মৃত্যু বৰ্ণনা, বাখৰ গঞ্জৰ ৰামগতিৰ কথাৰ ভাষা নিমজ আৰু প্ৰাণত লাগি যোৱা বিধৰ। তদুপৰি এই 'সাধুৰ পুথি' গ্ৰন্থখনেই ইলাইজা হুইটনি ব্ৰাউনক অসমীয়া শিশু সাহিত্যত প্ৰাতঃ-স্মৰণীয় কৰি ৰাখিব'।

অসমত ধৰ্ম প্ৰচাৰ আৰু শিক্ষাৰ সম্প্ৰসাৰণৰ দিশত তেওঁ স্বামী নাথান ব্ৰাউনৰ প্ৰতি সম্পূৰ্ণ সহযোগিতা আগবঢ়াইছিল। ইলাইজা ব্ৰাউনৰ অন্তহীন প্ৰেৰণা আৰু সহযোগিতাই বিভিন্ন পাৰিবাৰিক দুৰ্যোগৰ মাজতো অসমীয়া ভাষাৰ পুনঃ-প্ৰতিষ্ঠাৰ যুদ্ধত ব্ৰাউনক আগবাঢ়ি যোৱাত সহায় কৰিছিল।





# উ

## ড° উইলিয়াম কেৰি

ড° উইলিয়াম কেৰি আছিল ভাৰতবৰ্ষত মিছনেৰীসকলৰ প্ৰধান পথ প্ৰদৰ্শক। তেওঁৰ ত্যাগ, কষ্টসহিষ্ণুতা, কৰ্মদক্ষতা আৰু জ্ঞানলিপ্সাই ভাৰতবৰ্ষত বিশেষকৈ ভাৰতীয় সাহিত্যসমূহত নতুন যুগৰ সম্ভাৱনাৰ সৃষ্টি কৰিলে। ভাৰতীয় ভাষাসমূহলৈ বাইবেলৰ ভাঙনি কৰাটো ড° কেৰি আৰু তেওঁৰ সহযোগীসকলৰ অন্যতম আঁচনি আছিল। তেওঁৰ দ্বাৰা অনুদিত আৰু সম্পাদিত বাইবেলৰ সংখ্যাই হ'ল একুৰি যোল্ল। তাৰ ভিতৰত বাংলা আৰু সংস্কৃত ভাষাৰ অনুবাদ তেওঁ নিজে কৰিছে। আনহাতে হিন্দী, মাৰাঠী আৰু উৰিয়া ভাষাৰ পণ্ডিতৰ হতুৱাই সেই ভাষাৰ খচৰা প্ৰস্তুত কৰি সেইবোৰ তেওঁ সম্পাদনা কৰে। তেওঁ অসমীয়া পণ্ডিত আত্মাৰাম শৰ্মাৰ হতুৱাই অসমীয়ালৈ বাইবেল অনুবাদ কৰাই গ্ৰন্থখন শ্ৰীৰামপুৰ প্ৰেছৰ পৰাই ছপাই উলিয়াইছিল। ১৮১৩ খ্ৰীষ্টাব্দত বাইবেলখনৰ অসমীয়া ভাঙনি নতুন নিয়ম (ধৰ্মপুস্তক অন্তভাগ) প্ৰকাশ পায়। গ্ৰন্থখন ২২ টা অধ্যায়ত বিভক্ত আৰু ৮৬৪ পৃষ্ঠা সম্বলিত। তেওঁৰ আন এক কৃতি হ'ল 'এ গ্ৰামাৰ অব দা বেংগলী লেংগুৱেজ' (১৮০১)।

## উইলিয়াম ৰবিনছন (মৃত্যু ঃ ১৮৬৩ খ্ৰী.)

উইলিয়াম ৰবিনছন শ্ৰীৰামপুৰ খ্ৰীষ্টান মিছনৰ সদস্য আছিল। তেওঁ অসমৰ প্ৰথম ইংৰাজী স্কুল গুৱাহাটী চেমিনাৰীত ১৮৩৮ খ্ৰীষ্টাব্দত প্ৰধান শিক্ষকৰূপে যোগদান কৰে। ড° কেৰি আৰু ৰামমোহন ৰায়ৰ ব্যাকৰণকেই আদৰ্শ হিচাপে লৈ মিছনেৰী ৰবিনছনে ইংৰাজী ভাষাৰে প্ৰথম অসমীয়া ব্যাকৰণ *এ গ্ৰামাৰ অব দা এছামিজ লেংগুৱেজ* (১৮৩৯) ৰচনা কৰিছিল বুলি অনুমান কৰিব পাৰি। এই ব্যাকৰণখনত অনুস্বাৰ আৰু বিসৰ্গকে ধৰি ১৬ টা স্বৰবৰ্ণ আৰু ৩৪ টা ব্যঞ্জনবৰ্ণ সন্নিৱিষ্ট কৰিছিল। তেওঁ ১৮৪১

খ্ৰীষ্টাব্দত এ A Descriptive Account of Assam শীৰ্ষক অসম সম্পৰ্কীয় গ্ৰন্থ ৰচনা কৰিছিল। তেওঁ সেই সময়ৰ অসমৰ বিদ্যালয়সমূহৰ পৰিদৰ্শক পদত অধিষ্ঠিত হয় আৰু অসমত বাংলা ভাষাৰ প্ৰচলনৰ সপক্ষে তেওঁ কলিকতাৰ কোম্পানীৰ উৰ্ধতন কৰ্তৃপক্ষলৈ প্ৰতিবেদন পঠোৱা বুলি জনা যায়। ১৮৬৩ খ্ৰীষ্টাব্দত নাজিৰাত উইলিয়াম ৰবিনছনৰ মৃত্যু হয়। তেওঁৰ কবৰ স্তম্ভত Historian of Assam বুলি লিখা আছে। ৰবিনছনৰ কন্যা এমিলিনাক গুৱাহাটীতে গুৱাহাটীৰ চেপলেইন্ Reverned Robert Bland ৰ সৈতে ১৮৫৯ খ্ৰীষ্টাব্দত বিয়া দিয়া হৈছিল।

তেওঁৰ উল্লেখিত গ্ৰন্থখন (৪৩ পৃষ্ঠাৰ) ঐতিহাসিকভাৱে গুৰুত্বপূৰ্ণ এই কাৰণেই যে তেতিয়ালৈকে ভাৰতৰ কোনো আধুনিক বুৰঞ্জীতে অসমৰ নাম উল্লেখ হোৱা নাছিল। এই গ্ৰন্থখন ১৯৭৫ খ্ৰীষ্টাব্দত দিল্লীত দ্বিতীয় সংস্কৰণ প্ৰকাশ হৈছিল।

**উত্তমচন্দ্ৰ বৰুৱা (জন্ম ঃ ১৮৬৯, মৃত্যু ঃ ১৯১৫ খ্ৰী.)**

উত্তমচন্দ্ৰ বৰুৱাৰ জন্ম হৈছিল অবিভক্ত কামৰূপ জিলাৰ নলবাৰী মহকুমাৰ অন্তৰ্গত উপৰ বৰভাগ মৌজাৰ কমাৰকুছি গাঁৱত, ১৮৬৯ খ্ৰীষ্টাব্দত। উত্তমচন্দ্ৰ বৰুৱাৰ পিতৃ স্বৰ্গীয় ৰজতচন্দ্ৰ বৰুৱা আছিল বৃটিছ আমোলাৰ বৰভাগ পৰগণাৰ প্ৰথম চৌধাৰী। উত্তম চন্দ্ৰই ১৮৮৭ খ্ৰীষ্টাব্দত হাইস্কুলৰ দ্বিতীয় শ্ৰেণীৰ পৰা স্কুল এৰি ঘৰত বহাৰ লগে লগে সমাজ সংস্কাৰ আৰু গাঁও সংগঠনৰ কাম হাতত লয়। উত্তম চন্দ্ৰ বৰুৱা বিহকৰমতো (বাঁহ-বেতৰ কাম) পাকৈত আছিল। তেওঁ পণপ্ৰথা নিবাৰণ, বিয়া-সবাহত হোৱা অপচয় দূৰ কৰা, প্ৰাচীন সংস্কৃতি উদ্ধাৰ কৰা আদি কামত আগৰণুৱা আছিল। তেওঁ আধুনিক সভ্যতাৰ গুণগ্ৰাহী হৈয়ো ভাৰতীয় কৃষ্টি আৰু আদৰ্শৰ বিশেষ পক্ষপাতী আছিল। প্ৰাচীন কামৰূপী তথা অসমীয়া শাস্ত্ৰীয় গীত, প্ৰসংগীয়া নাম, থিয় নাম, পছতি নাম, বৰগীত, আৰতি, বৈৰাগী নাম আদি গোৱাত পটু আছিল। ১৯১২ খ্ৰীষ্টাব্দৰ কামাখ্যাত বহা উত্তৰ বংগীয় সাহিত্য পৰিষদৰ সম্পাদক আছিল।





উত্তম চন্দ্ৰ বৰুৱাৰ সাহিত্য সেৱাৰ ঘাই কীৰ্তি হৈছে যে তেওঁ পোন প্ৰথমে ভট্টদেৱৰ 'কথা ভাগৱত'ৰ পাঠোদ্ধাৰ কৰি 'আসাম বান্ধৱ' আলোচনীত চোৱা চোৱাকৈ প্ৰকাশ কৰিছিল। তেওঁৰ সংক্ষিপ্ত আত্মচৰিত আৰু নিয়মিতভাৱে লিখা দিনলিপিবোৰ (ৰোজনামা) উল্লেখনীয়। ইয়াৰ উপৰিও 'আসাম বান্ধৱ' আলোচনীত তেওঁৰ সাৰুৱা আৰু পাণ্ডিত্যপূৰ্ণ প্ৰবন্ধ ওলাইছিল। উত্তমচন্দ্ৰ বৰুৱাৰ ৰচিত দুৰ্গাৰ বন্দনা, শিৱ, দুৰ্গা আৰু ৰাসৰ গীতবিলাকৰ পৰা তেওঁৰ কবি-প্ৰতিভাও ফুটি ওলাইছে। *আচাৰ্য শ্ৰীমৎ শংকৰ* নামৰ প্ৰবন্ধটিৰ পৰা তেওঁৰ গদ্য ৰচনাৰ বৈশিষ্ট্য ওলাই পৰিছে। কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈদেৱে স্বয়ং তেওঁক 'জাতনেতা' বুলি স্বীকৃতি দিছিল। তেওঁ কামৰূপ অনুসন্ধান সমিতিৰ প্ৰথম কাৰ্যনিৰ্বাহকৰ অন্যতম সদস্য আছিল।

১৯১৫ খ্ৰীষ্টাব্দৰ ১৭ আগষ্টৰ দিনা বৰুৱাদেৱে নশ্বৰদেহ ত্যাগ কৰি অনন্ত ধামলৈ যাত্ৰা কৰে। উত্তমচন্দ্ৰ বৰুৱাৰ নিচিনা জাতীয় কলা-কৃষ্টিৰ এগৰাকী পৃষ্ঠপোষকৰ পৰলোকপ্ৰাপ্তিত সেই অঞ্চলৰ পুৰণিকলীয়া বহু সাংস্কৃতিক অনুষ্ঠানৰ উদ্ধাৰকৰ্তা এজন নোহোৱা হ'ল।

বিশিষ্ট লেখক প্ৰফুল্লচন্দ্ৰ বৰুৱা আৰু খনীন্দ্ৰচন্দ্ৰ বৰুৱা আই. এ. এছ. উত্তমচন্দ্ৰ বৰুৱাৰ পুত্ৰ আছিল।

**উপেন্দ্ৰনাথ বৰুৱা (জন্ম ঃ ১৮৫৯, মৃত্যু ঃ ১৯৫৩ খ্ৰী.)**

উপেন্দ্ৰনাথ বৰুৱাৰ জন্ম ১৮৫৯ খ্ৰীষ্টাব্দত শিৱসাগৰত হৈছিল। তেওঁৰ জন্ম যদিও শিৱসাগৰত হৈছিল তথাপি কিন্তু তেওঁৰ যোৰহাটতহে বাসস্থান আছিল। তেওঁৰ পিতৃ ইন্দীবৰ আৰু মাতৃ পৃথুবৰ বৰকাকতিৰ জীয়েক ৰূপেশ্বৰী। উপেন্দ্ৰনাথ বৰুৱাৰ 'ইংৰাজী অসমীয়া শব্দমালা' প্ৰকাশ পায় ১৮৯৯ খ্ৰীষ্টাব্দত।

**উপেন্দ্ৰনাথ শৰ্মা (জন্ম ঃ ১৮৭৯, মৃত্যু ঃ ১৯৩০ খ্ৰী.)**

তেওঁৰ ঘৰ শিৱসাগৰত। তেওঁ ফৌজদাৰী আদালতৰ পেস্কাৰ

আছিল। ১৯৩০ খ্ৰীষ্টাব্দৰ ১৩ নবেম্বৰত তেওঁৰ মৃত্যু হয়। তেওঁ *কবিতালতা, গদ্য প্ৰকাশ* আদি পুথি ৰচিছিল। মৃত্যুৰ সময়ত তেওঁৰ বয়স আছিল ৫১ বছৰ।

**উৎসৱানন্দ গোস্বামী**

তেওঁ ডেপুটি ইন্সপেক্টৰ আছিল। গোস্বামীদেৱ 'মালৌ পথাৰ বুৰঞ্জী'ৰ লেখক আছিল।





## এ

**এ. কে. গাৰ্নি (জন্ম : ১৮৪৫, মৃত্যু : ১৯১০ খ্ৰী.)**

১৮৪৫ খ্ৰীষ্টাব্দৰ ২৯ মে'ত আমেৰিকাৰ যুক্তৰাষ্ট্ৰৰ কাম্বাৰলেণ্ড নামে ঠাইত জন্ম হয় এ. কে. গাৰ্নিৰ। ১৮৭৪ চনত আমেৰিকাৰ পৰা আহি শিৱসাগৰত খ্ৰীষ্ট্ৰীয়ান ধৰ্মযাজকৰ পদ গ্ৰহণ কৰে। গাৰ্নিয়ে উইলিয়াম কেৰিৰ যত্নত প্ৰকাশ হোৱা বাইবেলৰ অনুবাদ কৰিবলৈ উঠি পৰি লাগিল। পুথিখন সম্পূৰ্ণ হোৱাৰ আগতে 'ইহুছুৱাৰ আৰু বিচাৰকৰ্তাৰ পুথি' (১৮৮৬) আৰু 'ৰুথৰ বিৱৰণ' নাম দি ১৯৮০ খ্ৰীষ্টাব্দত এখন পুথি প্ৰকাশ কৰে। তেওঁৰ দ্বিতীয় পুথি হ'ল 'ৰুথ আৰু যোচেফৰ কাহিনী' (১৮৮০-৮১ খ্ৰীঃ)। গাৰ্নিৰ সম্পূৰ্ণ বাইবেলখন প্ৰকাশ হয় ১৯০৩ খ্ৰীষ্টাব্দত। তেওঁৰ 'কামিনীকান্ত' (১৮৭৭), 'এলোকেশী বেশ্যাৰ বিষয়' (১৮৭৭) আদি পুথি বিশেষভাৱে উল্লেখযোগ্য।

গাৰ্নিয়ে হিব্ৰু ভাষাৰ পৰা Old Testament ৰ ভাঙনি কৰি 'পুৰণি নিয়ম' নামেৰে প্ৰকাশ কৰে।

**এছ. এম. হোৱাইটিং**

অসমত ধৰ্ম প্ৰচাৰ কৰিবলৈ অহা মিছনেৰীসকলৰ ভিতৰত হোৱাইটিঙো এজন। অসমলৈ আহি তেওঁ ১৮৫৭ খ্ৰীষ্টাব্দৰ ফেব্ৰুৱাৰীৰ পৰা ১৮৬০ খ্ৰীষ্টাব্দৰ শেষলৈ 'অৰুণোদই'ৰ সম্পাদনাৰ দায়িত্ব বহন কৰে। ১৮৬১ খ্ৰীষ্টাব্দত তেওঁ স্বদেশলৈ উভতি যায়।

**এডোৱাৰ্ড ডব্লিউ ক্লাৰ্ক (১৯ শতিকা)**

ক্লাৰ্ক অসমলৈ অহা বেপ্টিষ্ট মিছনেৰীসকলৰ ভিতৰত অন্যতম।

১৮৬৯ খ্ৰীষ্টাব্দৰ পৰা ১৮৭৬ খ্ৰীষ্টাব্দলৈকে তেওঁ শিৱসাগৰৰ প্ৰধান পাদুৰীৰ দায়িত্বভাৰ বহন কৰি আছিল। ১৮৭২ খ্ৰীষ্টাব্দত তেওঁ নগা পাহাৰ পায়গৈ। গাৰো, নগা আৰু চাহ বনুৱাসকলৰ মাজত ক্লাৰ্কে ধৰ্ম প্ৰচাৰ কৰিছিল। সম্ভৱতঃ ১৮৭৩-৭৫ খ্ৰীষ্টাব্দৰ ভিতৰৰ কোনোবা সময়ত তেওঁ অৰুণোদয়ৰ সম্পাদকৰ পদতো অধিষ্ঠিত হৈছিল। হেৰিয়েট বি. এল কট্টাৰে লিখা Phrases in English and Assamese গ্ৰন্থখন এডোৱাৰ্ড ডব্লিউ ক্লাৰ্কে ১৮৭৭ খ্ৰীষ্টাব্দত সম্পাদনা কৰি প্ৰকাশ কৰিছিল। আন আন ভাষাতো তেওঁ পুথি ৰচনা কৰিছিল।

**এপলটন হাও ডেনফোৰ্থ (১৯ শতিকা)**

ডেনফোৰ্থে আমেৰিকাৰ পৰা গুৱাহাটীলৈ আহে ১৮৪৮ খ্ৰীষ্টাব্দত। ১৮৫৫ খ্ৰীষ্টাব্দৰ পৰা তেওঁ দুবছৰমান শিৱসাগৰত থাকি পুনৰ গুৱাহাটীলৈ উভতি আহে। ১৮৫৭ খ্ৰীষ্টাব্দত ভাৰতৰ প্ৰথম স্বাধীনতা আন্দোলনৰ কালছোৱাত মিলিটেৰী পোছাক পিন্ধি ডেনফোৰ্থে কুচকাৱাজ কৰিছিল। সেই বছৰতে তেওঁ নগাঁৱলৈ যায়। কিন্তু স্বাস্থ্যৰ অৱনতি ঘটাত পুনৰ উভতি আহে। ১৮৫৫-৫৬-৫৭ খ্ৰীষ্টাব্দৰ জানুৱাৰী সংখ্যা পৰ্যন্ত তেওঁ 'অৰুণোদয়ই'ৰ সম্পাদক হৈ আছিল। জি. মাথিৰ 'Hindu objections to Christian religion Answered' নামৰ পুস্তিকা এখনি তেওঁ অসমীয়ালৈ অনুবাদ কৰে ১৮৭০ খ্ৰীষ্টাব্দত।





# ক

**কনক চন্দ্ৰ শৰ্মা**

অৰুণোদয়ৰ প্ৰবন্ধ লেখক। তেওঁৰ 'ভূতলৈ ভয় কৰা মিচা' বিষয়ক ৰচনা অৰুণোদয়ত প্ৰকাশ পায়।

**কমলাকান্ত ভট্টাচাৰ্য (জন্ম ঃ ১৮৫৩, মৃত্যু ঃ ১৯৩৬ খ্ৰী.)**

তেজপুৰৰ চিলাবন্ধা মৌজাৰ ন-দুৱাৰত তেওঁৰ জন্ম হয়। ঘাই ঘৰ বিশ্বনাথ চাৰিআলিৰ ওচৰৰ গড়েহাগি গাঁৱত। ভট্টাচাৰ্যৰ শিক্ষাজীৱন আৰম্ভ হয় প্ৰথমে চেউনীচুক প্ৰাইমাৰী স্কুলত, পিছত তেজপুৰ হাইস্কুলত আৰু গুৱাহাটী হাইস্কুলত। দুৰ্ভাগ্যবশতঃ দেউতাক ঢুকুৱাৰ বাবে তেওঁ দশমমান শ্ৰেণীতে পঢ়া সামৰি তেজপুৰৰ কাছাৰীত আমোলা সোমায়। কিন্তু পিছলৈ চাহাব বিষয়াৰ লগত মতানৈক্য হোৱাৰ বাবে চাকৰি এৰি হৰিবিলাস আগৰৱালাৰ লগত বেপাৰত লাগে। পিছলৈ তেওঁ স্বাধীনচিতীয়াকৈ ব্যৱসায় আৰম্ভ কৰে।

আধুনিক অসমীয়া সাহিত্যলৈ সমাজনৈতিক মৌলিক চিন্তাৰ নতুন সোঁত বোৱাই আনোঁতাসকলৰ ভিতৰত কমলাকান্ত ভট্টাচাৰ্য অগ্ৰণী পুৰুষ। তেওঁৰ কবিতা পুথি দুখন হ'ল—'চিন্তানল' (১৮৯০) আৰু 'চিন্তাতৰংগ' (১৯৩৩)। ইয়াৰোপৰি জোনাকী, বাঁহী, চেতনা আদিতো অনেক প্ৰবন্ধ লিখিছিল। সেইবোৰৰ ভিতৰত বিখ্যাত দুটি প্ৰবন্ধ হ'ল—'গুটিদিয়েক চিন্তাৰ ঢৌ' আৰু 'অষ্টাৱক্ৰৰ আত্ম জীৱনী'। তেওঁৰ প্ৰকাশিত পুথি 'কঃপন্থা' (১৯৩৪)। ভট্টাচাৰ্য কলিকতাৰ পৰা ওলোৱা 'আসাম হিতৈষী' কাকতৰ এবছৰ সহযোগী সম্পাদক আছিল (১৯২৫ খ্ৰীষ্টাব্দত)। তেওঁ অসম সাহিত্য সভাৰ যোৰহাটত বহা একাদশ বাৰ্ষিক অধিৱেশনৰ

সভাপতিত্ব কৰিছিল (১৯২৯ খ্ৰীষ্টাব্দত)।

কমলাকান্ত ভট্টাচাৰ্যই সুকুমাৰদেৱ মুখোপ্যাধায়ৰ লগ লাগি কিছুকাল 'আসাম হিতৈষী' কাকতৰ সম্পাদনা কৰিছিল।

কমলাকান্ত ভট্টাচাৰ্য প্ৰখৰ জাতীয়তাবাদী ভাববিশিষ্ট লোক আছিল। অসমীয়া লোকৰ উন্নতিয়েই ভট্টাচাৰ্যৰ চিন্তাৰ অন্যতম বিষয় আছিল। তেওঁ ব্ৰাহ্ম ধৰ্ম গ্ৰহণ কৰিছিল। তেওঁৰ নিজৰ ভাষণ বা ৰচনাৰ ওপৰত অসীম আস্থা আছিল। অহংকাৰী নহৈয়ো তেওঁ ধাৰণা কৰিছিল যে তেওঁৰ বক্তৃতা বা ৰচনাই ডেকাসকলক শুদ্ধ পথলৈ টানি আনিব আৰু বয়সীয়াসকলৰো মনৰ পৰিৱৰ্তন সাধন কৰিব পাৰিব। স্বীকাৰ্য যে কমলাকান্ত ভট্টাচাৰ্যৰ কবিতাত সদায় এটা স্বাভাৱিকতা আৰু অপূৰ্ব মোহ থকা বুলি প্ৰমাণ হয়।

**কৰুণাভিৰাম বৰুৱা (জন্ম ঃ ১৮৭৪, মৃত্যু ঃ ১৮৯৩ খ্ৰী.)**

১৮৭৪ খ্ৰীষ্টাব্দত নগাঁৱত কৰুণাভিৰাম বৰুৱাৰ জন্ম হৈছিল। তেওঁৰ পিতৃৰ নাম গুণাভিৰাম বৰুৱা আৰু মাতৃৰ নাম বিষ্ণুপ্ৰিয়া দেৱী। তেওঁ 'আসাম বন্ধু'ৰ পাতত নিয়মিত কবিতা আৰু প্ৰবন্ধ লিখিছিল। 'ল'ৰাবন্ধু' (১৮৮৮) নামৰ শিশু আলোচনীৰ প্ৰতিষ্ঠাপক সম্পাদক আছিল। কৰুণাভিৰাম বৰুৱাই অতি কম বয়সতে আমাৰ পৰা বিদায় মাগিলে।

১৮৮৫ খ্ৰীষ্টাব্দত তেওঁৰ 'প্ৰমীলা' নামৰ এখন উপন্যাস প্ৰকাশ পায় 'আসাম বন্ধু'ত (১ম ভাগ, ৭ম আৰু ৮ম সংখ্যা)ত। লেখকে উপন্যাসখনক 'সামাজিক নৱন্যাস' বুলিছে। প্ৰমীলা উপন্যাসৰ আৰম্ভণি আকৰ্ষণীয়। লেখকৰ গদ্যৰীতি উন্নত আৰু প্ৰকাশ ভংগীও সহজ-সৰল। তেওঁৰ 'কপাল আৰু কৰ্ম' নামৰ এটি উৎকৃষ্ট প্ৰবন্ধ 'আসাম বন্ধু'ত প্ৰকাশ পাইছিল।

**কান্দুৰা বলিন স্মিথ**

১৮৪৭ খ্ৰীষ্টাব্দৰ ফেব্ৰুৱাৰী মাহত কান্দুৰাই নগাঁও অৰ্ফান





ইন্সটিটিউটত প্ৰৱেশ কৰে আৰু ১৮৪৯ খ্ৰীষ্টাব্দত খ্ৰীষ্টান ধৰ্ম গ্ৰহণ কৰি পৰৱৰ্তী কালত মিছনেৰীৰূপে গুৱাহাটী মিচন চলায়। তেওঁ ভালেমান স্তুতিগীত ৰচনা কৰে।

**কাতিৰাম দাস (জন্ম ঃ১৮৩৫ খ্ৰী.)**

১৮৩৫ খ্ৰীষ্টাব্দত কাতিৰাম দাসৰ জন্ম হয়। কামৰূপ জিলাৰ পুব কছাৰী মহল মৌজাৰ হচং গাঁৱত তেওঁ বসতি কৰিছিল। চিকাৰৰ নিপুণতাৰ কাৰণে কাতিৰাম দাসক সাধাৰণ মানুহে কাতিৰাম চিকাৰী বুলি জানিছিল। জনশ্ৰুতি মতে, তেওঁ নিজৰ তেজেৰে এখন ধৰ্মপুথি লিখে। তেওঁৰ ৰচিত পুথি দুখন হ'ল 'কথা-চৰিত' আৰু 'ভাৱ চৰিত'। 'কথা চৰিত্ৰ' ধৰ্মমূলক গ্ৰন্থই নহয় এখন ইতিহাসৰ দলিলো।

**কালিনাথ হাজৰিকা**

কালিনাথ হাজৰিকা তেজপুৰৰ লোক। তেওঁৰ ২১ পৃষ্ঠা সন্নিৱিষ্ট *'আদি পাঠ'* আগছোৱা (১৮৯১) আৰু *'আদি পাঠ মাজছোৱা'* (১৮৯১) পঢ়াশালীয়া পুথিখন ২৪ পৃষ্ঠা সন্নিৱিষ্ট। তেওঁৰ আন এখন ৩৬ পৃষ্ঠাৰ পঢ়াশালীয়া পুথি হ'ল *শুভংকৰী মৌখিক অংক* (১৮৮৮)। তেওঁৰ হাতৰ আখৰ লেখা *'আদৰ্শ পুথি'* এখন পঢ়াশালীয় পুথি। ১৮৯০-৯৩ খ্ৰীঃৰ সময়ছোৱাত তেওঁ তেজপুৰ অ. ভা. উ. সা. সভাৰ সহকাৰী সম্পাদক আছিল।

**কালিৰাম বৰুৱা (জন্ম ঃ ১৮৭৪, মৃত্যু ঃ ১৯০৩ খ্ৰী.)**

কালিৰাম বৰুৱাৰ ঘৰ গুৱাহাটীৰ ভৰলুমুখত। ১৮৯৪ খ্ৰীঃত 'আসাম' নামৰ সাদিনীয়া কাকত এখন তেওঁ প্ৰকাশ কৰিছিল আৰু কাকতখন *আসাম নিউজ* যন্ত্ৰত ছপাইছিল।

বৰুৱাৰ অন্যান্য সাহিত্যকৃতিৰ ভিতৰত *'কাৰ্যশিক্ষা'* (১৮৭১) আৰু *'ভূমি পৰিমাণ'* (১৮৭৯) আদিয়েই প্ৰধান। তেওঁ ছপোৱা আন আন গ্ৰন্থৰ

ভিতৰত কীৰ্ত্তন, নামঘোষা, দশম আৰু *গীত-গোবিন্দ* (১৮৮২) প্ৰধান।

কামাখ্যাৰাম বৰুৱা তেওঁৰেই পুত্ৰ আছিল।

**কালিৰাম মেধি (জন্ম ঃ ১৮৭৮, মৃত্যু ঃ ১৯৫৪ খ্ৰী.)**

হাজোৰ ওচৰৰ ৰামদিয়াত তেওঁৰ জন্ম হয়। পিতৃৰ নাম ভুকলি আৰু মাতৃ সোণতৰা। গাঁৱৰ প্ৰাথমিক বিদ্যালয়ৰ পৰাই বৃত্তি লৈ বৰদেউতাক ধৰম মেধিৰ তত্ত্বাৱধনাত ১৮৯১ খ্ৰীষ্টাব্দত গুৱাহাটীৰ চৰকাৰী স্কুলত নাম লগায়। ১৮৯৭ খ্ৰীষ্টাব্দত তেওঁ প্ৰথম বিভাগত এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হয়। কলিকতাৰ চিটি কলেজৰ পৰা প্ৰথম বিভাগত এফ. এ., ১৯০২ খ্ৰীষ্টাব্দত পদাৰ্থ বিজ্ঞান, ৰসায়ন বিজ্ঞানত সন্মানসহকাৰে বি. এ. পাছ কৰি 'বিষ্ণুপ্ৰিয়া দেৱী' পুৰস্কাৰ লাভ কৰে। ১৯০৩ খ্ৰীষ্টাব্দত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা পদাৰ্থ বিজ্ঞানৰ এম. এ. ডিগ্ৰী লাভ কৰে। ১৯১৯ খ্ৰীষ্টাব্দত বৰপেটাত অনুষ্ঠিত অসম সাহিত্য সভাৰ তৃতীয় অধিৱেশনৰ সভাপতিৰ আসন তেওঁ অলংকৃত কৰিছিল।

কালিৰাম মেধি একাধাৰে গৱেষক, ভাষাবিদ, বৈয়াকৰণ আৰু সাহিত্যিক। 'আসাম বান্ধৱ', 'বাঁহী', 'চেতনা', 'আলোচনী', 'আৱাহন', 'সুৰভি', 'ৰামধেনু' আদিত তেওঁৰ বিভিন্ন প্ৰবন্ধ-পাতি প্ৰকাশ পাইছিল। অসমীয়া ভাষাতত্ত্ব বিষয়ক বৃহদাকাৰৰ গৱেষণামূলক গ্ৰন্থ 'অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব' (১৯৩৬) মেধিৰ যুগমীয়া কৃতি। তেওঁ বৈষ্ণৱ ধৰ্ম আৰু সাহিত্যৰ গভীৰ অনুৰাগী আছিল। হেম সৰস্বতীৰ 'প্ৰহ্লাদ চৰিত' (১৯১২) সম্পাদনা কৰাৰ উপৰিও তেওঁ ১৯৫০ খ্ৰীষ্টাব্দত ২১ খন অংকীয়া নাট সঙ্কলিত 'অংকাৱলী' নামৰ এখনি গ্ৰন্থ সম্পাদনা কৰি উলিয়াইছিল। 'মহাপুৰুষ শংকৰদেৱৰ বাণী' (১৯৪৯) আৰু "Studies in the Vaisnava Literature and Culture of Assam" (১৯৭৮) আদি তেওঁৰ অন্যান্য পুথি। ১৯৮৯ খ্ৰীষ্টাব্দত মৰণোত্তৰভাৱে প্ৰকাশ কৰা 'অসমীয়া ভাষাৰ মূল কথা' মেধিৰ আন এখন উল্লেখযোগ্য পুথি। ইয়াৰোপৰি, তেওঁ সাহিত্য-সংস্কৃতিৰ সাধনৰ নিদৰ্শনৰূপে ভালেমান প্ৰবন্ধ-





পাতি সিঁচৰতি হৈ আছে।

১৯৪৩ খ্ৰীষ্টাব্দত কামৰূপ সঞ্জীৱনী সভাই মেধিক 'তত্ত্বনিধি' উপাধিৰে সন্মানিত কৰিছিল আৰু ১৯৪৬ খ্ৰীষ্টাব্দত চৰকাৰে তেওঁক 'ৰায়বাহাদুৰ' খিতাপ প্ৰদান কৰিছিল। ১৯৪৮ খ্ৰীষ্টাব্দত বৰপেটাত বহা শংকৰদেৱৰ পাঁচশ বছৰীয়া জন্মোৎসৱতো তেওঁ সভাপতিত্ব কৰিছিল।

কালিৰাম মেধিয়ে ১৯০৪ চনত মাটিৰ হাকিম, ১৯১০ চনত ই. এ. চি., ১৯১৪-১৯৩৪ খ্ৰীষ্টাব্দলৈ মহকুমাধিপতি, ১৯৩৫ খ্ৰীষ্টাব্দত অস্থায়ী উপায়ুক্ত হিচাপে অসমৰ বিভিন্ন ঠাইত সুখ্যাতিৰে কাৰ্যনিৰ্বাহ কৰি ১৯৩৬ খ্ৰীষ্টাব্দত অৱসৰ গ্ৰহণ কৰে।

**কালিকিশোৰ ৰায়**

কালিকিশোৰ ৰায় *'আসাম বন্ধু'*ৰ লেখক আছিল।

**কাশীনাথ দ্বিজ তামুলীফুকন (জন্ম ঃ ১৮১০, মৃত্যু ঃ ১৮৮০ খ্ৰী.)**

শিৱসাগৰৰ কাকতী বংশত কাশীনাথ দ্বিজ তামুলী ফুকনৰ ১৮১০ খ্ৰীষ্টাব্দত জন্ম হয়। তেওঁৰ পিতৃৰ নাম শ্ৰীনাথ। শ্ৰীনাথ পুৰন্দৰ সিংহৰ ৰাজসভাৰ বিষয়া আছিল। পুৰন্দৰ সিংহৰ নিৰ্দেশমতে ৰাধানাথ বৰবৰুৱা আৰু আহোম ভাষা জনা বাইলুং পণ্ডিতৰ সহায়ত তেওঁ 'আসাম বুৰঞ্জী পুথি' ৰচনা কৰিছিল। ১৮৪৪ চনত আমেৰিকান বেপ্টিষ্ট মিছনে এইখন ছপাই উলিয়ায়। এই পুথিৰ ভিত্তিতেই হৰকান্ত সদৰামীনে 'অসম বুৰঞ্জী' লিখে। এই পুথিৰ দ্বিতীয় সংস্কৰণৰ ভিতৰৰ বেটুপাত একেই আছিল। ১৯০৬ খ্ৰীষ্টাব্দত অসম চৰকাৰে ইয়াক প্ৰকাশ কৰিছিল। তৃতীয় সংস্কৰণ ১৯৬৪ খ্ৰীষ্টাব্দত বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগে প্ৰকাশ কৰে। সম্পাদক ড° প্ৰতাপচন্দ্ৰ চৌধুৰীয়ে পুথিখনৰ নাম দিয়ে 'অসম বুৰঞ্জী সাৰ'। হৰকান্ত সদৰামীনে 'আসাম বুৰন্জি পুথি'ৰ আধাৰতেই 'অসম বুৰঞ্জী' লিখে।

তামুলী ফুকনৰ বুৰঞ্জীৰ গদ্য শুদ্ধ অসমীয়া কথিত গদ্য আৰু অৰুণোদইৰ পূৰ্বৰ মনোৰম অসমীয়া গদ্যৰ চানেকি। উদাহৰণ স্বৰূপে —

তেওঁৰ মৰনান্তে তেওঁৰ প্ৰথম পুত্ৰ ঐ লাই গোহাঁই দেও ১৬১৭ শঁকৰ ১৪ ফাগুণত ৰজা হ'ল। পাচে গদাধৰ সিংহ স্বৰ্গদেৱে চেউনি বচা আদিত পতা মহন্তসকলক চপাই আনি স্বস্থান পাতিলে। পৰে গড়গাঁও নগৰৰ শিঙ্গৰি ঘৰ উঠি চুখ্ৰদফা নাম ললে ও হিন্দুমতে ৰুদ্ৰসিংহ নাম ল'লে।" (পৃষ্ঠা ৪৭)। ফুকনৰ বুৰঞ্জীখন চমু, ১৩৬ পৃষ্ঠা মাত্ৰ।

**কিনাৰাম সত্ৰিয়া**

কিনাৰাম সত্ৰিয়াৰ অৰুণোদইত প্ৰকাশিত 'কলিকতাৰ সুখিয়াতি' নামৰ কবিতাটোৰ ভণিতাত নিজৰ নাম উল্লেখ কৰিছে এনেদৰে—

'মোৰ জানা নিজ গ্ৰাম
উত্তৰ পাৰত
জন্ম ধৰি আছো মই
আহোম কুলত
সংক্ষেপ পয়াৰ কৰি এসব ভাবিয়া
মতি অনুসাৰে ৰচে কিনাৰাম সত্ৰিয়া।'

কবিতাটিত ছকুৰি বছৰ আগৰ কলিকতা চহৰৰ এখনি জীৱন্ত চিত্ৰ সুন্দৰকৈ প্ৰকাশ হৈছে। কবি সত্ৰিয়াই কলিকতা চহৰ দেখি বৰকৈ অভিভূত হৈ পৰিছিল আৰু উক্ত কবিতাটি ৰচনা কৰিছিল। কবিৰ মতে যিয়ে কলিকতা নগৰ দেখা নাই, সি যেন মাটিৰ কলহৰ মাজতহে সোমাই আছে। এনে ভাবৰাশিকে তেওঁ প্ৰকাশ কৰিছে এনেদৰে—

"কল্কতা নগৰ জেইজন দেখা নাই।
ম্ৰিতিকাৰ কলচিতে আচই লুকাই।।"

'কলিকতা সুখিয়াতি' কবিতাত 'আত্ম পৰিচয়' দি কিনাৰামে লেখিছে—

"হাই হাই, ইংৰাজিৰ কিনো কৰ্ম বিচক্ষন।
কেনে বিধি কৰি আছে চহৰ নিৰুপন।
এইসব কথা মাজে লম্ভা নাহি দিয়া





অল্প বোধে পয়াৰ ৰচে কিনাৰাম সত্ৰিয়া।"
(কলিকতা সুখিয়াতি)

**কেফায়ৎ উল্লা (মুন্সী) ১৯ শতিকা**

মুন্সী কেফায়ৎ উল্লা ঊনৈশ শতিকাৰ অসমৰ এগৰাকী প্ৰসিদ্ধ ব্যক্তি আছিল। ১৮৬৬ খ্ৰীঃত তেওঁ গুৱাহাটীৰ প্ৰধান সদৰ আমিন আছিল। তেওঁ শিৱসাগৰৰ পাচী পঢ়িয়া বংশৰ লোক আছিল। তেওঁ গুৱাহাটীত নিজ খৰছেৰে এখন পাচী -সংস্কৃত বিদ্যালয় স্থাপন কৰিছিল। পাছলৈ অৱশ্যে এই বিদ্যালয়খন মজলীয়া বিদ্যালয়ত পৰিণত হ'ল। তেওঁ অকল যে বিদ্যালয়হে স্থাপন কৰিছিল এনে নহয়, তেওঁ মাছখোৱাৰ মছজিদটোও নিৰ্মাণ কৰিছিল বুলি জনা যায়। তেওঁ *অৰুণোদই* কাকতত প্ৰবন্ধ-পাতি লিখাৰ উপৰিও *'ৱলীৰ পুথি'* নামেৰে এখন নাটক আৰু ১৯৫৩ *খ্ৰীঃত অসমৰ খেতিয়কৰ বাবে বাংলাভাষাত 'কৃষি দৰ্পণ'* নামৰ এখন কৃষি বিষয়ক পুথি ৰচনা কৰিছিল। বৃটিছ চৰকাৰে তেওঁক খান বাহাদুৰ উপাধি প্ৰদান কৰিছিল।

অৰুণোদয়ত প্ৰকাশিত উল্লাৰ 'জ্ঞানী-অজ্ঞানীৰ চৰিত্ৰ বৰ্ণনা' কবিতাত কবিয়ে সমাজত প্ৰকৃততে জ্ঞানী কোন সেই কথাৰ পৰিচয় দিবলৈ যত্ন কৰিছে—

*'জ্ঞানীৰ অজ্ঞান মুৰ্খ শত্ৰু সদা হয়,*
*মুৰ্খৰ এই মন্দভাৱ জানিবা নিশ্চয়।*
*চিকাৰী কুকুৰ দেখি বাটৰ কুকুৰ*
*ভয় কৰে ভুকি মৰে থাকি বহু দুৰ।*
*কম্পি মৰে দেৱ পাৰে, নাহেতো নিকট*
*চিকাৰীৰ মহিমা দেখি কৰে ছটফট।'* ইত্যাদি।

অৰুণোদয়ত প্ৰকাশিত তেওঁৰ আন এখন অসমীয়া ৰচনা 'নীতিকথা'। মুন্সী কেফায়তুল্লা সদৰ আমিনৰ ১৮৬৮ খ্ৰীঃৰ ১৯ মাৰ্চ তাৰিখে চাকৰিত থাকোতেই গুৱাহাটীত মৃত্যু হয়।

**কৃষ্ণকান্ত ভট্টাচাৰ্য (জন্ম ঃ ১৮৩২, মৃত্যু ঃ ১৯৫১ খ্ৰী.)**

কৃষ্ণকান্ত ভট্টাচাৰ্যৰ জন্ম হয় যোৰহাটত। যোৰহাটৰ কাছাৰীত তেওঁ পেস্কাৰ কাম কৰিছিল। আউনীআটী সত্ৰৰ পৰা ধৰ্ম প্ৰকাশ যন্ত্ৰ নামৰ ছপাকলটো কিনি আনি তেওঁ ভায়েক ঘনকান্ত ভট্টাচাৰ্যক সম্পাদকৰূপে ৰাখি ১৯১২ খ্ৰীষ্টাব্দত 'আসাম বিলাসিনী' নামৰ এখন জাতীয়তাবাদী কাকত উলিয়ায় । ঘনকান্ত ভট্টাচাৰ্যৰ নিৰ্ভীক সাংবাদিকতাত অতীষ্ঠ হৈ চৰকাৰে তেওঁক আগতীয়াকৈ পেঞ্চন দি কামৰ পৰা বিদায় দিয়ে। ইয়াৰ পিছত কৃষ্ণকান্তই নিজেই সম্পাদক হৈ কাকতখন চলাবলৈ ধৰে। চৰকাৰে কাকতখন বন্ধ কৰিবলৈ যত্ন কৰাত তেওঁ মাটি-ভেটি নিলামত হেৰুৱাই অৱশেষত কাকতখন বন্ধ কৰিবলৈ বাধ্য হয়। এনে অৱস্থাতে তেওঁ *'সু-প্ৰভাত'* আৰু *'জননী'* নামৰ দুখনি মাহেকীয়া কাকত উলিয়াবলৈ চেষ্টা কৰিছিল, লগতে আসাম প্ৰডিউচ ট্ৰেডিং কোম্পানি নামেৰে এটা ব্যৱসায়িক প্ৰতিষ্ঠানো খুলিছিল। যোৰহাটত এখন ইংৰাজী স্কুল পতাতো তেওঁ আগভাগ লৈছিল। শেষ বয়সত যোৰহাটত এখন সংস্কৃত মহাবিদ্যালয় খুলিবলৈও যো-জা কৰিছিল।

**কৃষ্ণপাল**

১৮৩০ খ্ৰীষ্টাব্দত অসম ভ্ৰমণ কৰা এৰেঁই ভাৰতীয় বেপ্টিষ্ট খ্ৰীষ্টিয়ান। তেওঁ বাইবেলৰ অসমীয়া ভাঙনি গীৰ্জাৰ শ্ৰেণীত পঢ়ুৱাইছিল।

**কৃষ্ণপ্ৰসাদ আগৰৱালা (জন্ম ঃ ১৮৭২, মৃত্যু ঃ ১৮৯৭ খ্ৰী.)**

আগৰৱালাৰ জন্ম হয় তেজপুৰত। প্ৰথমে তেজপুৰ হাইস্কুলতে তেওঁ শিক্ষা গ্ৰহণ কৰে। ১৮৯৩ খ্ৰীষ্টাব্দত তেওঁ প্ৰথম বিভাগত এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰে আৰু পিছলৈ প্ৰেচিডেন্সি কলেজত অধ্যয়ন কৰে। স্কুলীয়া অৱস্থাতে আনন্দচন্দ্ৰ আগৰৱালা, ব্ৰহ্মানন্দ বৰকাকতী আদিৰ লগ লাগি 'ধৰ্ম-সংগীত' ৰচনা কৰে। আগৰৱালা এগৰাকী কবি আছিল। তেওঁৰ





কবিতা 'নিৰাশ', 'জোনাকী (তৃতীয় ভাগ), 'অকলৈ জোনাকী' (জোনাকী পঞ্চমভাগ), 'মেঘদূত' (বিজুলী)। তেওঁৰ 'জোনাকী' আৰু 'বিজুলী'ত প্ৰকাশ পোৱা কেইটিমান কবিতাৰ আংগিক আৰু ভাৱৰ গভীৰতাৰ দিশৰ পৰা চন্দ্ৰকুমাৰ আগৰৱালাৰ কবিতাৰ সমগোত্ৰীয়।

**কৃষ্ণপ্ৰসাদ দুৰৰা**

কৃষ্ণপ্ৰসাদ দুৰৰা আসাম বন্ধুৰ লেখক আছিল। আসাম বন্ধুত প্ৰকাশ পোৱা কৃষ্ণ প্ৰসাদ দুৰৰাৰ 'ইডেন গাৰ্ডেন' এটা অতি মনোৰম কবিতা। কৃষ্ণ প্ৰসাদ দুৰৰা *'বিজুলী'ৰ* সম্পাদক আৰু প্ৰকাশক আছিল। কিন্তু দ্বিতীয় বছৰ *'বিজুলী'ৰ* প্ৰথম দুই সংখ্যা ওলোৱাৰ পিছত বি. এ., বি. এল. ডিগ্ৰী লাভ কৰি দুৰৰাই একেবাৰে কলিকতা এৰিব লগা হ'ল। তেতিয়াৰে পৰা *'বিজুলী'* চলোৱাৰ সকলো ভাৰ পদ্মনাথ গোহাঞিবৰুৱাৰ ওপৰতে পৰিছিল।

# গ

## গোবিন্দ চন্দ্ৰ কটকী

গোবিন্দ চন্দ্ৰ কটকী বিজুলীৰ লেখক আছিল। তেওঁৰ বিজুলীত লিখা প্ৰবন্ধ হ'ল—'অসমীয়া বাতৰি কাকতৰ অৱস্থা'। তেওঁৰ বিজুলীৰ নতুন লেখক 'বুঢ়া আপ' আৰু A Homeopath ছদ্মনামত লিখা 'কানি' 'বিজুলী'ৰ উল্লেখযোগ্য প্ৰবন্ধ। বিজুলীত প্ৰকাশ পোৱা তেওঁৰ এটা কবিতা হ'ল *বৈৰাগ্য*।

## গোবিন্দ দেৱমিশ্ৰ (জন্ম : ১৮৪১, মৃত্যু : ১৯২৩ খ্ৰী.)

দেৱমিশ্ৰৰ জন্মস্থান বৰপেটা। তেওঁ বৰপেটা সত্ৰৰ ডেকা অধিকাৰ পদত অধিষ্ঠিত হয়। এই পদত আঠাইশ বছৰ থকাৰ পিছত পঞ্চাছ বছৰ বয়সৰ পৰা বুঢ়া অধিকাৰ ৰূপে তেওঁ বত্ৰিশ বছৰকাল থাকে। তেওঁ এগৰাকী ধৰ্মপ্ৰাণ পুৰুষ আছিল। দেৱমিশ্ৰৰ ৰচিত ধৰ্ম বিষয়ক পুথিখন হ'ল 'মালা প্ৰকাশ'। গোবিন্দ দেৱমিশ্ৰ নাৰায়ণ দেৱমিশ্ৰৰ পিতৃ।

## গোবিন্দৰাম চৌধুৰী (জন্ম : ১৮২৬, মৃত্যু : ১৮৯৬ খ্ৰী.)

বৰপেটাৰ সুন্দৰীদিয়াত তেওঁৰ জন্ম। চৌধুৰীৰ পিতৃ খীৰা মৰলৰ বংশৰ হৰিপ্ৰসাদ। চৈধ্য বছৰ বয়সতেই দেৱানী আদালতত বৰপেটাৰ কাছাৰীৰ ৰেভিনিউ মহৰাৰ পদত নিযুক্ত হয়। পিছত কামৰূপৰ সদৰামীনৰ কাৰ্যালয়ত তেওঁ চিৰস্তাদাৰ পদ পায় ১৮৫৫ খ্ৰীষ্টাব্দত। ১৮৫৭ খ্ৰীষ্টাব্দৰ পৰা গুৱাহাটীত ওকালতি কৰে দুবছৰ কাল। ১৮৫৯ খ্ৰীষ্টাব্দত দক্ষিণ কামৰূপৰ চমৰীয়াৰ মৌজাদাৰ হয়। তেওঁ অনাৰেৰী মেজিষ্ট্ৰেট হয় ১৮৬৭ খ্ৰীষ্টাব্দৰ পৰা ১৮৮৩ খ্ৰীষ্টাব্দলৈকে, ১৮৮৩ খ্ৰীষ্টাব্দৰ ১৭ এপ্ৰিলৰ পৰা তেওঁক পলাশবাৰী অঞ্চলৰ তহচিলদাৰ পদত নিযুক্ত কৰা হয়।

চৌধুৰী বিভিন্ন সামাজিক আৰু সাংস্কৃতিক কামৰ লগতো জড়িত





আছিল। ৰাজনৈতিক ক্ষেত্ৰখনৰ লগতো তেওঁ জড়িত হৈ ইণ্ডিয়া লীগৰ সভ্য হৈছিল। আনন্দৰাম ঢেকিয়াল ফুকনক 'আইন ও ব্যৱস্থা সংগ্ৰহ' লিখাত তেওঁ যথেষ্ট সহায় কৰি দিছিল। চৌধুৰীৰ বাংলা ভাষাত ৰচিত দুখন নাট হ'ল—'ৰাম বনবাস' আৰু 'ৰাধিকাৰ মানভঞ্জন'। বাংলাৰ পৰা অসমীয়ালৈ অনুদিত 'ধাত্ৰী বিদ্যা'ৰ পুথিখনৰ নাম হ'ল 'সুতিকা পটল'। 'সুতিকা পটল' পুথিত গোবিন্দৰাম চৌধুৰীয়ে নিজে ৰচনা কৰা 'কৃষ্ণ স্তোত্ৰ' আৰু 'ৰাধিকা স্তোত্ৰ' সংযুক্ত কৰি দিছিল। স্তোত্ৰ দুটা ভাষাত সংস্কৃত-গন্ধী আৰু ব্ৰজাৱলী প্ৰভাৱেৰে সিক্ত। ১৮৯১ খ্ৰীষ্টাব্দত কানি নিবাৰণী তদন্ত আয়োগৰ আগত সাক্ষী দিবলৈ তেওঁ আগ্ৰালৈ গৈছিল। গোবিন্দৰাম চৌধুৰী প্ৰসন্নলাল চৌধুৰীৰ ককাক।

## গোবিন্দৰাম ভূঞা

'অৰুণোদই' কাকতৰ অসমীয়া লেখকসকলৰ ভিতৰত গোবিন্দৰাম ভূঞা অন্যতম। তেওঁৰ পিতৃ জনাৰ্দন ভূঞা মহাফেজ। তেওঁৰ আচল ঘৰ কলিয়াবৰত। পিছত নগাঁও চহৰত স্থায়ীভাৱে বসবাস কৰে। গোবিন্দৰাম ভূঞাৰ 'অৰুণোদয়ই'ত প্ৰকাশিত ৰচনাৰ ভিতৰত 'নগাঁও জিলাৰ বৰ্ণন' অন্যতম।

## গোপীনাথ চক্ৰৱৰ্তী (জন্ম : ১৮১৩, মৃত্যু : ১৯০০ খ্ৰী.)

গোপীনাথ চক্ৰৱৰ্তী নলবাৰীৰ বনগাঁৱত জন্ম। তেওঁ দুতিৰাম হাজৰিকাৰ সময়ৰে নামনি অঞ্চলৰ কোনো গাঁৱলীয়া কবি। গোপীনাথ চক্ৰৱৰ্তী কামৰূপ জিলাৰ কথিত ভাষাত পৌৰাণিক বিষয়ক 'কলংক ভঞ্জন' নামৰ পদ পুথি ৰচনা কৰে। গ্ৰাম্য লোকৰ মুখ-পৰম্পৰাত প্ৰবহমান ৰাধা কৃষ্ণৰ প্ৰেম-প্ৰণয়ৰ আদি ৰসাত্মক কাহিনীভাগ 'কলংক ভঞ্জন' নামৰ কাব্যৰ সংযোগত ৰূপায়িত হৈছে। উদাহৰণ স্বৰূপে—

"কৃষ্ণৰ চৰণে ধৰি    বোলে ৰাধা ব্ৰজেশ্বৰী
শুনাহে মুৰুলীধাৰী মনো দুঃখে।

গাঁৱৰ যিগিলা আছে গিৰি   সকলো বোলে বাদুৰা তিৰি
এই দুঃখে উল্যাৰা নখে মুখ।।"

কামৰূপী উপ-ভাষাৰ যথাযথ প্ৰয়োগ পুথিখনৰ মন-কৰিবলগীয়া বৈশিষ্ট্য।

**গোপীনাথ বৰদলৈ (জন্ম : ১৮৯০, মৃত্যু : ১৯৫০ খ্ৰী.)**

আধুনিক অসমৰ আদৰ্শবাদী চিন্তানায়ক আৰু দূৰদৃষ্টিসম্পন্ন ৰাজনৈতিক নেতা। ১৯০৭ খ্ৰীষ্টাব্দত কটন কলেজিয়েট হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কটন কলেজৰ পৰা আই. এ. আৰু স্কটিচ চাৰ্চ কলেজৰ পৰা বুৰঞ্জীত সন্মানসহ স্নাতক ডিগ্ৰী লাভ কৰে। ১৯১৪ খ্ৰীষ্টাব্দত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ আৰু ১৯১৭ খ্ৰীষ্টাব্দত উক্ত বিশ্ববিদ্যালয়ৰ পৰাই আইনৰ স্নাতক হয়।

গোপীনাথে সোণাৰাম হাইস্কুলত শিক্ষকতাৰে কৰ্মজীৱন আৰম্ভ কৰি পৰৱৰ্তী কালত আইনৰ ব্যৱসায় কৰে। পিছত গান্ধীজীৰ নেতৃত্বত হোৱা অসহযোগ আন্দোলনত যোগ দি কাৰাবাস খাটে। তেওঁ পিছত অসমৰ মুখ্যমন্ত্ৰীৰ দায়িত্বও গ্ৰহণ কৰে। গান্ধীজীৰ আদৰ্শত বিশ্বাসী বৰদলৈক মৰণোত্তৰভাৱে ভাৰত চৰকাৰে 'ভাৰত ৰত্ন' উপাধি প্ৰদান কৰে। তেওঁৰ কিশোৰসকলৰ উপযোগীকৈ সৃষ্টিৰ পাঁচজনা ডাঙৰ মহাজন—'শ্ৰীৰামচন্দ্ৰ', 'বুদ্ধদেৱ', 'যীশুখ্ৰীষ্ট', 'হজৰত মহম্মদ' আৰু 'গান্ধীজী'ৰ পাঁচখন জীৱনচৰিত লিখি উলিয়াই। তেওঁৰ আন এখন উল্লেখযোগ্য জীৱনী হ'ল—'তৰুণৰাম ফুকনৰ জীৱনী' (প্ৰথম প্ৰকাশ, ১৯৭৬)।

**গুঞ্জানন বৰুৱা (জন্ম : ১৮৬০, মৃত্যু : ১৯৩৬ খ্ৰী.)**

১৮৬০ খ্ৰীষ্টাব্দত শিৱসাগৰত গুঞ্জানন বৰুৱাৰ জন্ম হয়। তেওঁ ১৮৮২-৮৩ খ্ৰীষ্টাব্দত এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতাত উচ্চ শিক্ষা লাভ কৰি ১৮৮৯ খ্ৰীষ্টাব্দত কলিকতাৰ পৰা বি. এল. পাছ কৰে। তাৰ পিছত তেওঁ শিৱসাগৰত ওকালতি কৰে। 'ভ্ৰমৰংগ' নাম দি 'Comedy





of Errors' ৰ ভাঙনিত তেওঁ সতীৰ্থসকলৰ লগত সহায় কৰাৰ উপৰিও নিজে ছেক্সপীয়েৰৰ 'Merchant of Venice' ৰ অসমীয়া ভাঙনিও কৰে। তেওঁ ১৯৩৬ খ্ৰীষ্টাব্দত মৃত্যুক সাৱটি ল'ব লগা হয়।

**গুণাভিৰাম বৰুৱা (জন্ম : ১৮৩৪, মৃত্যু : ১৮৯৪ খ্ৰী.)**

১৮৩৪ খ্ৰীষ্টাব্দত যোৰহাটত গুণাভিৰাম বৰুৱাৰ জন্ম হয়। তেওঁৰ পিতৃৰ নাম ৰণৰাম বৰুৱা। ১৮৫১ খ্ৰীষ্টাব্দত তেওঁ আনন্দৰাম বৰুৱাৰ লগত কলিকতালৈ গৈ তাৰ স্কুলত পঢ়ে আৰু প্ৰৱেশিকা পৰীক্ষাত বৃত্তি পাই গুণাভিৰামে প্ৰেচিডেন্সী কলেজত নামভৰ্তি কৰে। তাৰ পিছত তাত দুবছৰ শিক্ষা গ্ৰহণ কৰি আইন পঢ়ে। ১৮৫৯ চনত তেওঁ ছাব-এচিষ্টেণ্ট কমিচনাৰ হিচাপে চৰকাৰী চাকৰিত যোগদান কৰে। ১৮৯০ খ্ৰীষ্টাব্দত তেওঁ চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰি কলিকতাত নিগাজিকৈ থাকিবলৈ লয়।

'অৰুণোদই' কাকতৰ যোগেদি সাহিত্য জীৱনৰ পাতনি মেলা গুণাভিৰামে অসমীয়া সাহিত্যলৈ যিখিনি অৱদান আগবঢ়ালে তাৰ ভিতৰত 'ৰাম-নৱমী' নাটক (১৮৫৭), আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত (১৮৮০), অসম বুৰঞ্জী (১৮৮৪), কঠিন শব্দৰ ৰহস্য ব্যাখ্যা (১৮৯০) আদিয়েই প্ৰধান। ইয়াৰ উপৰিও 'গুৰুদত্ত' ছদ্মনামেৰে গুণাভিৰামে 'বিজুলী' কাকতত কবিতাও লিখিছিল।

গুণাভিৰাম বৰুৱাই 'আসাম বন্ধু' নামৰ মাহেকীয়া কাকতখন সম্পাদনা কৰিছিল। তেওঁ 'সৌমাৰ ভ্ৰমণ' নামেৰে ৰসাল ভ্ৰমণ কাহিনী ৰচি 'জোনাকী' কাকতত প্ৰকাশ কৰিছিল। গুণাভিৰাম বৰুৱাৰ 'আসাম, অতীত আৰু বৰ্তমান' নামৰ ধাৰাবাহিকভাৱে প্ৰকাশ পোৱা ইতিহাস বিষয়ক প্ৰবন্ধলানিও আসাম বন্ধুৰ উল্লেখযোগ্য প্ৰকাশ। জ্ঞান-বিজ্ঞান, দৰ্শন, শিক্ষা-সাহিত্য, কবিতা, ব্যংগ ৰচনা, সমালোচনা আদি অনেক বিষয়ে 'আসাম বন্ধু'ত প্ৰকাশ হৈছিল। একক প্ৰচেষ্টাৰে গুণাভিৰামে অসমীয়া ভাষা-সাহিত্যৰ কেইবাটাও দিশৰ বিকাশৰ পথ উন্মোচন কৰিছিল।

১৮৯৪ খ্ৰীষ্টাব্দত এইজনা ব্যক্তিয়ে মৃত্যুক সাৱটি ল'ব লগা হৈছিল।

# ঘ

**ঘনশ্যাম খাৰঘৰীয়া ফুকন (১৭৯৫, মৃত্যু ঃ ১৮৮০ খ্ৰীষ্টাব্দ)**

ফুকনৰ পিতৃৰ নাম হলিৰাম বৰকাকতি। তেওঁ সংস্কৃতত পণ্ডিত হৈ আহোম ৰজাৰ খাৰঘৰীয়া ফুকন বিষয়া গ্ৰহণ কৰে। মানৰ আক্ৰমণৰ সময়ত তেওঁ বহুতো কষ্ট ভোগ কৰিবলগীয়া হৈছিল। বৃটিছে অসম অধিকাৰ কৰাত তেওঁ প্ৰথমে ডিব্ৰুগড় ফৌজদাৰী চিৰস্তাদাৰ হয় আৰু পিছত মুনছিফ হয়। ফুকন ডাঙৰীয়াই 'কল্কি পুৰাণ'ৰ অসমীয়া পদ ভাঙনি কৰে। তেওঁ মানৰ দিনৰ অন্তিম কালৰ আহোম বিষয়া আছিল। পিছত বৃটিছৰ অধীনত বিভিন্ন বিষয়বাব লাভ কৰে।

**ঘনশ্যাম চৌধুৰী (জন্ম ঃ ১৮৭০, মৃত্যু ঃ ১৯২১ খ্ৰী.)**

১৮৭০ খ্ৰীষ্টাব্দত বৰপেটাৰ গলিয়াহাটীত ঘনশ্যাম চৌধুৰীৰ জন্ম হয়। তেওঁৰ পিতৃৰ নাম বেহিনা মেধি। মেধিসকলে চৰকাৰী উপাধি চৌধুৰীও লিখিব পাৰিছিল। ঘনশ্যামে 'চৌধুৰী' উপাধিটোকে বাচি লৈছিল। ১৮৮৯ খ্ৰীষ্টাব্দত স্থানীয় হাইস্কুলৰ পৰা কলিকতা বিশ্ববিদ্যালয়ৰ এণ্ট্ৰেন্স বা প্ৰৱেশিকা পৰীক্ষা দি সুখ্যাতিৰে উত্তীৰ্ণ হয়। তেওঁ কলিকতাত গৈ তাৰ এখন বিখ্যাত কলেজত ভৰ্ত্তি হৈ ছাত্ৰাবাসত থাকি দুবছৰ একাগ্ৰতা আৰু অধ্যৱসায়েৰে অধ্যয়ন কৰি এফ. এ. পৰীক্ষাত উত্তীৰ্ণ হয়। তেওঁ চৰকাৰী চাকৰিত সোমোৱাৰ এবছৰৰ পাছতে বিবাহপাশত আবদ্ধ হয়। তেওঁৰ প্ৰথমা পত্নীৰ নাম 'শাশ্বতী'। 'শাশ্বতী' বিয়োগ ঘটাৰ পিছত চৌধুৰীয়ে নহাটীয়াৰ বিখ্যাত ৰামকৃষ্ণ আতৈৰ বংশৰ কন্যা দয়মন্তীক বিবাহ কৰে।

ঘনশ্যাম চৌধুৰীয়ে স্কুল পৰিদৰ্শনৰ বাবে লেহী-ডঙৰা ডাক পুৰুষৰ





গাঁৱলৈ যাবলগীয়া হৈছিল। সেই সুযোগতে তেওঁ 'ডাকৰ বচন' যিমান পাৰে সিমান সংগ্ৰহ কৰিছিল। অৱশেষত 'ডাক ভণিতা' নাম দি তেওঁ ডাকৰ বচনখিনি সম্পাদনা কৰি নিজেই প্ৰকাশ কৰিছিল। ১৯২১ খ্ৰীষ্টাব্দত মাত্ৰ ৫১ বছৰ বয়সতে চৌধুৰীদেৱে ইহলীলা সম্বৰণ কৰে।

**ঘনশ্যাম বৰুৱা (জন্ম ঃ ১৮৬৭, মৃত্যু ঃ ১৯২৩ খ্ৰী.)**

১৮৬৭ খ্ৰীষ্টাব্দত গোলাঘাটত ঘনশ্যাম বৰুৱাৰ জন্ম হয়। ১৮৮২-৮৩ খ্ৰীষ্টাব্দত তেওঁ শিৱসাগৰৰ পৰা এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতাৰ প্ৰেছিডেন্সী কলেজত পঢ়ে আৰু ১৮৮৭ খ্ৰীষ্টাব্দত বি. এ. পাছ কৰে। তেওঁ বি. এ. পৰীক্ষাত উত্তীৰ্ণ হৈ বি. এল পঢ়ে আৰু সেই সময়ছোৱাতে বাকী তিনিজন অৰ্থাৎ ৰত্নধৰ বৰুৱা, ৰমাকান্ত বৰকাকতী আৰু গুঞ্জানন বৰুৱা এই সহপাঠীকেইজনৰ সৈতে 'ভ্ৰমৰংগ'ৰ ভাঙনিত সহযোগ কৰে। তেওঁ কলিকতাৰ পৰা আহি গোলাঘাটত ওকালতি কৰে। তাত সুনাম লাভ কৰি 'বৰ উকীল' নাম পায়। তেওঁ গোলাঘাটত কেইবছৰমান শিক্ষকতাও কৰে। এইজনা ব্যক্তিয়ে চৰকাৰী, সামাজিক, ৰাজহুৱা আদি বিভিন্ন ধৰণৰ কামত কৃতিত্ব দেখুৱাবলৈ সক্ষম হৈছিল। তেওঁ দলৈজান বাগিছা খুলি চাহৰ ব্যৱসায়ো কৰিছিল। তেওঁ অসমৰ ৰাজনীতিৰ লগত সক্ৰিয় ভাৱে জড়িত আছিল। ১৯১৩ খ্ৰীষ্টাব্দত অসম কাউন্সিলৰ সদস্য হয়। ১৯১৯ খ্ৰীষ্টাব্দত ইয়াৰ উপ-সভাপতি নিৰ্বাচিত হয়। ১৯১৫ খ্ৰীষ্টাব্দত তেওঁক বৃটিছ চৰকাৰে ৰায়বাহাদুৰ উপাধি প্ৰদান কৰে। ১৯২৩ খ্ৰীষ্টাব্দত ঘনশ্যাম বৰুৱাই ছিলঙত মৃত্যুক আঁকোৱালি লয়।

# চ

**চন্দ্ৰকান্ত বিদ্যালংকাৰ**

১৮৭০ খ্ৰীষ্টাব্দত গামেৰিমুৰীত জন্ম হয়। তেওঁৰ গুৰুত্বপূৰ্ণ তিনিখন গ্ৰন্থ হ'ল—*শব্দমঞ্জৰী, পদমঞ্জৰী আৰু ধাতুমঞ্জৰী।*

*(দ্বিতীয় অধ্যায় দ্ৰষ্টব্য)।*

**চন্দ্ৰধৰ ৰাজখোৱা**

লেখক বেণুধৰ ৰাজখোৱাৰ ককায়েক। 'পঞ্চকন্যা' পুথিৰ ৰচয়িতা।

**চন্দ্ৰশেখৰ বৰুৱা**

চন্দ্ৰশেখৰ বৰুৱা এগৰাকী অৰুণোদয়ৰ লেখক আছিল। তেওঁ ১৮৭৯ খ্ৰীষ্টাব্দত 'সংসাৰ কানন' নামৰ এখন মনোৰম পুথি ৰচনা কৰি উলিয়ায়। আন এখন পুথি হ'ল 'বিশ্ব কানন'। চন্দ্ৰশেখৰ বৰুৱাই ভূমি বিষয়ক এখন গ্ৰন্থ ৰচনা কৰি উলিয়ায়। সেইখন হ'ল—'ভূমি পৰিমাণ'।

**মুন্সী চাখাৰত আলি, ১৯ শতিকা**

অৰুণোদইৰ লেখক মুন্সী চাখাৰত আলিয়ে বিভিন্ন ধৰণৰ পঢ়াশালীয়া পুথি আমাক দি থৈ গৈছে। তেওঁ ১৮৮৩ খ্ৰীষ্টাব্দত 'গণিত শাস্ত্ৰ', 'অসমীয়া ভাষাৰ ক্ষেত্ৰ জ্যামিতি' (১৮৮৬), 'অসমীয়া পদাৰ্থ বিদ্যা' (১৮৮৬) আদি পুথি ৰচনা কৰে। তেওঁ ৰচনা কৰা অসমীয়া পদাৰ্থ বিদ্যা এখনি বিজ্ঞান বিষয়ক পুথি।

**চাৰ্লছ আলেকজেণ্ডাৰ ব্ৰুছ (জন্ম ঃ ১৭৯৩, মৃত্যু ঃ ১৮৭১ খ্ৰী.)**

অসমত চাহ খেতিৰ জনক। ১৭৯৩ খ্ৰীষ্টাব্দত ইংলেণ্ডত জন্ম গ্ৰহণ কৰে আৰু ১৮২৩ খ্ৰীষ্টাব্দত অসমলৈ আহে। তেওঁ অসমৰ বহু ঠাইত চাহ পুলি ৰুই ইয়াৰ ব্যৱসায়িক সফলতাৰ বিষয়ে জ্ঞাত কৰে। ফলস্বৰূপে





অসমত চাহ খেতি আৰম্ভ হয়। ১৮৭১ খ্ৰীষ্টাব্দত তেওঁৰ মৃত্যু হয়। তেওঁৰ Tea plantation of Assam এখনি উল্লেখযোগ্য গ্ৰন্থ।

**চিকা দাস**

চিকা দাস এগৰাকী *অৰুণোদই*ৰ লেখক। তেওঁৰ *অৰুণোদই*ত প্ৰকাশ হোৱা এটা উল্লেখযোগ্য কবিতা হ'ল *সৎ-সংসৰ্গৰ কথা।*

**চুচান আৰ. বি. ৱাৰ্ড**

ধৰ্ম বিষয়ক নানা কবিতাৰ অনুবাদক যশস্বী প্ৰতিভাৰ অধিকাৰী উইলিয়াম ৱাৰ্ডৰ পত্নী চুচান আৰ. বি. ৱাৰ্ড অসমীয়া সংবাদ পত্ৰৰ ইতিহাসত প্ৰথম মহিলা। 'অৰুণোদই' পত্ৰিকাত তেওঁ কেইবা বছৰমান সম্পাদিকা আছিল বুলি জনা যায়। বেণুধৰ শৰ্মাৰ মতে চুচান ৱাৰ্ডে ১৮৬১-১৮৬৭ কালছোৱাত 'অৰুনোদই' সম্পাদনা কৰিছিল। কিন্তু মহেশ্বৰ নেওগৰ মতে ১৮৬১ খ্ৰীষ্টাব্দৰ পৰা ১৮৬৮ চনলৈ উইলিয়াম ৱাৰ্ডহে সম্পাদক আছিল। চুচান ৱাৰ্ডৰ নামত ১৮৬৪ খ্ৰীষ্টাব্দত প্ৰথম প্ৰকাশিত পুথিখন 'ইংৰাজী অসমীয়া শব্দকোষ' (Anglo-Assamese Vocabulary)। চুচান ৱাৰ্ড সংশোধিত এহাজাৰ শব্দ গঠন প্ৰণালীযুক্ত 'ইংৰাজী অসমীয়া খণ্ডবাক্য' পুথিখন ১৮৭৭ খ্ৰীষ্টাব্দত প্ৰকাশ হৈছিল বুলি পোৱা যায়। আনহাতে তেওঁ ১৮৬৪ খ্ৰীষ্টাব্দত বেপ্টিষ্ট মিছন প্ৰেছৰ পৰা ১১০ পৃষ্ঠৰ "Brief Vocabulary in English and Assamese with Rudimentory Exercises" (ইংৰাজী আৰু অসমীয়া বাক্যাৱলী) প্ৰকাশ কৰে। চুচান ৱাৰ্ডৰ আন এখন গ্ৰন্থ হ'ল 'এ গ্লিমচেচ অৱ আচাম' (A Glimpses of Assam)।

১৮৭৩ খ্ৰীষ্টাব্দত চুচান ৱাৰ্ডৰ স্বামী উইলিয়াম ৱাৰ্ডৰ অকালতে মৃত্যু হয় আৰু ইয়াৰ পাছত প্ৰায় পাঁচ বছৰ কাল তেওঁ শিৱসাগৰত কটাইছিল। চুচান ৱাৰ্ড ১৮৭৮ খ্ৰীষ্টাব্দলৈ অসমতে আছিল। তেওঁৰ নামত এই সময়ছোৱাত পোৱা তিনিখন গ্ৰন্থ হ'ল—'পাপ ক্ষেমা পোৱা এজনী' (১৮৮৯), 'গুৰু আহিল তোমাক মাতিছে' (১৮৮৯) আৰু 'বাঁৰীৰ মিত্ৰ'

(১৮৮৯)। এই তিনিওখন গ্ৰন্থৰ আকৃতি ক্ষুদ্ৰ আৰু সাহিত্যিক দিশত গুৰুত্বহীন।

**মঃ চোলেইমান খাঁ**

মঃ চোলেইমান খাঁ দেৱৰ জন্ম হয় ১৮৭০ খ্ৰীষ্টাব্দত ডিব্ৰুগড়ত। তেওঁৰ পিতৃৰ নাম জান মহম্মদ খাঁ। তেওঁ এগৰাকী কৃতী শিক্ষক আছিল। তেওঁ এজন শিশু সাহিত্যিকো আছিল। তেওঁৰ কবিতা পুথিখনৰ নাম আছিল 'কবিতা পুথি'। 'মতিৰ যুকা' তেওঁৰ অসমীয়া সাহিত্যলৈ উল্লেখযোগ্য অৱদান। তেওঁৰ কবিতাৰ ভাৱ আছিল নীতি আৰু উপদেশমূলক। তাৰে ভিতৰত কবিতা হিচাপে আমি তেওঁৰ 'নোৱাৰোঁ' কবিতাটি উল্লেখ কৰিব পাৰোঁ। শব্দৰ কোমলতা তেওঁৰ কবিতাৰ এটি মন কৰিবলগীয়া বৈশিষ্ট্য।





## জ

**জয়চন্দ্ৰ চক্ৰৱৰ্তী**

জয়চন্দ্ৰ চক্ৰৱৰ্তী আছিল নৰ্মাল স্কুলৰ দ্বিতীয় শিক্ষক। তেওঁৰ *'ল'ৰাপাঠ'* প্ৰথম ভাগ (১৮৮৪), *'ল'ৰাপাঠ'* দ্বিতীয় ভাগ (১৮৮৪) আদি উল্লেখযোগ্য পঢ়াশালীয় পুথি। তেওঁৰ ল'ৰাপাঠ প্ৰথম ভাগ পুথিখন ২৪ পৃষ্ঠাৰ সংযুক্ত আৰু *'ল'ৰাপাঠ* দ্বিতীয় ভাগ' ২২ পৃষ্ঠা পুথিখনত ২২ পৃষ্ঠা সন্নিৱিষ্ট হৈ আছে। তেওঁৰ অসমীয়া ল'ৰাৰ প্ৰথম শিক্ষাৰ ক-ফলা পুথিতে আছে একোটি মনোৰম কবিতা—

'শিকা ল'ৰা লেখা পঢ়া
তেহে হবা গুণে ভৰা
পিতা আদি গুৰু য'ত
মৰম কৰিবা ক'ত
সজ বুলি লোকে কব
শিক্ষকে শলাগ লব।'

তেওঁৰ আন এখনি ১৩০ পৃষ্ঠাৰ পুথি *অসমীয়া মৌখিক অংক* (১৮৮৮)।

**জ্ঞানদাভিৰাম বৰুৱা (জন্ম ঃ ১৮৮০, মৃত্যু ঃ ১৯৫৫ খ্ৰী)**

জ্ঞানদাভিৰাম বৰুৱাৰ জন্ম হয় নগাঁৱৰ ফৌজদাৰীপট্টিত। পিতৃ অসমীয়া সাহিত্যৰ অন্যতম কাণ্ডাৰী গুণাভিৰাম বৰুৱা আৰু মাতৃ বিষ্ণুপ্ৰিয়া। তেওঁ কলিকতাত শিক্ষা গ্ৰহণ কৰে আৰু প্ৰায় চৈধ্য- পোন্ধৰ বছৰ বয়সত পিতৃৰ বিয়োগ হোৱাত শুভানুধ্যায়ীসকলৰ চেষ্টাত ১৮৯৬ খ্ৰীষ্টাব্দত উচ্চ শিক্ষাৰ্থে বিলাতলৈ যায়।

আধুনিক অসমীয়া সাহিত্য প্ৰতিষ্ঠা কৰাসকলৰ ভিতৰত বৰুৱা

আছিল অন্যতম। 'বাঁহী', 'মিলন', 'আৱাহন', 'আসাম হিতৈষী', 'চেতনা', 'বৰদৈচিলা', 'জয়ন্তী' আৰু 'ৰামধেনু' আদি আলোচনীৰ পাতত তেওঁৰ বিভিন্ন প্ৰৱন্ধ প্ৰকাশ পায়। 'ভেনিচৰ সাউদ' (১৯১২), 'পঞ্চৰত্ন বৰুৱাৰ অনুবাদ গ্ৰন্থ 'দদাইৰ পঁজা' (১৯৩০), 'হেৰিয়েট বীচাৰ ষ্টোৰ'—'আংকল টমাছ কেবিন'ৰ অৱলম্বনত ৰচিত। তেওঁৰ 'বিলাতৰ চিঠি' (১৯৩৯) বিলাতত থকা অভিজ্ঞতাৰ কাহিনীক লৈ লিখা এখনি সুখপাঠ্য ভ্ৰমণ কাহিনী। বৰুৱাই লক্ষ্মীনাথ বেজবৰুৱাৰ 'বুঢ়ী আইৰ সাধু'খন 'Folk Tales of Assam' নাম দি ইংৰাজীলৈ অনুবাদ কৰে ১৯১৫ খ্ৰীষ্টাব্দত।

তেখেতে ১৯৩৩ খ্ৰীষ্টাব্দত উত্তৰ লক্ষীমপুৰত বহা অসম সাহিত্য সভাৰ চতুৰ্দশ অধিৱেশনৰ সভাপতি পদ অলংকৃত কৰিছিল।

জ্যোতিপ্ৰসাদ আগৰৱালাৰ 'ইন্দ্ৰমালতী' কথা ছবিত তেওঁ এটা প্ৰধান চৰিত্ৰত অভিনয় কৰিছিল। তেওঁ আৰ্ল ল' কলেজৰ প্ৰথম অধ্যক্ষ হৈছিল আৰু বৰ্তমান আৰ্ল ল কলেজখন তেওঁৰ নামেৰে নামকৰণ কৰা হৈছে।

### ড° জি এ. গ্ৰীয়াৰ্চন

গ্ৰীয়াৰ্চন এগৰাকী অধ্যয়নশীল বিদ্যানুৰাগী বৃটিছ বিষয়া আছিল। তেওঁ আছিল এগৰাকী ভাষাবিদ পণ্ডিত। তেওঁৰ Linguistic Survey of India ভাৰতীয় ভাষাসমূহৰ ক্ষেত্ৰ অধ্যয়নৰ ভিত্তিত প্ৰস্তুত কৰি উলিওৱা এক মূল্যৱান আৰু যুগজয়ী কৃতি। কেইবাটাও খণ্ডত বিভক্ত বৃহৎ কলেৱৰৰ এই গ্ৰন্থ প্ৰণয়নৰ যোগেদি গ্ৰীয়াৰ্চনে এক প্ৰকাৰ অসাধ্য সাধন কৰিলে। এই গ্ৰন্থৰ পঞ্চম খণ্ডত অসমীয়া ভাষা সাহিত্যৰ স্বকীয় ঐতিহ্য, পৰম্পৰা আৰু বিশেষকৈ বুৰঞ্জী সাহিত্যৰ বিষয়ে সুচিন্তিত মন্তব্য আগবঢ়াই থৈ গৈছে। (তৃতীয় অধ্যায়ত দ্ৰষ্টব্য)।

### জে. আৰ. কানিংহাম

কানিংহাম চাৰ্কুলাৰ বুলিলে যদিও মিষ্টাৰ জে. আৰ. কানিংহামৰ





প্ৰতি বিদ্বেষভাৱ ওপজে, কিন্তু এইজনা চাহাবেই ড° সূৰ্যকুমাৰ ভূঞাক বুৰঞ্জী আৰু পুৰাতত্ত্বৰ অনুসন্ধান কাৰ্যত যথেষ্ট প্ৰেৰণা যোগাইছিল।

### জেমচ্ ৰে'

জেমছ্ ৰে' এগৰাকী সৈনিক ৰূপে ভাৰতত প্ৰৱেশ কৰে আৰু ধৰ্মৰ প্ৰতি ধাউতি হোৱাত শ্ৰীৰামপুৰ কলেজত আৱশ্যকীয় শিক্ষা লাভ কৰি ১৮২৯ খ্ৰীষ্টাব্দত গুৱাহাটীলৈ ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে যাত্ৰা কৰে। কিন্তু পত্নী বিয়োগৰ বাবে তেওঁ এই ক্ষেত্ৰত অসুবিধাৰ সন্মুখীন হয়।

পিছত ৰে' চাহাবৰ অনুৰোধক্ৰমে ৰবিন্সনক গুৱাহাটীলৈ পঠিওৱা হয়। পিছত ৰে'ই এখন চৰকাৰী স্কুলত শিক্ষকতা কৰিবলৈ লয়।

# ত

**তৰুণৰাম ফুকন (জন্ম ঃ ১৮৭৭, মৃত্যু ঃ ১৯৩৯ খ্রী.)**

'দেশভক্ত' উপাধিৰে বিভূষিত তৰুণৰাম ফুকনৰ জন্ম হয় গুৱাহাটীত। বিখ্যাত ফুকন বংশৰ বলৰাম ফুকন তেওঁৰ পিতৃ আৰু মাতৃ ভাগীৰথী দেৱী, দেউতাক বলৰাম ফুকনৰ তৃতীয়া ভাৰ্যা। ১৮৯৫ খ্ৰীষ্টাব্দত তৰুণৰাম ফুকনে গুৱাহাটী হাইস্কুলৰ পৰা তৃতীয় বিভাগত এন্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হয়। তৃতীয় বিভাগ পোৱাৰ বাবে তেওঁ দহটকীয়া জলপানি পাইছিল।

কলিকতাৰ প্ৰেছিডেন্সী কলেজৰ পৰা এফ. এ. আৰু লণ্ডনৰ পৰা বেৰিষ্টাৰী পৰীক্ষাত উত্তীৰ্ণ হৈ ফুকনে কলিকতা আৰু গুৱাহাটীত ওকালতি কৰিছিল। তেওঁ মহাত্মা গান্ধীৰ কংগ্ৰেছ আন্দোলনৰ একান্ত সমৰ্থক আৰু নিষ্ঠাবান কৰ্মী আছিল। ফুকনে দহবছৰ ধৰি দিল্লীৰ ব্যৱস্থাপক সভাৰো সদস্য আছিল। গুৱাহাটীৰ লোকেল বৰ্ডৰ তেওঁ চেয়াৰমেন আৰু গুৱাহাটী 'আৰ্ল ল কলেজ'ৰ (বৰ্তমানৰ জ্ঞানদাভিৰাম বৰুৱা আইন মহাবিদ্যালয়) অন্যতম প্ৰতিষ্ঠাপক অধ্যাপক আছিল। মাহিলি ২০০ টকা দৰমহাত ফুকনে কলেজত 'জুৰিছ প্ৰুডেন্স', 'ইকুইটি' আদি বিষয় পঢ়ুৱাইছিল।

উল্লেখযোগ্য যে দেশভক্ত তৰুণৰাম ফুকন, কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈদেৱে ভাৰতৰ স্বাধীনতা উদ্ধাৰৰ কাৰণে অসহযোগ আন্দোলনৰ যি অগ্নি জ্বলাই তুলিছিল, সেইয়া অসমবাসীৰ বাবে চিৰস্মৰণীয় হৈ থাকিব।

তৰুণৰাম ফুকন প্ৰসিদ্ধ চিকাৰী হোৱাৰ উপৰিও সুবক্তাও আছিল।

ইংৰাজী, সংস্কৃত, ফাৰ্চী, বাংলা আদি বিষয়ত ব্যুৎপত্তি থকা ফুকনদেৱৰ ৰচনাৰাজি হ'ল এনে ধৰণৰ—'স্তুতিমালা' (প্ৰাৰ্থনামূলক খণ্ড কবিতা, ১৯২৬), 'যৌনতত্ত্ব' (স্বাস্থ্য বিজ্ঞান, ১৯৩৪), 'চিকাৰ কাহিনী' (১৯৭১) আদি। তেওঁৰ এখন হাস্য ৰসাত্মক পুথি হৈছে—'নিংনি ভাৰৰীয়াৰ গীত' (কামৰূপৰ গাঁৱলীয়া ভাষাত লিখিত)। গোৱালপাৰাত ১৯২৭ খ্ৰীষ্টাব্দত অনুষ্ঠিত হোৱা





অসম সাহিত্য সভাৰ দশম অধিৱেশনত দেশভক্ত তৰুণৰাম ফুকনে সভাপতিত্ব কৰিছিল। ১৯২৬ খ্ৰীষ্টাব্দত পাণ্ডুত অনুষ্ঠিত ভাৰতীয় জাতীয় কংগ্ৰেছৰ অধিৱেশনৰ তেওঁ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল।

ইয়াৰোপৰি তেওঁৰ বহু প্ৰৱন্ধ বিভিন্ন আলোচনীত প্ৰকাশ পাইছিল।

**তাৰিণী দেৱী (জন্ম ঃ ১৮২৯, মৃত্যু ঃ ১৮৯২ খ্রী.)**

তাৰিণী দেৱী হলিৰাম ঢেকিয়ালফুকনৰ জীয়াৰী। হলিৰাম ঢেকিয়াল ফুকনৰ দুগৰাকী ভাৰ্যাৰ ভিতৰত প্ৰথমগৰাকী প্ৰসূতি দেৱী আনন্দৰাম ঢেকিয়ালফুকনৰ মাতৃ আৰু দ্বিতীয়গৰাকী কল্যাণী দেৱী তাৰিণী দেৱীৰ মাতৃ। প্ৰাপ্ত তথ্যমতে ১৮২৯ খ্ৰীষ্টাব্দৰ (১৭৫১ শক) ফাগুণ মাহত তাৰিণীৰ জন্ম হয় আৰু সেই খ্ৰীষ্টাব্দৰে আহিন মাহত আনন্দৰামৰ জন্ম। তাৰিণী দেৱীয়ে নাৰী শিক্ষানুষ্ঠানৰ অভাৱত পিতৃৰ ওচৰত ঘৰতে শিক্ষালাভ কৰি উপযুক্ত হৈ উঠিছিল। হলিৰাম ঢেকিয়ালফুকনে উপযুক্ত শিক্ষিত পাত্ৰৰ সন্ধান কৰি জখলাবন্ধা সত্ৰৰ যুৱক ৰঘুদেৱ গোস্বামীৰ সৈতে তাৰিণীৰ বিবাহ সম্পন্ন কৰে। তাৰিণী দেৱী সত্ৰীয়া পৰিৱেশৰ সৈতে জড়িত হোৱাত সাধাৰণতেই ধৰ্মীয় দিশত চিন্তা-চৰ্চা কৰিছিল আৰু নিজেও ধৰ্মীয় গীত ৰচনা কৰিছিল। তেওঁৰ বহুতো গীত 'জখলা-বন্ধা সত্ৰ গীত' নামৰ ছপা পুথিত প্ৰকাশ পাইছিল। উল্লেখিত গ্ৰন্থখনত দুটি সত্ৰ গীত আৰু এটি আৰতি গীত তাৰিণী দেৱীৰ নামত পোৱা গৈছে আৰু তিনিওটি ৰচনাই তেওঁক বৈষ্ণৱ পৰম্পৰাৰ কবিৰূপে চিনাকি দিয়ে। তাৰিণী দেৱীৰ গীতবোৰত শ্ৰীকৃষ্ণৰ বন্দনা ব্যাপক; তাৰ লগতে শ্ৰীঝুলন যাত্ৰা, 'জন্মাষ্টমী পচতি' 'মহাৰাস, দৌলযাত্ৰা, নন্দোৎসৱ, বলিচলন আদি বিষয়ক গীতো আছে।

**তাৰিণী প্ৰসাদ সেন**

তাৰিণী প্ৰসাদ সেনৰ দ্বাৰা ৰচিত ১২৫ পৃষ্ঠা সন্নিৱিষ্ট 'বিজনীৰ ৰাজবংশ' (১৮৭৬) এখন বিবিধ বিষয়ৰ উল্লেখযোগ্য পুথি। ১৮৯৭ খ্ৰীষ্টাব্দত 'বৰপেটা হিতসাধিনী সভা'ৰ প্ৰথম বছৰেকীয়া কাৰ্য বিৱৰণী এখন বিবিধ বিষয়ক অতি

সুন্দৰ পুথি তেওঁ ৰচনা কৰি থৈ গৈছে।

**তুলসীৰাম ডেকাবৰুৱা**

তেওঁ শিৱসাগৰ বিদ্যোৎসাহিনী সভাৰ ভাৰপ্ৰাপ্ত সম্পাদক আছিল।





# দ

**দয়াৰাম চেতিয়া**

দয়াৰাম চেতিয়াই ৮ম বছৰ, ২য় সংখ্যা 'অৰুণোদয়'ত 'ছপাখানাৰ বিৱৰণ' কবিতাত আত্ম পৰিচয় দি এনেদৰে লিখিছে—

"মোৰ জানা নিজ গ্ৰাম উত্তৰ পাৰত,
জন্ম ধৰি আছোঁ মই আহোম কুলত।
মই অল্পমতি নৰ দোষ নধৰিবা
জি সব অসুধ দেখা সমস্তে খেমিবা।
আত পৰে আন কথা নেপালো ভাবিয়া,
সংক্ষেপ কৰিলো মাত্ৰ দয়াৰাম চেতিয়া।"

(ছাপাখানাৰ বিৱৰণ, ফেব্ৰুৱাৰী, ১৮৫৩)

'ৰংপুৰ নগৰৰ বৰ্ণন' আৰু 'ছপাশালৰ বিৱৰণ' অৰুণোদই'ত প্ৰকাশিত দয়াৰাম চেতিয়াৰ দুটি মনোৰম কবিতা। ইন্দ্ৰবংশী আহোম ৰজাসকলে আহি কেনেকৈ ৰংপুৰ নগৰ নিৰ্মাণ কৰি ৰংঘৰ, তলাতল ঘৰ সাজিছিল, এনে ঐতিহাসিক চিত্ৰপটেই দয়াৰাম চেতিয়াৰ কবিতাত বিদ্যমান। ৰংপুৰ নগৰত প্ৰথমে মিছন প্ৰেছ স্থাপন কৰি 'অৰুণোদই'ৰ সংবাদ পত্ৰ ছপোৱাৰো পুংখানুপুংখ বিৱৰণ দয়াৰাম চেতিয়াৰ 'ছপাশালৰ বিৱৰণ' নামৰ কবিতাটিত প্ৰকাশিত হৈছে।

**দত্তদেৱ গোস্বামী (জন্ম ঃ ১৮১৮, মৃত্যু ঃ ১৯০৪ খ্ৰী.)**

দত্তদেৱ গোস্বামীৰ পিতৃ মাহৰাসত্ৰৰ অধিকাৰ বাসুদেৱ। পিছত আউনীআটী সত্ৰৰ অধিকাৰ কুশৰামদেৱে দত্তক ১৮২১ চনত পুত্ৰৰূপে তুলি লয়। উল্লেখযোগ্য যে কুশৰামদেৱৰ মৃত্যুৰ পিছত ১৮৩৮ খ্ৰীষ্টাব্দত 'ধৰ্ম প্ৰকাশ যন্ত্ৰ' নাম দি সত্ৰত তেওঁ এটা ছপাশাল বহুৱাইছিল। এই

ছপাখানাৰ পৰাই অসমীয়া প্ৰথম মাহেকীয়া বাতৰি কাকত 'আসাম বিলাসিনী' প্ৰকাশ কৰা হয়। দত্তদেৱ আছিল 'আসাম বিলাসিনী'ৰ প্ৰতিষ্ঠাপক আৰু অসমীয়া বৈষ্ণৱ সাহিত্যৰো এগৰাকী প্ৰকাশক। 'আসাম বিলাসিনী' (১৮৮৩) খ্ৰীষ্টাব্দলৈকে প্ৰকাশ পাইছিল। তেওঁ আউনীআটী সত্ৰৰো সত্ৰাধিকাৰ আছিল। 'কীৰ্তন', 'ৰুক্মিণী হৰণ' (১৮৭৩), 'গুণমালা' (১৮৭২), 'লীলামালা' (১৮৭২), 'নিমি-নৱসিদ্ধ সংবাদ', 'স্যমন্ত হৰণ' (১৮৭৬), 'ভাগৱত ৰত্ন' (১৮৭৪) আদি গ্ৰন্থ তেওঁ উক্ত প্ৰেছৰ পৰা প্ৰকাশ কৰিছিল। তেওঁৰ দিনতে ১৮৮৮ খ্ৰীষ্টাব্দত 'আসাম তৰা' নামৰ এখন মাহেকীয়া আলোচনী (সম্পাদক শ্ৰীধৰ বৰুৱা) ওলায়। গোস্বামীদেৱে নিজে প্ৰণয়ন কৰা গ্ৰন্থসমূহ হ'ল—'গোবিন্দ গুণমালা', 'কৃষ্ণলীলামৃত', 'ধ্ৰুৱচৰিত', 'দক্ষযজ্ঞ' ইত্যাদি। ১৯০৪ চনত প্ৰায় ৮৬ বছৰ বয়সত তেওঁৰ দেহাৱসান ঘটে।

**দিবাকৰ শৰ্মা**

দিবাকৰ শৰ্মা যোৰহাটৰ লোক আছিল। দিবাকৰ শৰ্মা 'অৰুণোদই'ৰ লেখক আছিল। তেওঁ 'অংকপাঠ' নামৰ এখন পঢ়াশালীয়া পুথি ১৮৮৩ চনত ৰচনা কৰি উলিয়াইছিল। তেওঁৰ এই পঢ়াশালীয়া পুথিখন ২০ পৃষ্ঠাযুক্ত আছিল। তেওঁৰ আন এখন উল্লেখযোগ্য পুথি হ'ল—'দয়াকৰৰ জীৱন চৰিত' (১৮৭৪)। এই পুথিসমূহ ৰচনা কৰা হৈছিল শিশুৰ মনোজগতৰ প্ৰতি লক্ষ্য ৰাখি।

**দীননাথ বেজবৰুৱা (জন্ম ঃ ১৮১৩, মৃত্যু ঃ ১৮৯৩ খ্ৰী.)**

তেওঁৰ জন্ম হয় যোৰহাটত। বেজবৰুৱাৰ পিতৃৰ নাম কৃষ্ণৰাম আৰু মাতৃৰ নাম গোমতী। যোৰহাটৰ সংস্কৃত বিদ্যালয়ত শিক্ষা গ্ৰহণ কৰি ১৬ বছৰ বয়সত তাতে কিছুকাল শিক্ষকতা কৰে। ১৯ বছৰ বয়সত তেওঁৰ দেউতাকৰ মৃত্যু হোৱাত জীৱন নিৰ্বাহৰ উপায় বিচাৰি গুৱাহাটীলৈ যায় আৰু তাতে পুৰন্দৰ সিংহ স্বৰ্গদেউৰ ব্যক্তিগত চিকিৎসকৰ পদত তেওঁ





নিযুক্ত হয়। বেজবৰুৱাই চিকিৎসক হোৱাৰ যোগ্যতা পালে দেউতাক, ককায়েক আদিৰ পৰা আয়ুৰ্বেদ শিক্ষা লাভ কৰি। পাছত তেওঁ ৰজাৰ লগতে উজনীৰ ৰংপুৰলৈ আহে। পাছলৈ কোম্পানীয়ে ৰাজ্যভাৰ লোৱাত মহাফেজ পদত তিনি বছৰ থকাৰ পিছত চিৰস্তাদাৰ পদ পায়।

বেজবৰুৱাই নগাঁৱৰ মুনচেফ পদত নিযুক্ত হয় ১৮৬১ খ্ৰী.ত। এই কামতে বৰপেটা, তেজপুৰ, উত্তৰ লক্ষীমপুৰ, গুৱাহাটী আদি ঠাইত ঘূৰি ১৮৭৩ খ্ৰীষ্টাব্দত অৱসৰ গ্ৰহণ কৰে। জীৱনৰ শেষ বয়সত তেওঁ শিৱসাগৰত থাকি 'সিং দুৱাৰ' আৰু ৰজাবাৰীত দুখন চাহ বাগিচা খোলে।

বেজবৰুৱা ধৰ্মপৰায়ণ বৈষ্ণৱ আছিল। তেওঁ চাৰিবাৰকৈ পুৰী আদি তীৰ্থ ভ্ৰমণ কৰিছিল। তেওঁ প্ৰাচীন পন্থী আছিল যদিও পিছলৈ ইংৰাজী শিক্ষাৰ মোল বুজিছিল আৰু নিজেও ইংৰাজী শিকিছিল। তেওঁ স্কন্দ পুৰাণৰ 'উৎকল খণ্ড' অসমীয়ালৈ ভাঙনি কৰিছিল। 'গুৰু চৰিত' নামেৰে শংকৰ-মাধৱৰ জীৱনীখন তেওঁৰ বিখ্যাত চৰিতপুথি। 'অসম বুৰঞ্জী' এখন লিখাৰ বাবেও বেজবৰুৱাই যো-জা কৰিছিল। 'বেজবৰুৱাৰ বংশাৱলী' পদ্যত ৰচনা কৰে ১৮৪৪ খ্ৰীষ্টাব্দত। গোবিন্দ বেজবৰুৱা, গোলাপ বেজবৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা আদিৰ পিতৃ আছিল দীননাথ বেজবৰুৱা।

দিবাকৰ শৰ্মাৰ দ্বাৰা প্ৰকাশিত দীননাথ বেজবৰুৱাৰ 'আচাৰ্য সংহতি' (১৮৯৮), 'মহাজন' (১৮৮৯), 'মিনতি' (১৮৮৯) আৰু 'দয়াকৰৰ জীৱন চৰিত' (১৮৭৪) আদি উল্লেখযোগ্য গ্ৰন্থ।

**দুৰ্গানাথ চাংকাকতি (জন্ম ঃ ১৮৭০, মৃত্যু ঃ ১৯৪৯ খ্ৰী)**

১৮৭০ খ্ৰীষ্টাব্দত ডিব্ৰুগড়ত চাংকাকতিৰ জন্ম হয়। তেওঁ ডিব্ৰুগড় কাছাৰীত ওকালতি কৰিছিল। সাহিত্য, অভিনয় আদিত চাংকাকতিৰ অধিক ৰাপ আছিল। 'টাইমছ অব আসাম' আদিত তেওঁ বিভিন্ন ধৰণৰ প্ৰবন্ধ-পাতি লিখিছিল। তেওঁ কিছুদিন 'আলোচনী' কাকতৰ সম্পাদকো আছিল। ডিব্ৰুগড়ৰ 'জৰ্জ হাইস্কুল' স্থাপন কৰোঁতাসকলৰ ভিতৰত অন্যতম আছিল দুৰ্গানাথ চাংকাকতি। তেওঁ ১৯০০ খ্ৰীষ্টাব্দত 'চন্দ্ৰহংস' নামেৰে

এখন নাটক ৰচনা কৰিছিল।

**দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা (জন্ম : ১৮৭০, মৃত্যু : ১৯২৮খ্ৰী.)**

শিৱসাগৰ জিলাৰ বেতবাৰীৰ শুকান পুখুৰীত দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ জন্ম হয়। মজিন্দাৰ বৰুৱাৰ পিতৃ নৰোত্তম আৰু মাতৃ কুসুম। তেওঁ স্কুলীয়া শিক্ষা যোৰহাটত সমাপ্ত কৰি স্বাধীন ব্যৱসায়ত মনোনিবেশ কৰে। তেওঁৰ বিবাহ সম্পন্ন হয় ১৯০৭ খ্ৰীষ্টাব্দত লক্ষীমপুৰৰ লীলাবাৰী চাহ বাগিচাৰ বৰকেৰাণী বেণীমাধৱ দস্তিদাৰৰ কন্যা পূৰ্ণকান্তিৰ লগত। উনৈশ শতিকা আৰু কুৰি শতিকাৰ মাজৰ কালছোৱাত যি কেইগৰাকী সাহিত্যিকে তেওঁলোকৰ নিজস্ব সাহিত্য কৰ্মৰ জৰিয়তে অসমীয়া ভাষা-সাহিত্যক সুসমৃদ্ধ কৰি তুলিছিল। তাৰ ভিতৰত আছিল বৰুৱা অন্যতম। 'ল'ৰা কবিতা' (১৮৯৭), 'উজু কবিতা' (১৮৯৫), 'ফুল' (১৮৯৯) তেওঁৰ কবিতা পুথি। ইয়াৰ উপৰিও 'জ্ঞান-মঞ্জৰী' (১৮৯৯), 'স্বাস্থ্যপাঠ' (১৯২৭) আদি গ্ৰন্থেৰে শিশু সাহিত্যিকৰূপে পৰিচিতি লাভ কৰা বৰুৱাই পৰৱৰ্তী কালত নাটক ৰচনাতো মনোনিৱেশ কৰে।

উল্লিখিত পুথিকেইখনৰ উপৰিও 'স্বপ্নপৰ্ব' নামৰ এখন পুথিও দুৰ্গাপ্ৰসাদে ৰচনা কৰিছিল বুলি জনা যায়। তেওঁৰ চিকিৎসা বিষয়ক পুথি ৰচনা কৰিছিল। তাৰ ভিতৰত 'সহজ চিকিৎসা' (১৮৯৯), 'প্ৰাকৃতিক চিকিৎসা' (প্ৰথমছোৱা, (১৯২৭), 'প্ৰাকৃতিক চিকিৎসা' (দ্বিতীয়ছোৱা, (১৯২৯) আদিয়েই প্ৰধান। দুৰ্গাপ্ৰসাদৰ 'মহৰী' (১৮৯৬)ৰ পৰৱৰ্তী নাট্য ৰচনা হ'ল 'নিগ্ৰো'। ইয়াৰ উপৰিও 'বৃষকেতু' (১৮৯৯), 'গুৰু দক্ষিণা' (১৯০১) আৰু 'কলিযুগ' (১৯০৪) আদি তেওঁৰ দ্বাৰা ৰচিত নাটক। অৱশ্যে 'কলিযুগ' নাটখন বেনুধৰ ৰাজখোৱাৰ সৈতে যুটীয়াভাৱে ৰচিত।

বেজবৰুৱাৰ 'লিতিকাই' (১৮৮৯)ৰ পিছতেই বৰুৱাৰ 'মহৰী' (১৮৯৬) অসমীয়া সাহিত্যৰ দ্বিতীয় ধেমেলীয়া সামাজিক নাট। তিনি অংকবিশিষ্ট 'মহৰী' নাটখনৰ আৰ্হিত পৰৱৰ্তী কালত গোহাঞি বৰুৱাই 'গাঁওবুঢ়া' নাট ৰচনা কৰে। 'বৃষকেতু' আৰু 'গুৰু দক্ষিণা' পৌৰাণিক





নাটক।

উল্লেখযোগ্য যে শিৱসাগৰৰ পৰা প্ৰকাশিত প্ৰথম অসমীয়া মহিলা আলোচনী 'ঘৰ-জেউতি'ত বৰুৱাই প্ৰবন্ধ লিখাৰ উপৰিও আলোচনীখনৰ প্ৰধান ব্যৱস্থাপক আৰু প্ৰতিষ্ঠাপকসকলৰ অন্যতম আছিল। তেওঁ বিভিন্ন লেখা 'আলোচনী', 'আসাম হিতৈষী' আদিতো প্ৰকাশ পাইছে।

**দুতিৰাম হাজৰিকা (জন্ম : ১৮০৬, মৃত্যু : ১৯০১ খ্ৰী.)**

হাজৰিকাৰ সম্পূৰ্ণ নাম দুতিৰাম স্বৰ্ণকাৰ হাজৰিকা। হাজৰিকাদেৱৰ জন্ম হয় যোৰহাটত। পিতৃৰ নাম সোণাবৰ হাজৰিকা। তেওঁ যোৰহাটৰ ভায়াৰাম বৰপূজাৰীৰ টোলত শৈশৱতে শিক্ষা লাভ কৰিছিল। তেওঁ সৰু কালতেই সোণৰ বিভিন্ন ধৰণৰ অলংকাৰ গঢ়াৰ কৌশল আয়ত্ত কৰিছিল। প্ৰকৃতাৰ্থত তেওঁ বনিয়া সম্প্ৰদায়ৰ লোক আছিল। পুৰন্দৰ সিংহ আৰু তেওঁৰ পুতেক কামেশ্বৰ সিংহৰ পৃষ্ঠপোষকতাত ১৮৫৮ খ্ৰীষ্টাব্দত বৈষ্ণৱ পদত 'কলিভাৰত বুৰঞ্জী' লিখি উলিয়ায়। গ্ৰন্থখনত ১৬৭৯-১৮৫৮ খ্ৰীষ্টাব্দলৈ অসমৰ ইতিহাস সামৰি লোৱা হৈছে। তেওঁ দিহিং সত্ৰৰ ভকত আছিল। হাজৰিকাই গীত গাব জানিছিল আৰু ভাওনাতো অংশ লৈছিল। তেওঁৰ অন্যান্য ৰচনাৱাজি হ'ল—'দিহিং সত্ৰৰ বুৰঞ্জী', 'ৰসিক পুৰাণ' আৰু 'বনিয়াসকল অসমলৈ অহাৰ বৃত্তান্ত'।

'ৰসিক পুৰাণ'ত ভাং, ধপাত, 'ধতুৰা আৰু কানিৰ অপকাৰিতাৰ বিষয়ে ব্যংগাত্মক ৰচনা লিপিৱদ্ধ হৈছে।

**দেৱীচৰণ বৰুৱা (জন্ম : ১৮৬৪, মৃত্যু : ১৯২৬ খ্ৰী.)**

১৮৬৪ খ্ৰীষ্টাব্দত দেৱীচৰণ বৰুৱাৰ জন্ম হৈছিল। তেওঁৰ পিতৃৰ নাম সোমদত্ত। তেওঁ ডিব্ৰুগড় চৰকাৰী হাইস্কুলৰ পৰা ১৮৮২ খ্ৰীষ্টাব্দত বৃত্তিসহ এন্ট্ৰেন্স পৰীক্ষা পাছ কৰি উচ্চ শিক্ষাৰ্থে কলিকতালৈ যায়। তেওঁ চিটি কলেজৰ পৰা এফ. এ. পাছ কৰে ১৮৮৪ খ্ৰীষ্টাব্দত আৰু জেনেৰেল এছেম্বলি ইন্সটিটিউটৰ পৰা বি. এ. পাছ কৰে ১৮৮৬ খ্ৰীষ্টাব্দত। তেওঁ

যেতিয়া কলিকতাত থাকে সেই সময়ত তাৰ এ. এছ. এল ক্লাৱৰ সম্পাদক আছিল। তেওঁ কলিকতাৰ পৰা গোলাঘাটত থাকি গোলাঘাটত গোবিন্দ বেজবৰুৱাৰ দ্বাৰা স্থাপিত বেজবৰুৱা হাইস্কুলৰ প্ৰধান শিক্ষক হয়। তেওঁ কলিকতাৰ পৰা ১৮৯৬ চনত আইনৰ উপাধি লৈ গোলাঘাটতে ওকালতিত লাগে। তেওঁ চাহ খেতিয়ক বিষ্ণুৰাম বৰুৱাৰ ছোৱালীক বিয়া কৰায়। ১৯১৫ খ্ৰীষ্টাব্দত তেওঁ ওকালতি এৰি চাহ খেতিৰ কামত লাগে আৰু পিছত সাতখন চাহ বাগিচাৰ মালিক হয়। তেওঁ ১৯১৫ খ্ৰীষ্টাব্দত নৱ গঠিত যোৰহাট সাহিত্য সভাৰ সভাপতি আছিল আৰু অসম সাহিত্য সভাৰ উন্নতিৰ অৰ্থে আৰম্ভণিৰ কালত যথেষ্ট সহায় কৰিছিল। বৃটিছ চৰকাৰে তেওঁক 'ৰায় বাহাদুৰ' উপাধি দিছিল। ১৯২৬ খ্ৰীষ্টাব্দত দেৱীচৰণ বৰুৱাই ইহলীলা সম্বৰণ কৰে।

**দেৱনাথ বৰদলৈ (জন্ম ঃ ১৮৭৩, মৃত্যু ঃ ১৯১৬ খ্ৰী.)**

হেমপ্ৰভা, 'বৈদেহী বিচ্ছেদ' আদি নাটৰ নাট্যকাৰ দেৱনাথ বৰদলৈ। 'বঙাল বঙালনী' নাটৰ নাট্যকাৰ ৰুদ্ৰৰাম বৰদলৈৰ পুত্ৰ। ১৮৯৬ খ্ৰীষ্টাব্দত 'হেমপ্ৰভা' নামৰ প্ৰথম বুৰঞ্জীমূলক পটভূমিত এই নাট ৰচনা কৰা হয়। তেওঁ 'শান্তিকুঞ্জ', 'দ্ৰৌপদী স্বয়ম্বৰ' 'নল-দময়ন্তী', 'বালি বধ', ৰাৱণ বধ', 'শ্ৰীৰামচন্দ্ৰৰ বিজয়োৎসৱ' আদি কেইবাখনো নাট ৰচনা কৰিছিল বুলি জনা যায়। কিন্তু এইকেইখন নাট এতিয়াও অপ্ৰকাশিত। দেৱনাথ বৰদলৈ 'বৈদেহী বিচ্ছেদ' নাটখনিৰ পাতনিত পিতৃৰ ৰচনাসমূহক 'আমগছ' বুলি অভিহিত কৰিছে আৰু সেই আমগছৰ ফলৰ আস্বাদ লাভ কৰিবলৈ বাঞ্চা কৰি নাটখন তেওঁ স্বৰ্গৰ পিতৃ দেৱতাৰ নামত উৎসৰ্গা কৰিছে। এই নাটকখনত ছয় অংক আছে। নাটকখন অমিত্ৰাক্ষৰ ছন্দত। কিন্তু এইখন নাটো বৰ্তমান দুষ্প্ৰাপ্য। দেৱনাথ বৰদলৈৰ পুত্ৰ নবেন বৰদলৈদেৱে দেউতাকৰ পাঁচখনমান নাটক উনৈশ শতিকাৰ শেষছোৱাত আৰু কুৰি শতিকাৰ প্ৰথম দশকত বিভিন্ন মঞ্চত অভিনীত হৈছিল বুলি উল্লেখ কৰিছে। (আগতীয়া দুযাৰমান ঃ হেমপ্ৰভা, প্ৰকাশ ১৯৮২, অসম প্ৰকাশন





পৰিষদ)

'হেমপ্ৰভা' নাটৰ প্ৰথম অভিনয় হৈছিল নগাঁৱতে।

**দেৱেন্দ্ৰনাথ বেজবৰুৱা**

যোৰহাটৰ দেৱেন্দ্ৰনাথ বেজবৰুৱাৰ পিতৃৰ নাম গোবিন্দ চন্দ্ৰ বেজবৰুৱা। দেৱেন্দ্ৰনাথ বেজবৰুৱা অসমীয়া সাহিত্যৰ প্ৰথম বুৰঞ্জী লেখক। তেওঁৰ বুৰঞ্জীখনৰ নাম 'অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জী' (প্ৰথম প্ৰকাশ ১৯১২ খ্ৰীষ্টাব্দ, দ্বিতীয় প্ৰকাশ ১৯৩৩ খ্ৰীষ্টাব্দ)। সাহিত্যৰ ক্ৰমগতিৰ আলোচনা আৰম্ভ কৰাৰ আগতে প্ৰথমে গ্ৰন্থখনত ভাষা, ভাষাৰ উৎপত্তি, অসমীয়া ভাষাৰ উৎপত্তি, আখৰ জোঁটনি আদিবোৰৰ এটা বহল আলোচনা দাঙি ধৰা হৈছে। তাৰোপৰি আদি যুগ, দ্বিতীয় যুগ, শংকৰদেৱ, মাধৱদেৱ, ৰাম-সৰস্বতী, অনন্ত কন্দলি, শংকৰী যুগৰ অন্যান্য কবিসকল, বৰ্তমান যুগ আৰু সামৰণি এনেকৈ ১২ টা অধ্যায়ত পুথিখন লিখা হৈছে। বুৰঞ্জীখনে চন্দ্ৰধৰ ট্ৰাষ্ট ফাণ্ডৰ পুৰস্কাৰো লাভ কৰিছিল। উল্লেখ্য যে পুথিখন পৰ্যায়ক্ৰমে মেট্ৰিকুলেশ্বন মহলাৰ পৰা বি. এ. লৈকে পাঠ্যক্ৰমৰ অন্তৰ্ভুক্ত কৰিবলৈকো সেই সময়ত অসম পুথি বছা সমিতিয়ে সিদ্ধান্ত গ্ৰহণ কৰিছিল।

বেজবৰুৱাই এন্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হয় শিৱসাগৰৰ পৰা আৰু পিছত দদায়েক লক্ষ্মীনাথ বেজবৰুৱাৰ লগত থাকি কলিকতাত উচ্চ শিক্ষা লাভ কৰি যোৰহাট বেজবৰুৱা হাইস্কুলত শিক্ষকতা কৰিছিল। তেওঁ যোৰহাটত ওকালতি কৰিছিল, ইয়াৰোপৰি যোৰহাট পৌৰসভাৰ পৌৰপতিও হৈছিল।

**দেৱেন্দ্ৰসেন বৰুৱা**

দেৱেন্দ্ৰসেন বৰুৱা এগৰাকী 'অৰুণোদই'ৰ লেখক। তেওঁ ১৮৯৪ খ্ৰীষ্টাব্দত 'সহজ ধাৰাপাত' নামৰ এখন পঢ়াশালীয়া পুথি ৰচনা কৰি উলিয়ায়।

# ধ

**ধৰ্মকান্ত গোঁহাই (জন্ম : ১৮২২, মৃত্যু : ১৮৮৩ খ্রী.)**

গোঁহাইদেৱৰ জন্ম হয় শিৱসাগৰ জিলাৰ নামতি চাৰিআলিত। তেওঁ ডুমডুমাত কাঠৰ ব্যৱসায় কৰিছিল। সাহিত্য-সংস্কৃতি সংবাদ সেৱাতো তেওঁৰ বিশেষ ৰাপ আছিল। দুখনমান নাট আৰু প্ৰবন্ধ পুথিও তেওঁ ৰচনা কৰিছিল।

অষ্টম বছৰ ষষ্ঠ সংখ্যা *অৰুণোদইত* আত্ম পৰিচয় প্ৰসংগত 'গুৱাহাটিৰ বিৱৰণ' কবিতাত তেওঁ লিখিছে—

"কুঁৱই গঁৱা খেল বুঢ়াগোঁহাই বংশৰ
এই নগৰৰ মধ্যে দলং পাৰে ঘৰ।
প্ৰকাৰেই বুজিও কুলৰ পৰিচয়।
ধৰ্মকান্ত গোঁহাই এই নিবেদন কই।।'

(৮ বছৰ, নম্বৰ-৬, জুন, ১৮৫৩)

কবিতাটোত কিদৰে ইন্দ্ৰবংশী আহোম ৰাজত্বৰ অৱসান ঘটিল আৰু কোম্পানীৰ ৰাজত্বৰ সূচনা হ'ল আৰু কোম্পানীৰ চাহাবসকলে চহৰত বৰ বৰ পকীঘৰ সজালে তাৰ বিৱৰণ দাঙি ধৰা হৈছে। তেওঁ আছিল পূৰ্ণানন্দ বুঢ়াগোঁহাইৰ বংশধৰ। কবিতাটোত কবিয়ে ইংৰাজ চৰকাৰৰ বৰকৈ প্ৰশংসা কৰা দেখা যায়—

"কাচাৰি ওচৰে দুই স্কুল আচই
অচমিয়া লোকে জাক বোলে বিদ্যালই।
কম্পানি মহিনা দিয়া পণ্ডিত ৰাখিচে
পৰ উপকাৰ কৰি ল'ৰাক পঢ়াইছে।
মঠ-মন্দিৰৰ পকি আচই জতেক





মই মুৰ্খে তাৰ কথা বৰ্ণিবে কতেক।
এতেকে ধৰ্মিষ্ঠ নাই ইংৰাজি সমান,
পৰৰ কাৰণে কোনে কৰে এত মান।।" ইত্যাদি।

**ধনেশ্বৰ (জন্ম : ১৮২৭, মৃত্যু : ১৯২৭ খ্ৰী)**

ধনেশ্বৰৰ আন এটা নাম ভৱকান্ত। তেওঁৰ পিতৃ লক্ষ্মীদেৱ। তেওঁৰ *দ্ৰৌপদীৰ স্বয়ম্বৰ, বালী বধ* আৰু *ৰাম-বিজয়, বলিচলন* এই তিনিখন অতি উল্লেখযোগ্য নাট। তেওঁৰ অতি গুৰুত্বপূৰ্ণ চৰিত পুথি হ'ল— *শংকৰদেৱৰ উৰ্দ্ধ-অধঃ পুৰুষৰ সংক্ষিপ্ত বংশাৱলী।*

# ন

## নৰনাথ মহন্ত (১৯ শতিকা)

নৰনাথ মহন্ত উনৈশ শতিকাৰ লোক আছিল। তেওঁ নগাঁৱত জন্মগ্ৰহণ কৰিছিল। গুণাভিৰাম বৰুৱাই সম্পাদনা কৰা 'আসাম বন্ধু'ত নৰনাথ মহন্তই প্ৰৱন্ধ আৰু কবিতা লিখিছিল। তেওঁ জ্ঞানাংকুৰ (১ম, ২য় খণ্ড), 'স্বাস্থ্য বিধি' (১৮৮৪) আদি ৰচনা কৰিছিল। নৰনাথ মহন্তৰ 'হালোৱা আৰু ডাঙৰীয়া' নামৰ এটি সুন্দৰ প্ৰৱন্ধ 'আসাম বন্ধু'ত প্ৰকাশ পাইছে। 'আসাম বন্ধু'ত প্ৰকাশ পোৱা টকা এওঁৰ এটা উল্লেখযোগ্য কবিতা।

## নগেন্দ্ৰ নাথ বসু (জন্ম ঃ ১৮৬৬, মৃত্যু ঃ ১৯৩৮খ্ৰী.)

১৮৬৬ চনত নগেন্দ্ৰনাথ বসুয়ে কলিকতাত জন্মগ্ৰহণ কৰে। তেওঁৰ পিতৃৰ নাম নীলৰতন। তেওঁ বাইশ খণ্ডৰ 'বিশ্বকোষ'ৰ লেখক আৰু সম্পাদক আছিল। তেওঁ Social History of Kamarupa নামৰ গ্ৰন্থখনৰ তিনিটা খণ্ড ৰচনা কৰি উলিয়াইছিল। অসমৰ সামাজিক আৰু সাংস্কৃতিক দিশৰ অধ্যয়নৰ বাবে তেওঁৰ Social History of Kamarupa-ৰ গুৰুত্ব অনস্বীকাৰ্য।

## নন্দমোহন মজুমদাৰ (জন্ম ঃ ১৮৬৫, মৃত্যু ঃ ১৯৭৩ খ্ৰী.)

নন্দমোহন মজুমদাৰে ১৮৬৫ খ্ৰীষ্টাব্দত বৰপেটা জিলাত জন্মগ্ৰহণ কৰে। তেওঁৰ পিতৃৰ নাম নকুল মজুমদাৰ আৰু মাতৃ নাওফুলি।

তেওঁৰ 'সেই দিনবোৰ মনত পৰে' নামৰ পুথিত অভিজ্ঞতালব্ধ জীৱনৰ স্মৃতিচাৰণ কৰিছে। তেওঁ স্বাধীনতাৰ যুঁজ সন্দৰ্ভত কিছুমান প্ৰবন্ধও ৰচনা কৰিছিল।





## নবীনৰাম ফুকন

নবীনৰাম ফুকন আসাম বন্ধুৰ লেখক আছিল। 'বিবেক' নামৰ তেওঁ এটি প্ৰবন্ধ আসাম বন্ধুত প্ৰকাশ পাইছিল। তেওঁ ফুকন পৰিয়ালৰ গুৱাহাটীৰ লোক আছিল।

## ড° নাথান ব্ৰাউন (জন্ম ঃ ১৮০৭, মৃত্যু ঃ ১৮৮৬ খ্ৰী.)

সুদূৰ আমেৰিকাৰ পৰা ১৮৩৬ খ্ৰীষ্টাব্দত বেপ্টিষ্ট মিছন প্ৰতিনিধি স্বৰূপে ড° নাথান ব্ৰাউন অসমলৈ আহি শদিয়াত উপস্থিত হয়। আমেৰিকা যুক্তৰাষ্ট্ৰত জন্ম গ্ৰহণ কৰা এইজনা ব্যক্তিয়ে একুৰি ছয় বছৰ বয়সত মিছনেৰী নিযুক্ত হৈ নিজ দেশ এৰি সপৰিয়ালে ১৮৩৩ খ্ৰীষ্টাব্দত মিছনৰ কামত ব্ৰহ্মদেশ পায় আৰু ১৮৩৬ খ্ৰীষ্টাব্দত অসমৰ শদিয়াত উপস্থিত হয়। শদিয়ালৈ আহি তেওঁ অতি সাহস আৰু অধ্যৱসায়েৰে অসমৰ পূৱ প্ৰান্তৰ শদিয়া অঞ্চলৰ আশে-পাশে থকা চিংফৌ খামৃটি আদি জনগোষ্ঠীৰ ভাষা আয়ত্ত কৰি বিদ্যালয় পাতিছিল আৰু খ্ৰীষ্টান ধৰ্ম প্ৰচাৰত প্ৰবৃত্ত হৈছিল। ড° নাথান ব্ৰাউন আৰু শ্ৰীমতী ব্ৰাউনে লগ লাগি জয়পুৰৰ পৰা খাম্‌তি, চিংফৌ নগা আৰু অসমীয়া ভাষাত সৰু সৰু পুস্তিকা প্ৰণয়ন কৰি প্ৰকাশ কৰে। জয়পুৰত থাকোঁতেই 'বাইবেল'ৰ অসমীয়া ভাঙনি তেওঁ কৰিছিল। তেওঁ ১৮৪৬ খ্ৰীষ্টাব্দত কট্টাৰৰে লগ লাগি অৰুণোদই আলোচনী প্ৰকাশ কৰে। তেওঁ ১৮৪৮ খ্ৰীষ্টাব্দত পোনতে নিউ টেষ্টামেণ্টৰ ভাঙনি কৰে। এই বছৰত তেওঁ ইংৰাজী ভাষাত এখন অসমীয়া ভাষাৰ ব্যাকৰণ (Grammatical Notices on the Assamese Language) ৰচনা কৰে। এইখনেই অসমীয়া ভাষাৰ দ্বিতীয় ব্যাকৰণ। তেওঁ ১৮৪০-৫০ খ্ৰীষ্টাব্দৰ ভিতৰত ৪০ খনমান বিবিধ বিষয়ৰ পুথি সংগ্ৰহ কৰে। নাথান ব্ৰাউনৰ অসমীয়া সাহিত্যলৈ বৰঙনিৰ ভিতৰত বাইবেলৰ মেথিউ (Mathew), লিউক (Luke), মাৰ্ক, নিউ টেষ্টামেণ্টৰ অসমীয়া ভাঙনি

কৰি খ্ৰীষ্টৰ বিৱৰণ আৰু শুভ বাত্ৰা (বাৰ্তা) নাম দি বেলেগ পুথিৰ আকাৰে ১৮৫৪ খ্ৰীষ্টাব্দত প্ৰকাশ আদি অন্যতম। তেওঁ তিনিকুৰি খ্ৰীষ্টৰ 'তুতিগান' অনুবাদ কৰিছিল। ১৮৫১ খ্ৰীষ্টাব্দৰ জানুৱাৰী সংখ্যাৰ পৰা 'অৰুণোদই'ত ছোৱা ছোৱাকৈ প্ৰকাশিত 'জাত্ৰিকৰ জাত্ৰা'; The Pilgrims Progress ৰ অসমীয়া অনুবাদ। ১৮৪৪ চনত প্ৰকাশিত চুতীয়া বুৰঞ্জী, ১৮৪৫ খ্ৰীষ্টাব্দত বকুল কায়স্থৰ গণিত পুথিৰ দুই খণ্ড আদিৰ প্ৰকাশ ব্ৰাউনৰ পৰিশ্ৰমৰ ফল। শিৱসাগৰৰ পৰা বেপ্টিষ্ট মিছনেৰী প্ৰেছৰ পৰা প্ৰকাশিত অৰুণোদই'ৰ ড° ব্ৰাউনেই আছিল প্ৰথম সম্পাদক। ১৮৫৪ খ্ৰীষ্টাব্দ পৰ্যন্ত তেওঁ কাকতখনৰ সম্পাদনাৰ দায়িত্বত আছিল। খ্ৰীষ্টান মিছনেৰী লেখকসকলৰ অন্যতম ড° নাথান ব্ৰাউনক ডিম্বেশ্বৰ নেওগে 'অসমীয়া খ্ৰীষ্টীয় সাহিত্যিকৰ ত্ৰিমূৰ্তিৰ প্ৰথম' বুলি অভিহিত কৰিছে। এইজনা মহান ব্যক্তিয়ে ১৮৮৬ খ্ৰীষ্টাব্দত জাপানত মৃত্যুক সাৱটি লয়।

**নাৰায়ণ দেৱমিশ্ৰ (জন্ম : ১৮৭৭, মৃত্যু : ১৯৬৩ খ্ৰী.)**

কোনো ধৰণৰ আনুষ্ঠানিক শিক্ষা নোলোৱাকৈয়ে অসাধাৰণ মেধা আৰু স্মৃতিশক্তিৰ বলত অগ্ৰগণ্য পণ্ডিতৰূপে পৰিগণিত হোৱা দেৱমিশ্ৰৰ জন্মস্থান বৰপেটা। তেওঁ আমৰণ বৰপেটাতে কটায়। বিবিধ শাস্ত্ৰত তেওঁৰ ব্যুৎপত্তি আছিল। দেৱমিশ্ৰ বিশেষকৈ গীতা-ভাগৱত, শংকৰদেৱ প্ৰচাৰিত বৈষ্ণৱ ধৰ্ম আৰু সাহিত্যৰ শাস্ত্ৰ সমৰ্থিত ব্যাখ্যাকৰণত অদ্বিতীয় পাৰদৰ্শী পণ্ডিত আছিল। তেওঁৰ গভীৰ জ্ঞানৰাশিৰ এটা দিশে জীৱনৰ শেষৰ ফালে স্থায়ীৰূপ লাভ কৰে এখন গ্ৰন্থৰ মাজেদি। গ্ৰন্থখনৰ নাম 'নামঘোষা তত্ত্বাৰ্থ প্ৰকাশ'। এই গ্ৰন্থখন তেওঁৰ মৃত্যুৰ বহু বছৰ পাছত ১৯৯৮ খ্ৰীষ্টাব্দত প্ৰকাশ হৈছে। বিশেষ লক্ষণীয় এই যে নাৰায়ণ দেৱমিশ্ৰৰ বৃদ্ধকালত দৃষ্টিশক্তি কমে, লিখিব নোৱাৰি হাত কঁপা ইত্যাদি কাৰণত নিজে লিখিব নোৱাৰি তেওঁৰ লব্ধ জ্ঞানৰাশি মুখেৰে ভাবি চিন্তি কৈ গৈছিল আৰু এজনে সেইমৰ্মে সেই কথাবোৰ লিপিবদ্ধ কৰিছিল। যি নহওক এনে ধৰণে ৰচনা





কৰা হ'লেও 'নামঘোষা তত্ত্বাৰ্থ প্ৰকাশ' পণ্ডিত মিশ্ৰৰ এক অমূল্য অৱদান।

**নাৰায়ণ চন্দ্ৰ বিদ্যাভূষণ**

অসমীয়া ভাষা-সাহিত্যৰ অন্যতম লেখক নাৰায়ণ চন্দ্ৰ শৰ্মা বিদ্যাভূষণ ঊনৈশ শতিকাৰ লোক। তেওঁৰ পিতৃৰ নাম সদাশিৱ। তেওঁ সংস্কৃত পণ্ডিত হৈ গুৱাহাটীৰ নৰ্মাল স্কুলত শিক্ষকতা কৰে। মহাৰাষ্ট্ৰৰ বিখ্যাত বিদুষী পণ্ডিত ৰমাবায়ে নাৰায়ণ চন্দ্ৰক বিদ্যাভূষণ উপাধি প্ৰদান কৰে বুলি জনা যায়। তেওঁ গুণাভিৰাম বৰুৱাৰ দ্বাৰা সম্পাদিত *'আসাম বন্ধু'*ৰ এজন নিয়মীয়া লেখক আছিল।

তেওঁ প্ৰধানকৈ বিখ্যাত হৈছিল স্বৰচিত *'আশুবোধ ব্যাকৰণ'*ৰ বাবে। অসমীয়া ভাষা-সাহিত্যৰ এইখন তৃতীয় ব্যাকৰণ। ইয়াৰ ২৮ টা সংস্কৰণ প্ৰকাশ হৈছিল। *(দ্বিতীয় অধ্যায় দ্ৰষ্টব্য)।*

**নিধিলিবাই ফাৰৱেল (নিধিৰাম ফাৰৱেল) (জন্ম : ১৮২৩, মৃত্যু : ১৮৭৩ খ্ৰী.)**

অসমীয়া খ্ৰীষ্টান লেখকসকলৰ ভিতৰত অন্যতম হ'ল নিধি লিবাই ফাৰৱেল। ১৮২৩ খ্ৰীষ্টাব্দত শোণিতপুৰৰ কলংপুৰ মৌজাৰ সুতাৰ গাঁৱত নিধিলিবাই ফাৰৱেলৰ জন্ম হয়।

নিধিৰাম কেওটে গুৱাহাটী আৰু শিৱসাগৰত প্ৰথমে প্ৰতিষ্ঠিত হোৱা হাইস্কুলৰ ভিতৰত শিৱসাগৰত পঢ়িবলৈ গৈ তেওঁ আমেৰিকান বেপ্টিষ্ট মিছনৰ পাদুৰীসকলৰ লগত পৰিচয় হয় আৰু পাছত খ্ৰীষ্টান ধৰ্মগ্ৰহণ কৰি নিধিলেভি ফাৰৱেল হয়।

১৮৪১ খ্ৰীষ্টাব্দত ব্ৰনছনে ফাৰৱেলক জয়পুৰত খ্ৰীষ্ট ধৰ্মত শৰণ দিয়ে আৰু তেতিয়াৰ পৰা তেওঁৰ নতুন নাম হ'ল নিধিলিবাই ফাৰৱেল। তেওঁয়েই আছিল খ্ৰীষ্টান ধৰ্ম গ্ৰহণকাৰী প্ৰথম অসমীয়া। এইজন ধৰ্মান্তৰিত অসমীয়াই খ্ৰীষ্টান ৰীতি মতে বিয়া-বাৰু কৰাই সম্পূৰ্ণভাৱে যীশুৰ ধৰ্ম প্ৰচাৰৰ হকে মন-প্ৰাণ ঢালি দিছিল। তেওঁ লেখক, প্ৰচাৰক, কবি আৰু

অনুবাদকৰূপে স্বীকৃতি লাভ কৰিছিল। তেওঁ 'অৰুণোদয়' কাকতৰ নিয়মিত লেখক আছিল। তেওঁ গদ্য আৰু পদ্য দুয়ো প্ৰকাৰৰ বিবিধ ৰচনা কৰিছিল। ফাৰ্ৱেলৰ ৰচনাৰ ভিতৰত 'বিনই বচন', 'সৰগৰ বিৱৰণ', 'নৰকৰ বিৱৰণ', 'হিন্দুস্থানৰ বুৰঞ্জী', 'প্ৰভু যীশু খ্ৰীষ্টৰ অৱতাৰ বিৱৰণ', 'নিস্তাৰৰ উপায়' আদিয়েই প্ৰধান। এইবোৰৰ উপৰিও অৰুণোদইৰ ১৮৫২ খ্ৰীষ্টাব্দৰ সপ্তম সংখ্যাৰ পৰা ১৮৫৩ খ্ৰীষ্টাব্দৰ প্ৰথম সংখ্যালৈকে ধাৰাবাহিকভাৱে ন অধ্যায়ত লিখা তীৰ্থৰ বিৱৰণত লিখকৰ কবি সুলভ স্বাভাৱিকতা আৰু আন্তৰিকতা প্ৰকাশ পাইছে। ইয়াক ছবি, পদ, দুলড়ি আৰু লেছাৰি ছন্দত ৰচনা কৰা হৈছে। বাংলাৰ পৰা অনুদিত তেওঁৰ 'পদাৰ্থ বিদ্যাৰ সাৰ' অৰ্থাৎ ঈশ্বৰে স্ৰজা বস্তুৰ কথাত শিক্ষক আৰু ছাত্ৰৰ কথোপকথন নামৰ পুথিখন ১৮৫৫ খ্ৰীষ্টাব্দত প্ৰকাশিত হয়। বাইবেলৰ ওল্ড টেষ্টামেণ্টৰ 'বুকছ্ অব ছেমুৱেল' আৰু 'বুকচ অব কিংছ'ৰ অনুবাদ তেওঁৰ ডাঙৰ কৃতি। তেওঁ ভালেমান স্তুতিগীতো ৰচনা কৰিছিল। তেওঁ 'পদাৰ্থ বিদ্যাসাৰ' (Natural Science in familiar dialogues, 1855) আৰু 'ভাৰতীয় দণ্ডবিধি আইন' (১৮৬৫) অসমীয়ালৈ অনুবাদ কৰে। সৰুতে তেওঁৰ নাম আছিল নিধিৰাম কেওট। নিধিলিবাই ফাৰ্ৱেলে অৰুণোদই'ত লিখা ৰচনাবোৰ ন, ল, ফ এই চুটি নামত প্ৰকাশ হৈছিল। ১৮৭৩ খ্ৰীষ্টাব্দত তেওঁৰ মৃত্যু ঘটে।

### নীলকণ্ঠ বৰুৱা

১৮৯২ খ্ৰীষ্টাব্দত 'মেম' নামৰ এখন উপন্যাস তেওঁ বিজুলীত ধাৰাবাহিকভাৱে প্ৰকাশ কৰে। উপন্যাসখনত পাশ্চাত্য সভ্যতাৰ আৰ্হি অনুকৰণ কৰিবলৈ গৈ স্বস্থানৰ পৰা স্খলিত চৰিত্ৰৰ এটি কাহিনী উপস্থাপিত হৈছে। 'মেম' উপন্যাসৰ উপস্থাপন ৰীতি ব্যংগাত্মক, কিন্তু কাহিনীটো গতিশীল। আঠোটা অধ্যায়ত বিভক্ত এই সৰু উপন্যাসখনক প্ৰথম অসমীয়া সমাজ সংস্কাৰধৰ্মী সামাজিক উপন্যাস আখ্যা দিব পাৰি।





(অসমীয়া উপন্যাসৰ ভূমিকা, পৃ, ৫৯)

### নীলকুমুদ বৰুৱা

নীলকুমুদ বৰুৱা এগৰাকী উনবিংশ শতিকাৰ লোক। তেওঁৰ 'জীৱনাদৰ্শ' সেই সময়ৰ এখনি উল্লেখযোগ্য জীৱন চৰিত্ৰ। এই পুথিখনি প্ৰকাশ কৰিছিল উপেন্দ্ৰ নাথ বৰুৱাই। পুথিখনিত 'মহাৰাজ বুদ্ধি স্বৰ্গ নাৰায়ণ', 'মোমাই তামুলী বৰবৰুৱা', 'লাচিত বৰফুকন', 'কীৰ্তিচন্দ্ৰ বৰবৰুৱা', 'হলিৰাম ঢেকিয়াল ফুকন', 'পূৰ্ণানন্দ বুঢ়াগোঁহাই', 'পিয়লি বৰফুকন', 'মণিৰাম দেৱান', 'কৃষ্ণানন্দ বৰুৱা' আদি নজন ব্যক্তিৰ সংক্ষিপ্ত জীৱনী সন্নিৱিষ্ট হৈ আছে।

# প

**পৰশুৰাম দ্বিজ (উনবিংশ শতিকা)**

গুৱাহাটীৰ সভানন্দ নামৰ এগৰাকী ব্ৰাহ্মণৰ তৃতীয় পুত্ৰ। সদৰামীন চন্দ্ৰসেন ভাগুাৰে তেওঁৰ পৃষ্ঠপোষকতা কৰিছিল। ১৮৩২ খ্ৰীষ্টাব্দত মঙলদৈত বৃটিছ প্ৰশাসনে দৰং জিলাৰ সদৰ ঠাই স্থাপন কৰোঁতে এই চন্দ্ৰসেন ডাঙৰীয়াই গুৱাহাটী এৰি মঙলদৈলৈ আহিছিল। তেতিয়া লগতে পৰশুৰাম দ্বিজো লিপিকৰ্মৰ বাবে তেওঁৰ সৈতে আহে। তাৰ পাছত তেজপুৰ সদৰ ঠাই হোৱাত তেওঁলোক আহে। চন্দ্ৰসেনৰ পৃষ্ঠপোষকতাতে তেওঁ সংস্কৃত ধৰ্মপুৰাণৰ অসমীয়া অনুবাদ কৰিছিল। (তথ্য ঃ *তেজপুৰ নাম ইটো নগৰ বিশেষ গ্ৰন্থ)*

'ধৰ্ম পুৰাণ'খন পূৰ্বতেও শিৱসিংহ ৰজাৰ দিনত কবিচন্দ্ৰ দ্বিজই অসমীয়ালৈ ভাঙনি কৰিছিল। পৰশুৰাম দ্বিজই 'বসু বাণ নগ মহী শক বৈশাখ'ত (অৰ্থাৎ ১৭৫৮ শকত) ১৮৩৬ খ্ৰীষ্টাব্দত বিষ্ণুপুৰাণৰ ভাঙনি সম্পূৰ্ণ কৰে। চন্দ্ৰসেন বিষ্ণু-ভক্তিপৰায়ণ লোক আছিল। তেওঁ পৰশুৰাম দ্বিজ আৰু অন্যান্য ভক্ত পণ্ডিতসকলৰ সৈতে ধৰ্ম-চৰ্চাত ৰত আছিল। পৰশুৰামে ধৰ্ম পুৰাণৰ পদক 'ব্যাখ্যা নিৰাময়' বুলি কৈছে আৰু সকলো কথা-উপকথা লিখি গৈছে।

**পদ্মনাথ গোহাঞিবৰুৱা (জন্ম ঃ ১৮৭১, মৃত্যু ঃ ১৯৪৬ খ্ৰী.)**

পদ্মনাথ গোহাঞিবৰুৱাদেৱৰ উল্লেখযোগ্য কীৰ্তি *'ভানুমতী'* প্ৰথমে বিজুলীত প্ৰকাশ পায় ১৮৯১ খ্ৰীষ্টাব্দত। ১৯০৮ খ্ৰীষ্টাব্দত গ্ৰন্থাকাৰে প্ৰকাশ পোৱা *ভানুমতীয়েই* হ'ল প্ৰথম অসমীয়া মৌলিক উপন্যাস। (সবিশেষ ৩য় খণ্ডত চাওক)।





**পদ্মহাস গোস্বামী (উনবিংশ শতিকা)**

গোস্বামী নগাঁও ছোৱালী হাইস্কুলৰ সংস্কৃত শিক্ষক আছিল। তেওঁৰ 'পদ্যমালা' (১৮৭২) সম্ভৱতঃ প্ৰথম কবিতা সংকলন। কবিতা সংকলনখনিত ২২ টি কবিতা সংযোজিত হৈছে। তেওঁৰ ৰচিত আন এখন পুথি হৈছে 'অসমীয়া ল'ৰাৰ শিক্ষা সাৰ' (১৮৭৪)। এই গ্ৰন্থখনিত ভিন্ন বিষয়ৰ ১৬ টা প্ৰবন্ধ আছে। যেনে—প্ৰকৃতি বিজ্ঞান, পৰমাণু আদি বিজ্ঞান বিষয়ক ভালেমান প্ৰবন্ধৰ এই পুথিখনিত প্ৰকাশিত হৈছে। গ্ৰন্থখনৰ বিষয়ে মাইলচ ব্ৰনচনে এইদৰে লিখিছে—"They will make a very excellent reader which is much needed in all the vernacular schools."

তেওঁৰ উনবিংশ শতিকাত প্ৰকাশিত আন দুখন মূল্যৱান গ্ৰন্থ হ'ল 'ব্ৰাহ্ম ধৰ্মনো কাক বোলে' (১৮৭৪) আৰু 'ব্ৰাহ্ম ধৰ্মৰ লক্ষণ' (১৮৭৩)।

**পদ্মাৱতী দেৱী ফুকননী (জন্ম ঃ ১৮৫৩, মৃত্যু ঃ ১৯২৭ খ্ৰী)**

পদ্মাৱতী দেৱী ফুকননী প্ৰাক্ জোনাকীৰ পৰা উত্তৰ জোনাকীৰ বাঁহী যুগপৰ্যন্ত এগৰাকী লেখিকা আছিল। প্ৰাক্-জোনাকী যুগৰ লেখিকাৰ ভিতৰতে শ্ৰেষ্ঠতমা হিচাপে এইগৰাকী লেখিকাক ধৰিব পৰা যায়। 'আসাম বন্ধু'ৰ প্ৰচলন কালতে পদ্মাৱতীয়ে অসমীয়া সাহিত্যত 'সুধৰ্মাৰ উপাখ্যান' নামৰ গ্ৰন্থ ৰচনাৰে আত্ম প্ৰকাশ কৰে। ১৮৮৪ খ্ৰীষ্টাব্দত প্ৰকাশ লাভ কৰা এই গ্ৰন্থই অসমীয়া উপন্যাসৰ প্ৰস্তুতি পৰ্বত ঐতিহাসিক মৰ্যাদা লাভ কৰিবলৈ সক্ষম হয়। তেওঁৰ দ্বিতীয় গ্ৰন্থ 'হিত সাধিকা'ৰ প্ৰকাশ কাল ১৮৮৫ খ্ৰীষ্টাব্দ। তদুপৰি 'নাৰীৰ মুক্তাৱস্থা' নামৰ নিবন্ধৰে 'আসাম বন্ধু'ৰ লেখক সূচীত নিজৰ নাম যোগ দিয়ে আৰু নিবন্ধ লেখিকা হিচাপেও পৰিচিতা হৈ পৰে। উনবিংশ শতাব্দীত আগবঢ়োৱা এইখিনি অৱদানৰ উপৰিও বিংশ শতাব্দীৰ দ্বিতীয় দশকত লক্ষ্মীনাথ বেজবৰুৱাৰ 'বাঁহী'ত প্ৰবন্ধ, কবিতা আৰু কিছুমান বিয়ানাম প্ৰকাশ কৰিছিল। পদ্মাৱতী দেৱী ফুকননীৰ 'সমাজত তিৰোতাৰ স্থান' নামৰ নিবন্ধ এটা 'অসম সাহিত্য

সভা' পত্ৰিকাত ১৯২৭-২৮ খ্ৰীষ্টাব্দত প্ৰকাশ পাইছিল। সম্ভৱতঃ এই নিবন্ধই লেখিকাগৰাকীৰ অন্তিম ৰচনা।

পদ্মাৱতী দেৱী ফুকননী অসমৰ সিংহ পুৰুষ আনন্দৰাম ঢেকিয়াল ফুকনৰ জীয়ৰী। মাতৃ ৰাজগুৰু ফুকনৰ ঘৰৰ পশুপতি ফুকনৰ দুহিতা মাহিন্দ্ৰী দেৱী। ১৮৫৩ খ্ৰীষ্টাব্দত ৯ জানুৱাৰীত (১৭৭৪ শকৰ ২৭ পুহ অমাৱস্যা তিথি) পদ্মাৱতীয়ে বৰপেটাত জন্মগ্ৰহণ কৰিছিল। ফুকননীৰ শিক্ষা জীৱন আৰম্ভ হৈছিল পঞ্চম বৰ্ষত। সেই কালত শিক্ষানুষ্ঠানৰ অভাৱ থকাত ঘৰতেই শিক্ষা ব্যৱস্থা কৰা হৈছিল। তেওঁৰ বিবাহ ন বছৰ বয়সত ১৮৬২ খ্ৰীষ্টাব্দত যোৰহাটৰ শূলপাণি বৰুৱাৰ ঘৰৰ শশধৰ বৰুৱাৰ পুত্ৰ নান্দীশ্বৰ ফুকনৰ লগত সম্পন্ন হৈছিল। পদ্মাৱতী ফুকননীৰ ওঠৰটি সন্তানৰ জননী হৈছিল যদিও স্বামী বিয়োগৰ সময়ত তিনিটি মাত্ৰ সন্তানহে জীৱিত আছিল বুলি জনা যায়।

সাহিত্য-ৰত্ন চন্দ্ৰধৰ বৰুৱাই পদ্মাৱতীৰ সম্পৰ্কে 'অসম সাহিত্য সভা' পত্ৰিকাত দিয়া টোকাত পোৱা যায়—'পদ্মাৱতী দেৱী ফুকননী দেখিবলৈ সভাশুৱনি মানুহ আছিল। তেখেত দেখিবলৈ যেনে শুৱনি, কথা-বাৰ্তা, স্বভাৱ-চৰিত্ৰ, চলন-ফুৰণতো তেনে গম্ভীৰ আছিল। বোৱা-কটা, ৰন্ধা-বঢ়া, ঘৰ চলোৱা, অতিথি সৎকাৰ কৰাকে আদি কৰি আমাৰ দেশৰ ওখ খাপৰ তিৰোতাৰ গাত থাকিবলগীয়া সকলো সৎ গুণেই তেখেতৰ গাত প্ৰকাশ পাইছিল। পদ্মাৱতীৰ গাত পুৰণিকালৰ তিৰোতাৰ আৰু বৰ্তমান যুগৰ তিৰোতাৰ সকলো সৎ গুণ একেলগে বিৰাজ কৰিছিল। তেখেতৰ এফালে যেনেকৈ ঈশ্বৰত বিশ্বাস, ধৰ্মত মতি, সকলোলৈকে মৰম চেনেহ আৰু সকলো কাৰ্যত পাৰদৰ্শিতা আছিল, সিফালেও তেনেকৈ সংস্কাৰলৈকে আগ্ৰহ, উন্নতিলৈ ধাউতি, নতুন কথালৈ কৌতুহল আৰু সকলো কথাতে সময়োচিত সুৰুচি আছিল। এইজনা মহান লেখিকাই ১৯২৭ খ্ৰীষ্টাব্দৰ ডিচেম্বৰ মাহত মৃত্যুক সাৱটি ল'ব লগা হৈছিল।'

পদ্মাৱতী দেৱী ফুকননীৰ সাহিত্য-চৰ্চাৰ প্ৰধান থলী আছিল ঘাইকৈ বাঁহী, জোনাকী, অসম সাহিত্য সভা পত্ৰিকা ইত্যাদি। তেওঁৰ 'বিধৱা'





(বাঁহী, চতুৰ্থ বছৰ, নৱম সংখ্যা), 'ৰুক্মিণীৰ বিবাহ' (বাঁহী, নৱম বছৰ, প্ৰথম সংখ্যা), 'ঘৈণী' (বাঁহী, নৱম বছৰ, সপ্তম-অষ্টম সংখ্যা), 'বুঢ়ী আইৰ হিত কথা' ('অৰুণ'ত প্ৰকাশিত) এই কেইটা প্ৰবন্ধ অসমীয়া সাহিত্যৰ অমূল্য সম্পদ। 'বাঁহী'ৰ প্ৰথম বছৰতে পদ্মাৱতীৰ কাব্য প্ৰতিভাই আত্মপ্ৰকাশ কৰিছিল। 'ফুল-ৰাণী', 'প্ৰাৰ্থনা' তাৰেই সুস্পষ্ট স্বাক্ষৰ। তেওঁৰ আন এটা উল্লেখযোগ্য অৱদান হ'ল—'অসমীয়া বিয়ানামৰ সংগ্ৰহ'। এই সংগৃহীত বিয়ানামসমূহ তেওঁ 'বাঁহী'ৰ জৰিয়তে ছপাই উলিয়াই এক সুকীয়া সন্মান প্ৰদান কৰে। অসমীয়া সাহিত্যৰ ইতিহাসত অসমীয়া লেখিকা আৰু প্ৰথম উপন্যাসধৰ্মী ৰচনাৰ সৃষ্টিকাৰিণী হিচাপে তেওঁৰ এক বিশেষ স্থান আছে।

**পানীন্দ্ৰনাথ গগৈ (জন্ম ঃ ১৮৭১, মৃত্যু ঃ ১৯০০ খ্ৰী.)**

গগৈৰ জন্ম উত্তৰ লক্ষীপুৰৰ চেতিয়া গাঁৱত। পিতৃৰ নাম কটীয়া। তেওঁ লক্ষীমপুৰতে মধ্য বংগ বিদ্যালয়ৰ শিক্ষা সাং কৰে আৰু পিছলৈ গুৱাহাটীৰ নৰ্মাল স্কুলত পঢ়া-শুনা কৰে। পানীন্দ্ৰ নাথে ঢকুৱাখনা চৰকাৰী মজলীয়া বাংলা বিদ্যালয় আৰু উত্তৰ লক্ষীমপুৰ মজলীয়া বিদ্যালয়ত প্ৰধান শিক্ষকৰ আসন অলংকৃত কৰিছিল। তেওঁ এগৰাকী আদৰ্শ শিক্ষক হোৱাৰ উপৰিও পঢ়াশলীয়া পাঠ্যপুথিৰ প্ৰণেতা আছিল। 'আসাম বিলাসিনী', 'আসাম নিউজ', 'জোনাকী', 'বিজুলী' আদিত তেওঁ প্ৰবন্ধ-পাতি লিখিছিল। 'আমাৰ উন্নতি নে অৱনতি', 'তেন্তেনো উপায় কি', 'জাতীয় প্ৰেম' আদি তেওঁৰ ওখ খাপৰ প্ৰবন্ধ। 'ল'ৰা শিক্ষা' (তিনিছোৱা), 'গণনাৰ আদি পুথি', 'নীতিকথা' (তিনিছোৱা), 'অসমীয়া ল'ৰাৰ ভূগোল' আদি পাঠ্যপুথি প্ৰণয়ন কৰাৰ উপৰিও পদ্মনাথ গোহাঞি বৰুৱাৰ সহযোগত সাহিত্য সংগ্ৰহ পাঠ্যপুথিও সংকলন কৰে। তেওঁৰ লিখনিত হেমচন্দ্ৰ বৰুৱাদেৱৰ প্ৰভাৱ পৰিলক্ষিত হয়। বঙলুৱা বা সংস্কৃতীয়া শব্দৰ সলনি নিভাঁজ থলুৱা শব্দৰ ব্যৱহাৰ হৈছে তেওঁৰ পাঠ্যপুথিবোৰৰ অন্যতম বৈশিষ্ট্য। পানীন্দ্ৰ নাথ গগৈৰ 'পিতৃ বাক্য পালন', 'ল'ৰাৰ সৎসাহ', 'বোৱা

ল'ৰাৰ সংগত নুফুৰিবা', 'খণ্ডক লাই নিদিবা' আদি ছাত্ৰ-ছাত্ৰীৰ উপযোগী ৰচনা।

**পাৰ্বতীচৰণ সৰস্বতী**

পাৰ্বতীচৰণ সৰস্বতী এগৰাকী অৰুণোদইৰ লিখক। তেওঁৰ 'সৰল পৰিমিতি' এখন অতি মনোৰম পঢ়াশালীয়া পুথি।

**প্ৰসন্ন কুমাৰ ঘোষ**

প্ৰসন্ন কুমাৰ ঘোষৰ দ্বিতীয়ভাগ বিজুলীত প্ৰকাশিত হৈছিল *গোৱালপাৰা* নামৰ এটি সুন্দৰ প্ৰবন্ধ। এই প্ৰবন্ধত গোৱালপাৰাৰ পৰা ধুবুৰীলৈ জিলাৰ সদৰ ঠাই সলনি কৰা কাৰ্যৰ দুৰ্ঘোৰ প্ৰতিবাদ কৰিছে। জিলাখনৰ এটি চুকত ব্ৰহ্মপুত্ৰৰ গৰাখহনীয়াৰ গ্ৰাসত থকা ঠাই এডোখৰ যে জিলাৰ সদৰ ঠাইৰ বাবে উপযুক্ত নহয় সেই কথা ঘোষ ডাঙৰীয়াই যুক্তি সহকাৰে আলোচনা কৰিছে।

**প্ৰতাপচন্দ্ৰ গোস্বামী (জন্ম ঃ ১৮৮৪, মৃত্যু ঃ ১৯৬২ খ্ৰী.)**

প্ৰতাপচন্দ্ৰ গোস্বামী ১৮৮৪ খ্ৰীষ্টাব্দত নলবাৰীত জন্মগ্ৰহণ কৰে। তেওঁৰ পিতৃৰ নাম ললিত চন্দ্ৰ গোস্বামী আৰু মাতৃৰ নাম মুকুন্দপ্ৰিয়া। গোস্বামীয়ে নলবাৰীৰ মাইনৰ স্কুলত কিছুকাল পঢ়ে যদিও পিছত সংস্কৃত টোলত নাম লগায়। তাৰ পৰাই তেওঁ 'বিদ্যাৰত্ন' উপাধি লাভ কৰে। তেওঁ এগৰাকী সংস্কৃত পণ্ডিত আছিল। তেওঁ 'আসাম বান্ধৱ' আলোচনী প্ৰকাশত আগভাগ লৈছিল বাল্য সখী তাৰানাথ চক্ৰৱৰ্তীৰে সৈতে লগ লাগি। চক্ৰৱৰ্তী এই আলোচনীৰ সম্পাদক হৈছিল আৰু গোস্বামী কিছু বছৰ সহকাৰী সম্পাদক আছিল। এই আলোচনীখনত তেওঁ বিভিন্ন প্ৰবন্ধ-পাতি লিখাৰ উপৰিও 'দ্বাদশ প্ৰবন্ধ', 'চৈতন্যদেৱ' আদি পুথি ৰচনা কৰিছিল। 'জীৱন স্মৃতি আৰু প্ৰাচীন কামৰূপী সমাজ' (প্ৰকাশ, ১৯৭১খ্ৰী.) তেওঁৰ এখনি উল্লেখযোগ্য গ্ৰন্থ।





**পূৰ্ণকান্ত দেৱশৰ্মা (জন্ম ঃ ১৮৫৬, মৃত্যু ঃ ১৯২০ খ্ৰী)**

তেওঁৰ ঘৰ ডিব্ৰুগড়ৰ চিৰিং চাপৰিত। জন্ম ১৬ মাঘ, ১৮৫৬ খ্ৰীষ্টাব্দ আৰু মৃত্যু ৪ মাঘ, ১৯২০ খ্ৰীষ্টাব্দ। ১৮৭৮ খ্ৰীষ্টাব্দত তেওঁ এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাছত প্ৰথমতে জিলাৰ স্কুল পৰিদৰ্শক হয়। শেষত এই পদবী এৰি ডিব্ৰুগড়ৰ কাছাৰি ঘৰত ৰেজিষ্টাৰ পদত যোগদান কৰে।

পূৰ্ণকান্ত দেৱশৰ্মাৰ পিতৃ উমাকান্ত দেৱশৰ্মাক উমাই মুক্তিয়াৰ বুলিছিল আৰু গৌৰীসাগৰৰ বিষ্ণু দলৰ বৰঠাকুৰৰ ঘৰত আছিল। কিন্তু ডিব্ৰুগড়লৈ উঠি আহি ডিব্ৰুগড় কাছাৰীত মুক্তিয়াৰি কৰিছিল। পূৰ্ণকান্তৰ মাকৰ নাম পদ্মাদেৱী আৰু পত্নীৰ নাম প্ৰেমদা দেৱী আছিল। পূৰ্ণকান্তৰ ১২ গৰাকী সন্তানৰ ভিতৰত ল'ৰা আছিল সাতজন আৰু জীয়ৰী পাঁচ গৰাকী আছিল। পূৰ্ণকান্তৰ লেখা গ্ৰন্থ ১২ খনমান আছিল যদিও আটাইবোৰ প্ৰকাশ হোৱা নাছিল।

তেওঁ আছিল একাধাৰে শিশু সাহিত্যিক, নাট্যকাৰ আৰু কবি। তেওঁৰ নাট তিনিখন—*মধুমালতী, হৰধনুভংগ (১৮৯৩), হৰিশ্চন্দ্ৰ (১৮৯৩)*। শিশু পাঠ—*হিতকথা (১৮৭৮), জ্ঞানাংকুৰ (১৮৮৪)*। ১৮৮৯ খ্ৰীষ্টাব্দত বৈষ্ণৱ পদাৱলীৰ আৰ্হিত তেওঁ নল চৰিত পুথি ৰচনা কৰে। তেওঁৰ ভাগৱতৰ চতুৰ্থ স্কন্ধৰ পদ ভাঙনি *অনাদি পাতন* লেখত ল'বলগীয়া। 'নল-চৰিত্ৰ' দয়মন্তীৰ বিবাহৰ বৰ্ণনা কৰি কবিয়ে লিখিছে—

'নলক কৰিলা পতি দেখি ৰজাগণ।
যাৰ সেই দেশে গৈলা বিষাদিত মন।।
ভীম নৰপতি ভৈলা আনন্দে মগন।
বিহাৰ কাৰণে ৰাজা আনে বন্ধুগণ।।
বাদ্য কৰগণ ৰাজা ডাকিয়া আনিলা।
বিহাৰ সামগ্ৰী যত একত্ৰ কৰিলা।।
নিৰ্মাইলা সভাখন আনি খনিকৰ।

স্ফটিকৰ স্তম্ভ আনি দিলে থৰ থৰ।।
এক ক্ৰোশ স্থান জুৰি ৰচে সভাখন।
কনক ৰজতে চিত্ৰ বিচিত্ৰ নিৰ্মাণ।।
নানা ৰত্নে বিৰচিলা যেন দেৱপুৰী।
ৰতনে মণ্ডিত তাহে গৃহ শাৰী শাৰী।।' ইত্যাদি।

**পূৰ্ণানন্দ ডেকা বৰুৱা**

তেওঁ শিৱসাগৰৰ লোক আছিল। তেওঁ প্ৰথমতে পূৰ্ণানন্দ শৰ্মা নামত আৰু পৰৱৰ্তী কালত ১৮৫৫ খ্ৰীষ্টাব্দৰ পৰা পূৰ্ণানন্দ ডেকা বৰুৱা নামত *অৰুণোদইত* লেখিবলৈ লয়।





# ফ

**ফণীধৰ চলিহা (জন্ম ঃ ১৮৫৫, মৃত্যু ঃ ১৯৩২ খ্ৰী.)**

ফণীধৰ চলিহাই ১৮৫৫ চনত উত্তৰ লক্ষীমপুৰত জন্মগ্ৰহণ কৰে। তেওঁৰ পিতৃ কেশীৰাম আৰু মাতৃ পিতাম্বৰী। তেওঁ ডিব্ৰুগড়ৰ পৰা দ্বিতীয় বিভাগত এন্ট্ৰেন্স পাছ কৰে ১৮৭১ খ্ৰীষ্টাব্দত। তেওঁ এন্ট্ৰেন্স পাছ কৰি কলিকতাৰ জেনেৰেল এছেম্বলি ইন্সটিটিউটত বি. এল (আইন) পঢ়ে, কিন্তু মাক নৰীয়াত পৰাত এইখিনিতে তেওঁ পঢ়া শেষ কৰি ঘৰলৈ ঘুৰি আহে আৰু শিক্ষা বিভাগৰ উপ-পৰিদৰ্শকৰ কামত সোমায়।

তেওঁ এগৰাকী শিক্ষাবিদ আছিল। তেওঁ অৱসৰ লৈ পিছত ঘৰতে স্কুল পাতিছিল। প্ৰথম মহাযুদ্ধত চৰকাৰক সহায় কৰাত তেওঁক চৰকাৰে ৰায়বাহাদুৰ উপাধি দিয়ে। ১৮৯৪ খ্ৰীষ্টাব্দত এডৱাৰ্ড গেইটৰ নিৰ্দেশত আহোম ভাষাত লিখা বহুখিনি পুৰণি পুথি সংগ্ৰহ কৰি সেই পুথিবোৰ ইংৰাজীলৈ ভাঙিবলৈ গোপাল চন্দ্ৰ বৰুৱাকে আদি কৰি কেইবাজনো আহোম পণ্ডিতক নিয়োগ কৰিছিল।

১৯৩২ খ্ৰীষ্টাব্দত ফণীধৰ চলিহাৰ দেহাৱসান ঘটে।

# ব

**বলদেৱ মহন্ত (জন্ম ঃ ১৮৫০, মৃত্যু ঃ ১৮৯৫ খ্ৰী.)**

বলদেৱ মহন্ত নাৰায়ণ দাস ঠাকুৰ আতাৰ বংশধৰ আছিল বুলি জনা যায়। নগাঁৱৰ বলদেৱ মহন্তই নীতি শিক্ষামূলক চুটি কবিতা ৰচনা কৰিছিল আৰু এই বিষয়ত তেওঁ পথ প্ৰদৰ্শক বুলিব পাৰি। বলদেৱ মহন্তই ১৮৮৪ খ্ৰীষ্টাব্দত ৰচনা কৰা *উজু কবিতা* এখন শুৱলা মনোৰম পঢ়াশলীয়া কবিতা পুথি। কৃতি শিক্ষক বলদেৱ মহন্তৰ *উজু কবিতা* ২৭ টি কবিতাৰ জনপ্ৰিয় আৰু মনোৰম সংকলন। তেওঁৰ কবিতাৰ দৰেই পাঠ্যপুথিৰ ভাষাও শুৱলা। *আখ্যানমালাত* কেইজনমান মহৎ লোকৰ জীৱনী আৰু কাহিনী সন্নিৱিষ্ট হৈছে। তেওঁ আছিল নগাঁও সদৰ মজলীয়া স্কুলৰ শিক্ষক। তেওঁৰ ভাষা সহজ-সৰল। তেওঁৰ ছন্দত প্ৰাচীন সাহিত্যৰ গাম্ভীৰ্য পোৱা যায়। এওঁৰ *জৰিপ, পৰিমিতি, কাৰ্য-পৰিচয়, পাটিগণিত, সৰলক্ষেত্ৰ, জ্যামিতি, আখ্যানমালা (১৮৮৯), আৰ্যাৱলী (১৮৯০), বৰ্ণ শিক্ষা* (১ম, ২য় ৩য় ভাগ, ১৮৯০) আদি ভালেমান পঢ়াশালীয়া পুথি ৰচনা কৰিছিল।

**বলদেৱ সূৰ্যখড়ি দৈৱজ্ঞ**

বলদেৱ সূৰ্যখড়ি দৈৱজ্ঞ *দৰং ৰাজবংশাৱলীৰ* কবি। দৰঙী ৰজা সমুদ্ৰ নাৰায়ণৰ পৃষ্ঠপোষকতাত তেওঁ এই গ্ৰন্থ ৰচনা কৰে। তেওঁৰ পাণ্ডিত্যত সন্তুষ্ট হৈ আহোম ৰজাই তেওঁক ১৭৯৮ খ্ৰীষ্টাব্দত মাটি দান দিছিল বুলি জনা যায়।

*দৰং ৰাজবংশাৱলীৰ* ৰচনাৰ সময়কাল লৈ মতভেদ দেখা যায়। গেইট চাহাবৰ মতে এই পুথিখন ৰচিত হৈছিল ১৮০৬ খ্ৰীষ্টাব্দত। আমানত উল্লা চাহাবৰ মতে ১৭৯১ খ্ৰীষ্টাব্দত। ড° সত্যেন্দ্ৰনাথ শৰ্মা আৰু ডিম্বেশ্বৰ নেওগৰ মতে ১৭৯৮ খ্ৰীষ্টাব্দত। ড° মহেশ্বৰ নেওগে নিজে





কোনো সিদ্ধান্ত নিদি গ্ৰন্থখনৰ ৰচনাৰ সময় আনুমানিক ১৭৯১ ৰ পৰা ১৮০৬ খ্ৰীষ্টাব্দ বুলি মন্তব্য কৰিছে। নন্দ তালুকদাৰে আকৌ *দৰং ৰাজবংশাৱলীৰ* ৰচনাৰ সময় ১৮০২ খ্ৰীষ্টাব্দত বুলি কৈছে।

**বলৰাম খাৰঘৰীয়া ফুকন (জন্ম ঃ ১৮৩১, মৃত্যু ঃ ১৮৮২ খ্ৰী.)**

ফুকনৰ জন্মস্থান যোৰহাট। পিতৃৰ নাম যজ্ঞৰাম ফুকন আৰু মাতৃৰ নাম আছিল বৰদা। যোৰহাটত জন্ম হ'লেও তেওঁ পাছলৈ গুৱাহাটীৰ বাসিন্দা হয়। গুণাভিৰাম বৰুৱাৰ অনুৰোধক্ৰমে ১৮৬৯ খ্ৰীষ্টাব্দত (১৭৯১ শক) 'হৰ্ষ-বিষাদ বিষয়ক ৰচনা' নামে এখনি গ্ৰন্থ ৰচনা কৰে। তেওঁৰ অন্যান্য ৰচনা হ'ল—*যোগ বাশিষ্ঠ ৰামায়ণৰ* ভাঙনি আৰু *নাম গোৱা কবিতাৰ* পুথি। বলৰাম খাৰঘৰীয়া ফুকন দেশভক্ত তৰুণৰাম ফুকনৰ পিতৃ আছিল।

**বলিনাৰায়ণ বৰা (জন্ম ঃ ১৮৫২, মৃত্যু ঃ ১৯২৭ খ্ৰী.)**

বলিনাৰায়ণ বৰাৰ জন্ম হয় গুৱাহাটীৰ উজান বজাৰত। তেওঁৰ পিতৃৰ নাম হ'ল দত্তনাৰায়ণ বৰা। তেতিয়াৰ গুৱাহাটী, এতিয়াৰ কলেজিয়েট স্কুলৰ পৰা এন্ট্ৰেন্স পাছ কৰি কলিকতাৰ প্ৰেছিডেন্সী কলেজত পঢ়িবলৈ যায়। তাৰ পৰাই প্ৰতিযোগিতামূলক গিল খ্ৰাইষ্ট স্কলাৰশ্বিপ লৈ ১৮৭২ খ্ৰীষ্টাব্দত বিলাতলৈ যায়। ১৮৭৭ খ্ৰীষ্টাব্দত কুপাৰ হিলচ্ কলেজৰ পৰা চিভিল ইঞ্জিনীয়াৰিঙৰ উপাধি লাভ কৰি ঘৰমুৱা হয়। বিলাতত চিভিল ইঞ্জিনীয়াৰ পদত মকৰল হোৱা বলিনাৰায়ণ বৰা প্ৰথম অসমীয়া ইঞ্জিনীয়াৰ।

অসমীয়া, ইংৰাজী আৰু বাংলা এই তিনিওটা ভাষাতে বৰাদেৱৰ সমান পাৰদৰ্শিতা আছিল। কবিতা আৰু সংগীতৰ প্ৰতিও তেওঁৰ অনুৰাগ আছিল। তেওঁৰ ৰচিত ব্যংগ কবিতা দুটামানতে কবিত্বৰ চানেকি পোৱা যায়। তেওঁৰ জীৱনৰ লক্ষ্যই আছিল অসম আৰু অসমীয়াৰ উন্নতি সাধন কৰা।

চাকৰি কালত বৰাই অসমীয়া ভাষাত জৰীপ সম্বন্ধে এখনি গ্ৰন্থ

ৰচনা কৰিছিল। ১৯০৬ খ্ৰীষ্টাব্দত তেওঁ চাকৰি ত্যাগ কৰে। অৱসৰৰ পাছত তেখেতে ৰচনা কৰা গ্ৰন্থ দুখন হ'ল—*জিঅ'গ্ৰাফি অৱ ইণ্ডিয়া'* আৰু *'ভাৰতবৰ্ষৰ বুৰঞ্জী'* (১৯০৭)। উল্লেখযোগ্য যে 'আসাম বন্ধু'ত তেওঁৰ প্ৰবন্ধ ওলাইছিল আৰু তেওঁৰ দ্বাৰা সংগৃহীত আঢ়ৈশমান প্ৰবচনৰ সংগ্ৰহ তেওঁৰ মৃত্যুৰ পিছত 'অসমীয়া প্ৰবচন' নামেৰে প্ৰকাশ হৈছিল ১৯৪৩ খ্ৰীষ্টাব্দত।

বলিনাৰায়ণ বৰা স্মৰণীয় হৈ থাকিব তেওঁ চাকৰি কালতে উলিওৱা হৰিনাৰায়ণ বৰা সম্পাদিত *'মৌ'* (১৮৮৬) নামৰ মাহেকীয়া কাকতখনৰ বাবে। অৱশ্যে অগতানুগতিক, যুক্তিবাদী আৰু আপোচহীন স্থিতিৰ বাবে কাকতখন জনপ্ৰিয় হোৱা নাছিল। তেওঁ *'আসাম বন্ধু'*ৰো নিয়মীয়া লেখক আছিল।

বংগদেশৰ প্ৰসিদ্ধ পণ্ডিত ৰমেশচন্দ্ৰ দত্তৰ মাজু কন্যা বিমলাৰ লগত তেওঁ বিবাহপাশত আৱদ্ধ হয়। ভোলানাথ বৰুৱাৰ ভাগিনীয়েক বলিনাৰায়ণ বৰা আছিল সৎ, সাহসী, কৰ্তব্যপৰায়ণ, বিদ্যাভিমানী আৰু প্ৰাণোচ্ছল। তেওঁ কবিতা আৰু সংগীত ভাল পাইছিল। *'মৌ'*ৰ যোগেদি তেওঁ অসমত নতুন সামাজিক চেতনা জাগ্ৰত কৰিব বিচাৰিছিল। *'ডাঙৰীয়া আৰু অসমীয়া বাবু'* তেওঁৰ *'মৌ'*ত প্ৰকাশিত ব্যংগ কবিতা।

**বাগীশ দ্বিজ**

ৰজা কমলেশ্বৰ সিংহৰ (১৭৯৫-১৮১০ খ্ৰীঃ) দিনত সংস্কৃত কামণ্ডকীয় নীতিসাৰৰ কথা ভাঙনিৰূপে *নীতি লতাংকুৰ* ৰচনা কৰে।

*'নীতিৰ সাগৰ ইটো শাস্ত্ৰ মনোহৰ।*
*তাঙ্ক পঢ়ি শুনি জ্ঞানী হোৱা সবে নৰ।।*
*জয়তু কমলেশ্বৰ সিংহ নৰপতি।*
*বিশুদ্ধ সেৱক পাত্ৰ-মন্ত্ৰী সমন্বিতি।।*
*ৰাজ জননীৰ আজ্ঞা যত্নে শিৰে ধৰি।*





*ভনতি বাগীশ দ্বিজে বোলা হৰি হৰি।।'*

অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ (DHAS) দ্বাৰা গ্ৰন্থখন প্ৰকাশিত হৈছে। তেওঁ বিষ্ণু শৰ্মাৰ *'হিতোপদেশ'* অসমীয়ালৈ ভাঙিছিল।

**বাতিৰাম দাস (পেক)**

শদিয়াৰ মিছন স্কুলত শিক্ষা গ্ৰহণ কৰি পিছত খ্ৰীষ্টান ধৰ্মত দীক্ষা গ্ৰহণ কৰোঁতা অসমীয়া লোকসকলৰ ভিতৰত বাতিৰাম দাসো এজন। তেওঁ মিছন প্ৰেছৰ কৰ্মচাৰী হিচাপে জয়পুৰত কৰ্ম জীৱন আৰম্ভ কৰে। ১৮৪১ খ্ৰীষ্টাব্দত গুৱাহাটীৰ গীৰ্জাত বাতিৰামে খ্ৰীষ্টান বিধি মতে বিবাহ পাশত আৱদ্ধ হয়। ১৮৫১ খ্ৰীষ্টাব্দত তেওঁ এচিষ্টেণ্ট প্ৰীচাৰ ফাষ্ট ক্লাচ খিতাপ লাভ কৰে। তেওঁৰ গদ্য লেখনিও সাৱলীল। ১৮৫৩ খ্ৰীষ্টাব্দৰ ১৮ মে'ত তেওঁৰ দেহাৱসান ঘটে।

অৰুণোদই কাকতত তেওঁ সময়ে সময়ে প্ৰৱন্ধ লিখিছিল।

**বাবু ব্ৰজপতি বন্দোপাধ্যায়**

বাবু ব্ৰজপতি বন্দোপাধ্যায় গুৱাহাটী নৰ্মাল স্কুলৰ হে'ড মাষ্টৰ আছিল। তেওঁ বঙালী সম্প্ৰদায়ৰ লোক আছিল। কিন্তু অসমীয়াত তেওঁ *'ল'ৰাৰ নিজা পুথি'* নামেৰে পঢ়াশালীয়া পাঠ্যপুথি এখন লিখিছিল। এই পুথিৰ এটি পৰিচয় *'আসাম নিউচ'*ৰ ১৮৮২ খ্ৰীষ্টাব্দৰ ২৮ আগষ্ট সংখ্যাত প্ৰকাশ হৈছিল। তেওঁৰ আৰু এখন ভূমি বিষয়ক গ্ৰন্থৰ নাম ভূমি পৰিমাণ।

**বিদ্যাৰাম দত্ত**

বিদ্যাৰাম দত্ত গুৱাহাটীৰ লোক। তেওঁ অৰুণোদইৰ লেখক আছিল।

**বিক্ৰীৰাম পাঠক (জন্ম ঃ ১৮৬৫, মৃত্যু ঃ ১৯৩৭ খ্ৰী.)**

১৮৬৫ খ্ৰীষ্টাব্দত বিক্ৰীৰাম পাঠকে বৰপেটা জিলাত জন্মগ্ৰহণ কৰে। তেওঁ 'কৃষ্ণলীলা' নামৰ এখন নাট ৰচনা কৰিছিল।

**বিশ্বেশ্বৰ বৈদ্যাধিপ**

বিশ্বেশ্বৰ বৈদ্যাধিপ ঊনবিংশ শতিকাৰ লোক আছিল। তেওঁক বিকাৰাম সূৰ্যবিপ্ৰ বেজবৰুৱা নামেৰে জনা গৈছিল। তেওঁ চিকিৎসা শাস্ত্ৰত নিপুণ এটা দৈৱজ্ঞ পৰিয়ালত জন্ম লাভ কৰে। তেওঁ বিদ্যা বৰুৱাৰ নাতি আছিল আৰু মহাৰাজ পুৰন্দৰ সিংহৰ আদেশক্ৰমে ১৮৩৩-৪৬ খ্ৰীষ্টাব্দৰ ভিতৰত *বেলিমাৰৰ বুৰঞ্জী* নামে এখন পদ্য বুৰঞ্জী ৰচনা কৰিছিল। বিশ্বেশ্বৰৰ *বেলিমাৰৰ* বুৰঞ্জীয়ে অসমৰ ইতিহাসৰ ১৭৯০ খ্ৰীষ্টাব্দ মানৰ পৰা ১৮১৯ খ্ৰীষ্টাব্দলৈ ৰাজনৈতিক-ঐতিহাসিক ঘটনা-পৰিঘটনা সামৰি লৈছে। তেওঁৰ বুৰঞ্জীত পদ, ছবি, লেচাৰী, মুক্তাৱলী আদি ছন্দৰ ব্যৱহাৰ কৰা হৈছে। তেওঁক মহাৰাজ পুৰন্দৰ সিংহই বৈদ্যাধিপ খিতাপ দিছিল।

বিশ্বেশ্বৰ বৈদ্যাধিপে আত্ম পৰিচয় দিছে এনেদৰে—

*'সূৰ্যবিপ্ৰ কুলে জাত। বিশ্বেশ্বৰ নামে খ্যাত।।*
*তেহে পদ বিৰচিল। স্বৰ্গদেৱে আজ্ঞা দিল।।*
*বৈদ্য বৰুৱাৰ নাতি। পৰম অজ্ঞানী আতি।*
*নাখাটিয়া আছিলেক। বৈদ্যাধিপ পাতিলেক।।*
*শুনা সভাসদ লোক। হৰি হৰি ঘুৰিয়োক।।'* ইত্যাদি।

**বিষ্ণুপ্ৰিয়া দেৱী (জন্ম ঃ ১৮৪০, মৃত্যু ঃ ১৮৯২ খ্ৰী.)**

গুণাভিৰাম বৰুৱাৰ দ্বিতীয়া ভাৰ্যা বিষ্ণুপ্ৰিয়া দেৱীৰ পিতৃ হ'ল লম্বোদৰ কটকী। ১৮৫৩ খ্ৰীষ্টাব্দত বিষ্ণুপ্ৰিয়াৰ প্ৰথম বিবাহ হৈছিল আনন্দৰাম ঢেকিয়াল ফুকনৰ বাল্যবন্ধু পৰশুৰাম বৰুৱাৰ সৈতে। কিন্তু ১৮৬৩ খ্ৰীষ্টাব্দত পৰশুৰামৰ অকাল মৃত্যু হোৱাত তেওঁ কম বয়সতে বিধৱা হয়। ১৮৬৭ খ্ৰীষ্টাব্দত গুণাভিৰাম বৰুৱাৰ প্ৰথমা পত্নীৰ বিয়োগ হোৱাত ১৮৭০ খ্ৰীষ্টাবৰ এপ্ৰিল মাহত গুণাভিৰাম বৰুৱাৰ সৈতে





বিষ্ণুপ্ৰিয়াৰ পুনৰ বিবাহ সম্পাদিত হয়। ১৮৭১ খ্ৰীষ্টাব্দত গুণাভিৰামৰ কন্যা স্বৰ্ণলতাৰ জন্ম হয়। বিষ্ণুপ্ৰিয়া দেৱী গুণাভিৰামৰ দৰেই সাহসী আৰু বিদুষী মহিলা। ১৮৯২ খ্ৰীষ্টাব্দত ২৬ মাৰ্চত বিষ্ণুপ্ৰিয়াৰ মৃত্যু হয়। এইগৰাকী মহিলাৰ স্মৃতি যুগমীয়া কৰি ৰাখিবৰ বাবে গুণাভিৰাম বৰুৱাই 'বিষ্ণুপ্ৰিয়া দেৱী বঁটা' নামৰ এটি পুৰস্কাৰ কলিকতা বিশ্ববিদ্যালয়ত প্ৰবৰ্তন কৰে। এই পুৰস্কাৰ স্নাতক পৰীক্ষাত প্ৰথম হোৱাজনক দিয়াৰ ব্যৱস্থা হয়।

বিষ্ণুপ্ৰিয়া দেৱীৰ সাহিত্য জগতলৈ অৱদান যৎ সামান্য। *'নীতি কথা'* নামৰ সাধুৰ জৰিয়তে *নীতি শিক্ষা* প্ৰদান কৰা এই মূল্যৱান গ্ৰন্থখন ১৮৮৪ খ্ৰীষ্টাব্দত ৰচিত। বিষ্ণুপ্ৰিয়া দেৱীয়ে নানা ক্ষেত্ৰৰ পৰা সাধুবিলাক সংগ্ৰহ কৰি নিজৰ ভাষাৰে সজাই-পৰাই আকৰ্ষণীয় কৰি তুলিছে। সমাজ সেৱিকা হিচাপেও বিষ্ণুপ্ৰিয়া দেৱীৰ খ্যাতি আছিল।

**বেণুধৰ ৰাজখোৱা (জন্ম ঃ ১৮৭২, মৃত্যু ঃ ১৯৫৫ খ্ৰী.)**

১৮৭২ খ্ৰীষ্টাব্দত দিহিংপাৰৰ খোৱাঙত বেণুধৰ ৰাজখোৱাৰ জন্ম হয়। তেওঁৰ পিতৃৰ নাম সুচান্দৰাম মৌজাদাৰ আৰু মাতৃৰ নাম হীৰাৱতী ৰাজখোৱানী।

তেওঁ জয়পুৰত মজলীয়া ইংৰাজী পঢ়া শেষ কৰি ডিব্ৰুগড়ৰ উচ্চতৰ মাধ্যমিক ইংৰাজী বিদ্যালয়ৰ পৰা ১৮৮৯ খ্ৰীষ্টাব্দত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। ১৮৯৬ খ্ৰীষ্টাব্দত বি. এ. পাছ কৰি মনস্তত্ত্বৰ এম. এ. আৰু আইন শ্ৰেণীত নাম লগোৱাৰ পিছত মাটিৰ হাকিম কাম পোৱাত পঢ়া এৰি কামত সোমাই পিছত ই. এ. চি. আৰু উপায়ুক্তৰ কাম কৰে। তেওঁ স্বৰ্গীয় শিৱপ্ৰসাদ বৰুৱাৰ দৈনিক বাতৰিত তিনি বছৰ কাল সহকাৰী সম্পাদক আৰু ডিব্ৰুগড়ৰ পৰা ওলোৱা সাপ্তাহিক তৰুণ অসমৰ সম্পাদক ৰূপেও কিছুকাল কাম কৰে। এই কালছোৱাত বেণুধৰৰ হাতৰ পৰশত বাতৰি দুখনৰ ৰূপেই বদলি যায়। তেওঁৰ যুগমীয়া কীৰ্তি হ'ল *অসমীয়া খণ্ডবাক্য কোষ* (১৯১৭) নামৰ গ্ৰন্থখন। *শ্বৰ্ট একাউণ্ট অব আছাম (১৯১৫), হিষ্টৰিকেল স্কেচ্ছেচ অব অল্ড আছাম (১৯১৭), আছামিজ*

*পপুলাৰ ছুপাৰষ্টিশ্বনছ (১৯২০), আছামিজ ডেমনলজি (১৯০৫)* আদি ইংৰাজীত তেওঁৰ কেইখনমান উল্লেখযোগ্য গ্ৰন্থ। *নামঘোষা, কাণখোৱা, বিপ্ৰদামোদৰ* আৰু *গুণমালা* পুথিও তেওঁ ইংৰাজীলৈ অনুবাদ কৰিছিল। *চন্দ্ৰ সম্ভৱ* (১৮৯২), *পঞ্চ কবিতা (১৮৯৫), জীৱন সন্ধিয়া, দেহাৰ প্ৰলয়, সিপুৰীৰ বাতৰি* (১৯২৯-৩০) আদি তেওঁৰ কবিতাৰ পুথি। *অসমীয়া ভাই (১৯০১), সৰু ল'ৰা গান (১৯১০), দশগীত, বাঁহী (১৯০৬) আদি তেওঁৰ গীতৰ পুথি। দুৰ্যোধনৰ উৰু ভংগ (১৯০৪), দক্ষ যজ্ঞ (১৯০৮)* আদি তেওঁৰ পৌৰাণিক নাটক। তেওঁৰ সামাজিক নাটসমূহৰ ভিতৰত—*কুৰি শতিকাৰ সভ্যতা (১৯০৮), অশিক্ষিত ঘৈণী (১৯১২), যমপুৰী (১৯৩১)* আদিয়েই প্ৰধান। গোহাঞিবৰুৱাৰ লগত লগ লাগি তেওঁ *ডেকা-গাভৰু* (১৮৮৯) নামৰ নাটক এখনো উলিয়ায়। তেওঁৰ আন তিনিখন উল্লেখযোগ্য পুথি হ'ল *সাহিত্য প্ৰৱেশ (১৮৯৫), বিহু (১৯১৪)* আৰু *লখিমী তিৰোতা (১৯০৯)*। তেওঁৰ এখন বিয়োগান্তক নাটক হ'ল *সেউতী কিৰণ* (১৮৯৪)। ইয়াৰ উপৰিও তেওঁ *চোৰৰ সৃষ্টি, পুনৰুত্থান (১৯৩১), টোপনিৰ পৰিণাম (১৯৩২), মহাসতী জয়মতী (১৯৪৭)* আদি ৰচনা কৰি থৈ গৈছে।

তেওঁ অসম সাহিত্য সভাৰ নৱম অধিৱেশনত (ধুবুৰী, ১৯২৬ খ্ৰী.) সভাপতিত্ব কৰিছিল।

বেণুধৰ ৰাজখোৱাই তেওঁৰ বিপুল ৰচনাৰাজিৰ যোজনা-পটন্তৰ উজাৰি দি অসমী আইৰ এটি সমৃদ্ধ ৰূপ প্ৰকাশ কৰিলে।

**বৃন্দাবন চন্দ্ৰ গোস্বামী (জন্ম ঃ ১৮৫৫, মৃত্যু ঃ ১৯৪৯ খ্ৰী.)**

জখলাবন্ধা সত্ৰত জন্ম গ্ৰহণ কৰা বৃন্দাৱন গোস্বামী সত্ৰাধিকাৰ আছিল। তেওঁ কেইবাখনো নাটক ৰচনা কৰিছিল। নাটকেইখন হ'ল বিসৰ্জন (১৯৩০, বিয়োগান্ত নাট) আৰু ঠানুবাপু (১৯৩০, ধেমেলীয়া নাট) আৰু পৰাচিত। গোস্বামী নগাঁও নাট্যমঞ্চৰ লগতো জড়িত আছিল।





## ভ

**ভাৰতচন্দ্ৰ দাস (জন্ম ঃ ১৮৬৫, মৃত্যু ঃ ১৯৩০ খ্ৰী.)**

ভাৰতচন্দ্ৰ দাসৰ জন্ম দক্ষিণ কামৰূপৰ নহিৰা গাঁৱত। কলিকতাৰ প্ৰেচিডেন্সী কলেজৰ পৰা গণিতত সন্মান সহকাৰে বি. এ. পাছ কৰি কৰ্মজীৱনত ভৰি দিয়ে। ছাত্ৰাৱস্থাত তেওঁ এ. এছ. এল. ক্লাৱৰো সদস্য আছিল।

তেওঁ *অভিমন্যু বধ* নাটক ৰচনা কৰে। নাটকখনৰ ৰচনাকাল জনা নাযায় যদিও পাশ্চাত্য নাটৰ আৰ্হিত ৰচিত পঞ্চ অংকবিশিষ্ট এই নাটখনি ১৮৮৫ খ্ৰীষ্টাব্দত ডিব্ৰুগড়ত অভিনীত হোৱা বুলি জনা যায়। তেওঁৰ নামত *স্যমন্ত হৰণ* নামৰ আন এখনি নাটক পোৱা যায়। তেওঁৰ অন্যান্য ৰচনাসমূহৰ ভিতৰত *সৰল ক্ষেত্ৰ জ্যামিতি, কামৰূপী গীত, সাধু কথা* আদি প্ৰধান। *অভিমন্যু বধ* নাটকখনৰ মূল মহাভাৰতৰ দ্ৰোণপৰ্ব। কৰুণ ৰসযুক্ত এই নাটখনৰ ভাষা সহজ-সৰল। অভিমন্যুৰ মৃত্যুৰ যোগেদি মানৱ জীৱনৰ ক্ষণস্থায়িত্বৰ ইংগিত দি নাটখনিৰ পৰিসমাপ্তি ঘটোৱা হৈছে। তেওঁৰ 'অসমীয়া খেতি' (১৯০৮) নামৰ খেতি বিষয়ক এখন প্ৰবন্ধ পুথিও আছে।

**ভোগৰাম বৰুৱা**

অৰুণোদইৰ লেখক হ'ল ভোগৰাম বৰুৱা। তেওঁৰ শিক্ষা বিষয়ক এখন উল্লেখযোগ্য পুথি হ'ল *কাৰ্য শিক্ষা*।

**ভোলানাথ দাস (জন্ম ঃ ১৮৫৮, মৃত্যু ঃ ১৯২৯ খ্ৰী.)**

বাখৰ বৰাৰ বংশৰ ভোলানাথ দাসে ১৮৫৮ খ্ৰীষ্টাব্দত নগাঁৱত জন্ম গ্ৰহণ কৰে। তেওঁৰ পিতৃৰ নাম বাপীৰাম আৰু মাতৃৰ নাম পদ্মাৱতী। তেওঁ ১৮৭৯ খ্ৰীষ্টাব্দত এন্ট্ৰেন্স মহলাত উঠি কলিকতাৰ মেট্ৰোপলিটান

কলেজত পঢ়িছিল। কিন্তু মাকৰ অসুখৰ বাবে শিক্ষা শেষ নকৰাকৈয়ে ঘৰলৈ উভতি আহিব লগা হয়। তেওঁ ১৮৮১ খ্ৰীষ্টাব্দত ডিষ্ট্ৰিক্ট ছাৰ্ভেয়াৰৰ চাকৰি কৰিছিল আৰু পিছত কিছুদিন শিক্ষকতা কৰি ১৮৮৮ খ্ৰীষ্টাব্দত মাটিৰ হাকিম পদত নিযুক্ত হয়। তেওঁ ১৯১২ খ্ৰীষ্টাব্দত চৰকাৰী কামৰ পৰা অৱসৰ গ্ৰহণ কৰে। কবি স্বৰূপে ভোলানাথ দাসৰ বৰঙণি উল্লেখযোগ্য। অসমীয়া কাব্যলৈ তেওঁৰ বৰঙনিৰ দুটা ঘাই বৈশিষ্ট্য হ'ল— অমিত্ৰাক্ষৰ ছন্দৰ প্ৰৱৰ্তন আৰু সৰলভাৱে লিৰিক কবিতাৰ প্ৰচলন। ১৮৮২ আৰু ১৮৮৩ খ্ৰীষ্টাব্দত ক্ৰমে তেওঁৰ *কবিতামালা* নামৰ আগছোৱা আৰু শেষছোৱা খণ্ড কবিতাৰ পুথি ছপা হৈ ওলায়; অৱশ্যে ইয়াৰ অনেক কবিতা আগতে আসাম বিলাসিনীত প্ৰকাশ হৈছিল। তেওঁ ৰমাকান্ত চৌধুৰীৰে সমান্তৰালভাৱে অমিত্ৰাক্ষৰ ছন্দত *সীতা হৰণ কাব্য* লিখি আউনীআটী সত্ৰৰ পৰা ওলোৱা *'আসাম বিলাসিনী'* (১৮৭১)ত প্ৰকাশ কৰিছিল; তাৰ বহুত দিন পিছতহে ১৯০২ খ্ৰীষ্টাব্দত কাব্যখনি কিতাপৰূপে ওলায়। ১৮৮৪ খ্ৰীষ্টাব্দত তেওঁৰ 'চিন্তা তৰংগিনী' নামৰ কবিতা পুথিৰ দুটি খণ্ড ওলায় আৰু উচ্চ পাঠ্যৰূপে অসমৰ পঢ়াশালীত বহুত দিনলৈ চলে; 'কিয়নো নাজাগে আমাৰ মন', 'মেঘ' আদি ইয়াৰ ভালেখিনি কবিতাত আধুনিক (ৰোমাণ্টিক) কবিতাৰ প্ৰায়বোৰ লক্ষণ ফুটি উঠিছে।

ভোলানাথ দাসৰ হাতে লিখা অৱস্থাত এৰি যোৱা *'সুভদ্ৰা হৰণ'* নামৰ আন এখন কাব্য পুথি দুষ্প্ৰাপ্য হৈ থকাত অপ্ৰকাশিত হৈ ৰ'ল।

ভোলানাথ দাসৰ বৰপুত্ৰ লক্ষ্মীনাথ দাসো এগৰাকী বিখ্যাত বিজ্ঞানৰ পণ্ডিত আছিল আৰু তেওঁ ১৯৫৬ খ্ৰীঃত ধুবুৰীত বহা অসম সাহিত্য সভাৰ অধিৱেশনৰ বিজ্ঞান শাখাৰ সভাপতি হৈছিল।





# ম

**ম.ৰ.ব.**অৰুণোদই দ্বাদশ বৰ্ষৰ ষষ্ঠ সংখ্যাত (১৮৫৭) সৰু চিমুএল নামৰ পদ্য এটাৰ লেখকক ম. ৰ. ব. বুলি সংক্ষেপে লেখা হৈছে। ড° মহেশ্বৰ নেওগৰ মতে এই সংক্ষিপ্ত নামে মেৰী আৰ. ব্ৰনছন নামৰ সূচনা কৰে। মেৰী মাইলছ ব্ৰনছনৰ দুহিতা। তেওঁ পিতৃ মাতৃৰ দৰেই শিক্ষা দানৰ বাবে নামচাঙত স্কুল পাতিছিল।

**মণিৰাম দেৱান বৰভাণ্ডাৰ বৰুৱা (জন্ম ঃ ১৮০৬, মৃত্যু ঃ ১৮৫৮)**

মণিৰাম দেৱানৰ জন্ম হয় চাৰিঙত। পিতৃৰ নাম ৰামদত্ত আৰু মাতৃ কৌশল্যা। ৰামদত্ত আহোমৰ দিনত দোলাকাষৰীয়া বৰুৱা আৰু তিনিখন মৌজাৰ মৌজাদাৰ পদত আছিল। মণিৰাম দেৱান বৰভাণ্ডাৰ বৰুৱাই মানৰ আক্ৰমণৰ পৰা হাত সাৰিবলৈ প্ৰায় চৈধ্য বছৰমান বয়সতে পৰিয়ালৰ সৈতে ভটিয়নী যাত্ৰা কৰি গোৱালপাৰা, ৰংপুৰ আদি অঞ্চলত কিছুদিন থাকে। বৃটিছে মানক খেদিবলৈ অহাত মণিৰামে পৰিয়ালৰ লোকৰ সৈতে পুনৰ উজাই আহে। মানে চিংফৌসকলৰ লগ লাগি দেশখন পুনৰ আক্ৰমণ কৰিবলৈ চক্ৰান্ত কৰাত বৰভাণ্ডাৰ বৰুৱাই নিউভিল চাহাবৰ লগত সেই বিদ্ৰোহ দমন কৰিবলৈ গৈছিল। পিছত জয়ন্তীয়াসকলক দমন কৰিবলৈ তেওঁ ডেভিদ স্কটৰ সংগী হৈছিল। বৃটিছে তেওঁক ১৮২৮ খ্ৰীষ্টাব্দত ৰংপুৰৰ চিৰস্তাদাৰ আৰু তহচিলদাৰ পাতে। বৃটিছে পতা বৰ পঞ্চায়ত, সৰু পঞ্চায়ত আৰু চৰাচৰি পঞ্চায়ত তিনিওখনৰে তেওঁ মুৰব্বী আছিল। বৃটিছে প্ৰতিষ্ঠা কৰা শান্তিৰক্ষক বাহিনী এটাৰো তেওঁ কেপ্টেইন হৈছিল। পুৰন্দৰ সিংহই ৰাজপাট পোৱাত বৰভাণ্ডাৰ বৰুৱা ঘাই মন্ত্ৰী হয় ১৮৩৩ খ্ৰীষ্টাব্দত। তেওঁ অতি দক্ষতাৰে ৰাজ্যৰ শাসনভাৰ চলাইছিল। ১৮৩৭ খ্ৰীষ্টাব্দত পুৰন্দৰ সিংহৰ পতন হোৱাৰ পাছত মাত্ৰ তিনিখন মৌজাৰ (চেৰেকাপাৰ, মেটেকা আৰু কোঁৱৰপুৰ) মৌজাদাৰ হৈ তেওঁ

মাত্ৰ মাহে পঞ্চাশ টকা পাইছিল। ১৮৩৯ খ্ৰীষ্টাব্দত নৱ গঠিত আচাম টি কোম্পানিৰ দেৱান পদ লাভ কৰি তেওঁ নাজিৰাত থাকিবলৈ লয়। ১৮৫৪ খ্ৰীষ্টাব্দত এই কামো ইস্তফা দি যোৰহাটৰ চিনামৰাত আৰু শিৱসাগৰৰ চিংফৌত নিজাকৈ দুখন চাহ বাগিছা খুলি লয়। উল্লেখযোগ্য যে মণিৰাম দেৱান বৰভাণ্ডাৰ বৰুৱাই হ'ল প্ৰথম অসমীয়া চাহ খেতিয়ক।

ভাৰতৰ প্ৰথম স্বাধীনতা আন্দোলনৰ সূত্ৰপাত হোৱাত ৰাজদ্ৰোহৰ অপৰাধত পিয়লি বৰুৱাৰ সৈতে যোৰহাটত মুকলিকৈ তেওঁক ফাঁচী দিয়া হয়।

ঊনৈশ শতিকাৰ আগছোৱাৰ অসমৰ এজন ক্ষমতাশালী লোক আছিল মণিৰাম দেৱান বৰভাণ্ডাৰ বৰুৱা। 'কলিতা ৰজা' নামেৰে তেওঁ সৰ্বসাধাৰণৰ মাজত জনাজাত আছিল। ব্যৱসায়ৰ সুবিধাৰ্থে তেওঁ অসমৰ বিভিন্ন ঠাইত হাট বহুৱাইছিল। তেওঁ অনুসন্ধান চলাইছিল অসমত লোৰ পুং, সোণ কমোৱা ব্যৱসায় আদি সম্পৰ্কে। ফাৰ্চী-বাংলা মিশ্ৰিত অসমীয়া ভাষাৰে *'বুৰঞ্জীবিবেক ৰত্ন'* নামেৰে অসমৰ এখন বিস্তৃত বুৰঞ্জী ১৮৩৮ খ্ৰীষ্টাব্দত ৰচনা কৰিছিল। ইয়াৰে প্ৰথম অংশটোহে বৰ্তমান পোৱা গৈছে। কলিকতাৰ সমাচাৰ দৰ্পন নামৰ কাকতখনতো তেওঁ প্ৰৱন্ধ-পাতি প্ৰকাশ কৰিছিল।

মণিৰাম দেৱান বৰভাণ্ডাৰ বৰুৱাদেৱৰ অসমৰ আঠখন ঠাইত স্থায়ী ঘৰ-বাৰী আছিল। তেওঁ অসমৰ এগৰাকী আগশাৰীৰ আঢ্যৱন্ত লোক আছিল।

**মতিৰাম পণ্ডিত বৰদলৈ (জন্ম ঃ ১৮৩৫, মৃত্যু ঃ ১৯৩৮ খ্ৰী)**

মতিৰাম পণ্ডিত বৰদলৈয়ে ১৮৩৫ খ্ৰীষ্টাব্দত ফুলগুৰিৰ পূব শালমৰা গাঁৱত জন্মগ্ৰহণ কৰে। তেওঁৰ পিতৃৰ নাম শান্তিৰাম বৰদলৈ। তেওঁ মিলাৰাম শৰ্মাৰ নেতৃত্বত গঢ়ি উঠা প্ৰাথমিক বিদ্যালয়ত শিক্ষা আৰম্ভ কৰিছিল। তেওঁ গুৱাহাটীত নৰ্মাল পঢ়ি তাত সুখ্যাতিৰে উত্তীৰ্ণ হৈছিল। তেওঁ চৰকাৰী চাকৰি পাইছিল যদিও সেই চৰকাৰী চাকৰি গ্ৰহণ নকৰি





গাঁৱৰ ৰাইজৰ মাজত জ্ঞানৰ পোহৰ বিলোৱাৰ অৰ্থে দিহিং সত্ৰত এখন প্ৰাথমিক বিদ্যালয় স্থাপন কৰিছিল। এই বিদ্যালয়খনতে তেখেতে শিক্ষকতা কৰিছিল। ইয়াৰ পিছত তেওঁ ডিমৌত প্ৰাথমিক বিদ্যালয় আৰু মজলীয়া বিদ্যালয় স্থাপন কৰি প্ৰধান শিক্ষক হৈছিল। ডিমৌ মজলীয়া বিদ্যালয়ত ছয়-সাত বছৰ ধৰি বিনা বেতনে প্ৰধান শিক্ষকৰ দায়িত্ব পালন কৰিছিল মতিৰাম পণ্ডিত বৰদলৈয়ে। এই বিদ্যালয়খনক 'মতি পণ্ডিতৰ স্কুল' বুলি জনাজাত। তেওঁ এজন খ্যাতিমান জ্যোতিষী আছিল।

তেওঁ অশেষ কষ্ট কৰি 'অসমীয়া পঞ্জিকা' ছপা কৰি উলিয়াইছিল। ১৯৩৮ খ্ৰীষ্টাব্দত তেখেতৰ মৃত্যু হয়।

**মফিজুদ্দিন আহমদ হাজৰিকা (জন্ম ঃ ১৮৭০, মৃত্যু ঃ ১৯৫৮ খ্ৰী.)**

তেওঁৰ জন্ম হয় ডিব্ৰুগড়ত। তেওঁ ডিব্ৰুগড়ৰ কাচাৰীত পেস্কাৰৰ কামত সোমাই তাৰ পৰা অৱসৰ লয়। গোটেই জীৱন ডিব্ৰুগড়তে অতিবাহিত কৰে। বিখ্যাত শৰাইঘাটৰ যুদ্ধত আহোম সেনা বাহিনীৰ লগত বিদেশী মোগলৰ বিপক্ষে যুদ্ধ কৰা বাঘ হাজৰিকাৰ বংশধৰ আছিল মফিজুদ্দিন হাজৰিকা। তেওঁৰ প্ৰকাশিত *জ্ঞানমালিনী* (১৮৯৬-৯৭) ঘৰুৱা, জতুৱা ঠাঁচেৰে প্ৰকাশ কৰা নৈতিক আৰু আধ্যাত্মিক ভাৱ সমৃদ্ধ এখনি উৎকৃষ্ট কাব্য গ্ৰন্থ। কবিজনাৰ আনুষ্ঠানিক শিক্ষা প্ৰৱেশিকা পৰ্যন্ত হ'লেও আৰবী আৰু ফাৰ্চীৰ জ্ঞান তেওঁৰ যথেষ্ট আছিল। তেওঁ বিভিন্ন সমাজ কল্যাণমূলক কাম-কাজৰ লগতো জড়িত আছিল। *'তত্ত্ব পাৰিজাত'* (১৯৭০) তেওঁৰ আন এখন সৰু কবিতাৰ পুথি। এই পুথিখনেও জ্ঞানমালিনীৰ ভাব-ঐতিহ্য বহন কৰিছে। তেওঁৰ নামৰ 'মালিনীৰ বীণ' নামৰ এখনি কাব্য গ্ৰন্থও পোৱা গৈছে। তেওঁৰ কবিতাত চুফীবাদৰ প্ৰভাৱ লক্ষ্য কৰা যায়। তেওঁৰ কবিতাৰ ভাষা সহজ-সৰল আৰু প্ৰকাশভংগী মনোৰম।

## মলো কাকতি

তেওঁ *ভোটপৰ্ব* নামৰ এখন কাব্যৰ ৰচক। ১৮৬৪ খ্ৰীষ্টাব্দত ইংৰাজৰ লগত ভূটীয়াসকলৰ যুদ্ধক লৈ পয়াৰ ছন্দত উক্ত কাব্য গ্ৰন্থখন ৰচনা কৰিছিল। ইয়াৰ মাজে মাজে খুহুতীয়া কথাও আছে।

তেওঁৰ ঘৰ কামৰূপৰ পূৰ্ব পাৰ মৌজাৰ চেঁচা নৈৰ পাৰৰ পখীয়া গাঁৱত। তেওঁ আত্ম পৰিচয় এনেদৰে দিছে—

*পখীয়া গ্ৰামত ঘৰ মলো যে কাকতি।*
*মৌজাখনি পূৰ্ব পাৰ চেঁচাৰ তীৰত।।*
*লিখিলো পুস্তকখানি মনৰ বাঞ্ছিত।।*

লেখক সম্ভৱতঃ কোনো মৌজাদাৰৰ তলৰ কাকতি বা মণ্ডল। যুদ্ধৰ ঘটনাবোৰ শুনিয়েই তেওঁ লেখা যেন বোধ হয়। গ্ৰন্থখনি ঐতিহাসিক ঘটনা আৰু অন্য কথাৰ মিশ্ৰিত বিৱৰণ। কবিৰ সময় ঊনবিংশ শতাব্দীৰ শেষৰ ফালৰ বুলি অনুমান হয়। (তথ্যসূত্ৰ ঃ সোণাৰাম চৌধুৰীৰ প্ৰবন্ধ *'আৱাহন'*)

## মহিমচন্দ্ৰ চক্ৰৱৰ্তী

মহিমচন্দ্ৰ চক্ৰৱৰ্তীয়ে ৰচনা কৰা *'গণিত বোধ'* এখন উল্লেখযোগ্য পঢ়াশালীয়া পুথি।

## মহীৰাম দাস

১৮৯৮ খ্ৰীষ্টাব্দত মহীৰাম দাসৰ *হৰিদেউ কানীয়াৰ কথা* নামৰ উপন্যাস এখনি প্ৰকাশ পায়। উপন্যাসখনিত সামাজিক চেতনাৰ ভাৱ প্ৰকাশিত হৈছে। *হৰিদেউ কানীয়াৰ কথা* মুঠ চাৰিটা অধ্যায়ত সম্পূৰ্ণ হৈছে। উপন্যাসখনত অসমীয়া সমাজত প্ৰধানকৈ ব্ৰাহ্ম সমাজত চলি থকা বাল্য বিবাহ প্ৰথা আৰু অৰ্থনৈতিকভাৱে অতি শোচনীয় অৱস্থা সত্বেও ছোৱালী  কিনি বিয়া কৰোৱা অৱস্থাৰ বিৰুদ্ধে লেখকে বলিষ্ঠ মন্তব্য আগবঢ়াইছে।





## মহেন্দ্ৰনাথ মিশ্ৰ

মহেন্দ্ৰনাথ মিশ্ৰ এগৰাকী *আসাম বন্ধুৰ* লেখক আছিল।

## মহেশ্বৰ বৰুৱা (জন্ম ঃ ১৮৪৩, মৃত্যু ঃ ১৯৩২ খ্ৰী)

১৮৪৩ খ্ৰীষ্টাব্দত মহেশ্বৰ বৰুৱাৰ জন্ম হৈছিল। তেওঁৰ পিতৃৰ নাম মোহনচন্দ্ৰ সদৰামিন। তেওঁৰ ডিব্ৰুগড় চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ৰ ওজা শিক্ষক আৰু সু-সাহিত্যিক আছিল। তেওঁ 'হিতোপদেশ' গ্ৰন্থখনি 'মিত্ৰভেদ', 'মিত্ৰলাভ', 'বিগ্ৰহ' আৰু 'সন্ধি' চাৰিখণ্ডত ভাগ কৰি অসমীয়ালৈ ভাঙিছিল। 'দুই বুঢ়ীৰ সাধু', 'এলিমেণ্টেৰী ইংলিছ গ্ৰামাৰ এণ্ড কম্পজিছন্', 'ধাতুকোষ', 'অভিধান', 'টাইমছ্ অব আসাম' কাকতত প্ৰকাশিত 'আৰ্য বসতি' শীৰ্ষক মূল্যৱান প্ৰবন্ধ বৰুৱাদেৱৰ উল্লেখযোগ্য ৰচনা। তেওঁ ডিব্ৰুগড়ত প্ৰতিষ্ঠিত হোৱা 'সাদিনীয়া অসমীয়া'ৰ প্ৰবন্ধক আছিল।

## মাইৰাম বিদ্যাৰত্ন (জন্ম ঃ ১৮৪৯ খ্ৰী.)

বিদ্যাৰত্নই হাউলীৰ ওচৰৰ শিমলুগুৰি গাঁৱত ১৮৪৯ খ্ৰীষ্টাব্দত জন্ম গ্ৰহণ কৰে। শিলাত গোপালদেৱে বিদ্যাবাগীশৰ ওচৰত আৰু পাছত কোচবিহাৰত সিদ্ধনাথ বিদ্যাবাগীশৰ ওচৰত স্মৃতি, পুৰাণ আৰু বেদান্ত অধ্যয়ন কৰে। বেদান্তৰ উচ্চ শিক্ষাৰ বাবে বেনাৰসলৈ যায় আৰু নৱদ্বীপত ন্যায়ৰ শব্দ খণ্ডৰ অধ্যয়ন কৰে। পাছত তেওঁ কমলাবাৰী, কলিয়াবৰ, বজালী আদিত অধ্যাপনা কৰে। কমলাবাৰীত থাকোঁতে তেওঁ *'ব্যৱহাৰ দৰ্পন'* নামেৰে এখন স্মৃতিৰ হাত পুথি ৰচনা কৰে। শেষ বয়সত তেওঁ অভয়াপুৰী ৰাজ্যৰ শীৰ্ষদ্বাৰ পণ্ডিত হয়।

## ড° মাইলছ্ ব্ৰনছন (জন্ম ঃ ১৮১২, মৃত্যু ঃ ১৮৮৩ খ্ৰী.)

আধুনিক অসমীয়া ভাষাৰ প্ৰাণ প্ৰতিষ্ঠা কৰোঁতা, অসম হিতৈষী খ্ৰীষ্টান মিছনেৰী ৰেভাৰেণ্ড ড° মাইলছ ব্ৰনছনৰ নাম অসমৰ ইতিহাসত

চিৰস্মৰণীয়। ১৮১২ খ্ৰীষ্টাব্দত আমেৰিকাৰ নিউয়ৰ্কৰ ওচৰত নৱৰে নামৰ চহৰত ব্ৰনছনৰ জন্ম হয়। ১৮৩৬ চনত বন্ধু জেকব থমাচ আৰু নিজ পৰিয়ালৰ সৈতে প্ৰায় ২৪ বছৰ বয়সত তেওঁ খ্ৰীষ্টান ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে অসমলৈ মিছনেৰীৰূপে নিযুক্ত হৈ আহে। আমেৰিকাৰ পৰা ৰাওনা হৈ ১৮৩৭ চনত অসমত ভৰি দিয়েহি। ব্ৰহ্মপুত্ৰইদি নৌকাৰে আহোঁতে সংগী জেকব থমাচৰ মৃত্যু ঘটে। ইয়াৰ বাহিৰেও তেওঁৰ স্ত্ৰী, কন্যা বহুতকেই ইয়াতে হেৰুওৱাব লগা হয়। তেওঁ চিংফৌৰ মাজত খ্ৰীষ্টান ধৰ্ম প্ৰচাৰৰ কাৰণে কিছুমান কিতাপ লিখে। তেওঁ নামচাঙৰ নগাৰ মাজত প্ৰচাৰ কাৰ্য চলায়। তেওঁ ১৮৩৯ খ্ৰীষ্টাব্দত জয়পুৰত মিছন প্ৰতিষ্ঠা কৰে। তেওঁ ১৮৪১ খ্ৰীষ্টাব্দত নগাঁৱত এখনি পঢ়াশালি আৰু এটা মাউৰা ঘৰ স্থাপন কৰে। তেওঁ ১৮৪৮ খ্ৰীষ্টাব্দলৈকে ল'ৰা-ছোৱালীৰ শিক্ষাদান কাৰ্যত আত্ম নিয়োগ কৰে। ব্ৰনছন চাহাবে বাইবেলৰ ভালেখিনি গুটিয়া অনুবাদ, কিছুমান স্তুতি অসমীয়ালৈ অনুবাদ কৰে। খ্ৰীষ্টান ধৰ্ম প্ৰচাৰ কৰিবলৈ গৈ তেওঁ অসমৰ মানুহৰ অচমিয়া ভাষাৰ প্ৰকৃত ৰূপটি অনুধাৱন কৰিব পাৰিলে। সেয়ে অন্যান্য খ্ৰীষ্টান ধৰ্মীয় লেখাতকৈও তেওঁক অমৰ কৰিছে তেওঁ যুগুত কৰা *অচমিয়া ইংৰাজী অভিধানে*। এই অভিধানত নিভাঁজ অসমীয়া শব্দবোৰেহে ঠাই পাইছে। এই অভিধানখন ১৮৬৭ খ্ৰীষ্টাব্দত প্ৰকাশ হয়। ১৪,০০০ (চৈধ্য হাজাৰ) অসমীয়া শব্দ আৰু ইয়াৰ অসমীয়া ইংৰাজী অৰ্থসহ অসমীয়া অভিধানখন ৰচনা কৰিবলৈ বিদেশী চাহাবজনক সুদীৰ্ঘ চৈধ্য বছৰ লাগিছিল। ড° ব্ৰনছনে বাইবেলৰ *তুতি-গান* আদিৰ কিছু অংশ অসমীয়ালৈ ভাঙনি কৰে। ড° ব্ৰনছনে অসমীয়া ভাষাৰ পুনৰ্বাসনৰ বাবে ইষ্ট ইণ্ডিয়া কোম্পানীৰ বিৰুদ্ধে যি নিৰলস সংগ্ৰাম কৰিলে, তেনে দৃষ্টান্ত অসমীয়া ভাষাৰ বুৰঞ্জীত দ্বিতীয়টি নাই। ১৮৭৯ খ্ৰীষ্টাব্দত স্ত্ৰী-কন্যা সকলোকে হেৰুৱাই এইগৰাকী অসম প্ৰেমী মহৎ মিছনেৰী দুখেৰে সৈতে অসম এৰি আমেৰিকালৈ ঘূৰি যায়। ১৮৮৩ খ্ৰীষ্টাব্দৰ ১০ নবেম্বৰত মিছিগনত তেওঁৰ দেহাৱসান ঘটে।





**মাধৱ চন্দ্ৰ বৰদলৈ (জন্ম ঃ ১৮৪৭, মৃত্যু ঃ ১৯০৭ খ্ৰী.)**

তেওঁৰ জন্ম হৈছিল ১৭৬৮ শকৰ মাঘ মাহত উত্তৰ গুৱাহাটীত বৰদলৈৰ পিতৃ কল্পনাথ আৰু মাতৃ পদ্মাৱতী। ১৮৬৪ খ্ৰীষ্টাব্দত তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। অসমৰ প্ৰাচীন পুথি-পাঁজি উদ্ধাৰ আৰু প্ৰকাশৰ ক্ষেত্ৰত নিবিড় সাধক বৰদলৈয়ে কলিকতাৰ পৰা কলা বিষয়ৰ স্নাতক হোৱাৰ পাছত কিছুদিনৰ কাৰণে বৰিশালত শিক্ষকতা কৰিছিল। বৰদলৈয়ে বি. এল পৰীক্ষাত উত্তীৰ্ণ হৈ গুৱাহাটীত ওকালতি কৰে আৰু পিছলৈ একষ্ট্ৰা এছিষ্টেণ্ট কমিচনাৰ আৰু ডেপুটি মেজিষ্ট্ৰেট হৈ অৱসৰ গ্ৰহণ কৰে। বৰদলৈদেৱে মাধৱ কন্দলীৰ *ৰামায়ণৰ* প্ৰথম সংস্কৰণ প্ৰকাশ কৰে ১৮৯৯ খ্ৰীষ্টাব্দত আৰু *'দীপিকা ছন্দ'* প্ৰকাশ কৰে ১৮৯৫ খ্ৰীষ্টাব্দত। ৰামায়ণৰ বহুমূলীয়া পাতনিখনেই তেওঁক অসমীয়া সাহিত্যত স্মৰণীয় কৰি ৰাখিব।

**মাধৱৰাম শৰ্মা ঠাকুৰ**

তেওঁ *অৰুণোদই* কাকতত কলিকতাৰ পৰা চিঠি লিখিছিল। ড° মহেশ্বৰ নেওগে তেওঁক কলিকতাৰ অধ্যয়নৰত ছাত্ৰ বুলি অনুমান কৰিছে।

**মুহিবুদ্দিন আহমেদ**

মুহিবুদ্দিন আহমেদ *আসাম বন্ধুৰ* লেখক আছিল।

# য

**যজ্ঞৰাম খাৰঘৰীয়া ফুকন (জন্ম ঃ ১৮০৫, মৃত্যু ঃ ১৮৩৮ খ্রী.)**

১৮০৫ খ্রীষ্টাব্দত যজ্ঞৰাম খাৰঘৰীয়া ফুকনৰ জন্ম হয়। তেওঁৰ পিতৃ লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰীৰ পালিত পুত্ৰ পৰশুৰাম বৰুৱা আৰু মাতৃ কামেশ্বৰী। তেওঁ ঘৰতে থাকি সংস্কৃত আৰু ফাৰ্চী ভাষা শিকিছিল। তেওঁ চন্দ্ৰকান্ত সিংহ স্বৰ্গদেউৰ পৰা খাৰঘৰীয়া ফুকন উপাধি পায়। যজ্ঞৰাম খাৰঘৰীয়া ফুকন আছিল ইংৰাজী শিক্ষাৰে শিক্ষিত প্ৰথম অসমীয়া। ১৮৩৫ খ্রীষ্টাব্দত গুৱাহাটীত এখন ইংৰাজী আৰু এখন বাংলা স্কুল স্থাপনৰ বাবে উদ্যোগ লৈছিল। এই স্কুল স্থাপনৰ বাবে তেওঁ অৰ্থ সাহায্যও আগবঢ়াইছিল। তেওঁ কলিকতীয়া কাকত *সমাচাৰ দৰ্পণ*ত ইংৰাজী কবিতা বাংলালৈ অনুবাদ কৰিছিল।

**যাদুৰাম ডেকাবৰুৱা (জন্ম ঃ ১৮০১, মৃত্যু ঃ ১৮৬৯ খ্রী.)**

প্ৰথম অসমীয়া ভাষাতত্ত্ববিদ যাদুৰাম বৰুৱাদেৱৰ জন্ম হয় যোৰহাটত। তেওঁৰ পিতৃ কৃষ্ণ দাস ভৰালী বৰুৱা চন্দ্ৰকান্ত সিংহৰ সম-সাময়িক লোক আছিল। তেওঁলোকৰ চাৰিজন ককাই-ভাইৰ ভিতৰত বৰুৱা আছিল বৰ মাজু। আটাইকেইজনৰ ভিতৰত সৰুতে তেৱেঁই তেনেই লাহি আছিল গুণে আটায়ে তেওঁক *লেৰেলী ডেকা বৰুৱা* বুলি কৈছিল। বৰুৱাৰ দুজন পুতেকৰ বৰজন কৃষ্ণৰাম যোৰহাটৰ এজন খ্যাতনামা জ্যোতিষী পণ্ডিত আৰু বৈদ্য আৰু সৰুজন দুৰ্গাপ্ৰসাদ শিৱসাগৰ সদৰ তহচিলৰ তহচিলদাৰ আছিল। যাদুৰাম বৰুৱা যোৰহাটত কিছুকাল মুন্সিফ হৈ আছিল। তেওঁ ১৮৫৭ খ্রীষ্টাব্দত উত্তৰ লক্ষ্মীমপুৰ মহকুমাৰ অধিপতি পদ পাইছিল। তিনি বছৰৰ মূৰত তেওঁ বৰপেটালৈ সদৰামীন হৈ যায় আৰু পাছত ডিব্ৰুগড়লৈ বদলি হয়। ১৮৩৯ খ্রীষ্টাব্দত এখন বাংলা





অসমীয়া শব্দকোষ লিখি কৰ্ণেল জেনকিন্সক উপহাৰ দিয়ে কিন্তু দুখৰ বিষয় অভিধানখন প্ৰকাশ নহ'ল। বৰুৱাৰ এই অভিধানখনৰে গইনা লৈহে পিছত ব্ৰনছন চাহাবে অসমীয়া ভাষাৰ প্ৰথম অভিধানখন ৰচনা কৰে।

সেইকালৰ অসমীয়া ভাষাৰ তেওঁ এজন অধিকাৰী পণ্ডিত আছিল বুলি ব্ৰনছনে তেওঁৰ অভিধানৰ পাতনিত লিখা কথাৰ পৰাই বুজিব পাৰি।

**যোগেশ্বৰ গোস্বামী (জন্ম ঃ ১৮২৯, মৃত্যু ঃ ১৯০৬ খ্ৰী)**

১৮২৯ খ্রীষ্টাব্দত যোগেশ্বৰ গোস্বামীয়ে বৰপেটা জিলাত জন্মগ্ৰহণ কৰিছিল। তেওঁ ব্যাসকুছি সত্ৰৰ সত্ৰাধিকাৰ আছিল। তেওঁ ১৮৯৩-৯৪ খ্রীষ্টাব্দৰ বিখ্যাত সৰুক্ষেত্ৰীৰ ৰাইজ মেলৰ অন্যতম প্ৰধান উদ্যোক্তা আৰু নেতা আছিল। তেওঁ এগৰাকী সংস্কৃত পণ্ডিতো আছিল। ধৰ্মীয়, তত্ত্বমূলক আৰু খুহুতীয়া আদি বিভিন্ন ধৰণৰ জনপ্ৰিয় গীত-পদ ৰচনা কৰি থৈ গৈছে। তেওঁৰ দ্বাৰা ৰচিত জনপ্ৰিয় গীত হ'ল—

'মোৰ হোকা চিলিম যোৰা
যতনে ৰাখিবি দেই....'

# ৰ

## ৰঘুদেৱ গোস্বামী

ৰঘুদেৱ গোস্বামী ঊনৈশ শতিকাৰ লোক আছিল। তেওঁৰ পিতৃৰ নাম আছিল চন্দ্ৰকান্ত গোস্বামী। নগাঁও জিলাৰ কলিয়াবৰৰ অন্তৰ্গত জখলাবন্ধা সত্ৰৰ অধিকাৰ ৰঘুদেৱ গোস্বামীয়ে ১৮৮০-৮৬ চনৰ ভিতৰত বৈষ্ণৱ কবিৰ আৰ্হিত 'হিতোপদেশ' গ্ৰন্থ সংস্কৃতৰ পৰা অসমীয়ালৈ অনুবাদ কৰে। তেওঁ *ফল্গু পুৰাণ* আৰু *গোবিন্দ চৰিত* ৰচনা কৰে।

## ৰজনীকান্ত চক্ৰৱৰ্তী

অৰুণোদইৰ লেখক ৰজনীকান্ত চক্ৰৱৰ্তীয়ে ১৮৭৯ খ্ৰীষ্টাব্দত 'ব্যৱহাৰিক মৌখিক গণনা' ৰচনা কৰি উলিয়ায়।

## ৰজনীকান্ত বৰদলৈ (জন্ম ঃ ১৮৬৭, মৃত্যু ঃ ১৯৪০ খ্ৰী.)

ৰজনীকান্ত বৰদলৈৰ জন্ম হয় গুৱাহাটীত। তেওঁৰ পিতৃৰ নাম নৰকান্ত বৰদলৈ আৰু মাতৃ স্বৰ্ণময়ী দেৱী। ১৮৮৫ খ্ৰীষ্টাব্দত ৰজনীকান্তই গুৱাহাটী উচ্চ ইংৰাজী বিদ্যালয়ৰ পৰা মাহে কুৰি টকাৰ ইলিয়ট বৃত্তি লৈ এন্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হয়। ১৮৮৭ খ্ৰীষ্টাব্দত কলিকতাৰ চিটি কলেজৰ পৰা প্ৰথম বিভাগত এফ. এ. উত্তীৰ্ণ হয়। ১৮৮৯ খ্ৰীষ্টাব্দত সুখ্যাতিৰে বি. এ. পৰীক্ষাত উত্তীৰ্ণ হয়। পোনতে তেওঁ ডি. চি. অফিচৰ কেৰাণী পদত নিযুক্ত হৈ পিছলৈ ই. এ. চি.ৰ পদত অধিষ্ঠিত হয়। বৰদলৈয়ে ১৯১৮ খ্ৰীষ্টাব্দত চৰকাৰী কামৰ পৰা অৱসৰ গ্ৰহণ কৰে।

আমাৰ অসমীয়া সাহিত্যৰ জগতত যিসকলে সাৰ-পানী ছটিয়াই নৱোন্মেষণৰ সৃষ্টি কৰিছিল সেইসকলৰ ভিতৰত ৰজনীকান্ত বৰদলৈ অন্যতম। অসমীয়া উপন্যাস সাহিত্যৰ ইতিহাসত বৰদলৈ যুগমীয়া আৰু চিৰ উজ্জ্বল।





যুগস্ৰষ্টা অসমীয়া ঔপন্যাসিক ৰজনীকান্ত বৰদলৈৰ হাততে অসমীয়া ঐতিহাসিক উপন্যাসে অদ্বিতীয় প্ৰতিষ্ঠা লাভ কৰে। ৰজনীকান্ত বৰদলৈক উপন্যাস সম্ৰাট আখ্যাৰে বিভূষিত কৰা হয়। কিয়নো যিখিনি সময়ত স্থৈৰ্য আৰু বৈচিত্ৰ্যহীনতাই অসমীয়া সাহিত্যৰ গতি ৰুদ্ধ কৰা হৈছিল বুলি ভবা হৈছিল সেইখিনি সময়তে এখনৰ পিছত এখনকৈ ন-খন উপন্যাস ৰচনা কৰা বৰদলৈ এই সন্মানৰ যোগ্য অধিকাৰী। বৰদলৈ ৰচিত আঠখনেই বুৰঞ্জীমূলক। 'মিৰি-জীয়ৰী' জনজাতীয় কাহিনীৰ আধাৰত ৰচিত প্ৰথম অসমীয়া সামাজিক উপন্যাস।

বৰদলৈৰ উপন্যাসকেইখন হ'ল—*মিৰি-জীয়ৰী (১৮৯৫), মনোমতী (১৯০২), ৰঙিলী (১৯২৫), ৰাধা-ৰুক্মিণীৰ ৰণ (১৯১৫), নিৰ্মল ভকত (১৯২৬), দন্দুৱা দ্ৰোহ (১৯২৮), ৰহদৈ লিগিৰী (১৯৩০), থাম্বা-থুইবী (১৯৩২), তাম্ৰেশ্বৰী মন্দিৰ (১৯৩৬)*।

অসমৰ পুৰণি কথা, অসমীয়া সংস্কৃতি আৰু অসমীয়া ভাষা-সাহিত্যৰ প্ৰতি বৰদলৈৰ অপৰিসীম শ্ৰদ্ধা আৰু প্ৰবল অনুৰাগ আছিল। তেখেতৰ লিখনীৰ মাজেৰে অসমৰ জ্বলন্ত আৰু যাউতিযুগীয়া ছবি এখন অসমীয়া সমাজক দান দি থৈ গৈছে।

ইতিহাসৰ মৌন তথ্যক কল্পনাৰে ৰসসিক্ত কৰি কৌশলেৰে কাহিনী আৰু চৰিত্ৰ সজীৱ আবেদনশীল কৰি তোলাটোৱেই আছিল বৰদলৈৰ উপন্যাসৰ অন্যতম বৈশিষ্ট্য।

বিশ্বজনীন চিৰন্তন অনুভূতি প্ৰেমে, সোৱণশিৰিৰ পাৰত মুক্ত বিহংগৰ দৰে জীৱন-যাপন কৰা মিৰি-জীয়ৰীজনীৰ সমগ্ৰ সত্তাক সুনিবিড় বন্ধনত শেষ সময়লৈকে এনেকৈ বান্ধিলে যে প্ৰেমৰ আন্তৰিকতাপূৰ্ণ সন্মান কৰি ট্ৰেজেদীৰ ঘন অন্ধকাৰত মিৰি-জীয়ৰীৰ জীৱন হেৰাই গৈছে।

বৰদলৈৰ উপন্যাসকেইখন নায়িকা প্ৰধান। তেওঁৰ উপন্যাসৰ নাৰী চৰিত্ৰকেইটি অসমীয়া সাহিত্যত নজহা-নপমা এক মোহনীয় সৃষ্টি। সেইবুলি নাৰী চৰিত্ৰকেইটি হাতেৰে ঢুকি নোপোৱা আকাশৰ জোনাক নহয় বা উকা চকুৰে আয়তন নিৰূপণ কৰিব নোৱাৰা প্ৰখৰ ভাস্কৰো নহয়।

প্ৰথম দৃষ্টিতেই বৰদলৈৰ উপন্যাসৰ নাৰী চৰিত্ৰকেইটিৰ সৰলতা আৰু ঐকান্তিকতাই গভীৰভাৱে আকৰ্ষণ কৰে। লগতে নাৰী চৰিত্ৰৰ সংযমশীলতা আৰু অসীম ধৈৰ্যই ভাৰতীয় নাৰীৰ ঐতিহ্য অধিক উজ্জ্বল কৰি তুলিছে।

আটাইতকৈ উল্লেখযোগ্য যে ৰজনীকান্ত বৰদলৈক 'অসমীয়া স্কট' আখ্যা দিয়া হয়। ইংৰাজী সাহিত্যৰ ৰোমাণ্টিক যুগৰ শ্ৰেষ্ঠ ঐতিহাসিক ঔপন্যাসিক ছাৰ ৱাল্টাৰ স্কটৰ প্ৰভাৱেৰে প্ৰভাৱান্বিত আমাৰ অসমীয়া সাহিত্যৰ ৰোমাণ্টিক যুগৰ শ্ৰেষ্ঠ ঐতিহাসিক ঔপন্যাসিক ৰজনীকান্ত বৰদলৈ।

দেশৰ অতীতৰ প্ৰতি শ্ৰদ্ধা আৰু আকৰ্ষণ, ৰোমাণ্টিক যুগৰ সাহিত্যিকসকলৰ প্ৰধান বৈশিষ্ট্য স্কটৰ সাহিত্যত যেনেকৈ বিদ্যমান তেনেকৈ বৰদলৈৰ অন্তৰতো উপচি আছিল নিজ দেশৰ প্ৰতি অপৰিসীম ভালপোৱা। এনেকৈ স্কটৰ লগত বৰদলৈৰ ভালেমান সাদৃশ্য আছে। এনে সাদৃশ্য আৰু বৈশিষ্ট্যলৈ লক্ষ্য কৰিয়েই ৰজনীকান্ত বৰদলৈক 'অসমীয়া সাহিত্যৰ স্কট' বোলা হয়।

বৰদলৈৰ অৱদান অকল উপন্যাসৰ দিশতে নাছিল। *জোনাকী, বাঁহী, ঊষা, আসাম হিতৈষী* আদি আলোচনীত তেওঁৰ বুৰঞ্জী, ধৰ্ম, সংস্কৃতি আদি নানা বিষয়ক অনুসন্ধানমূলক প্ৰবন্ধ প্ৰকাশ পাইছিল। *ভোলাই শৰ্মা* ছদ্মনামেৰে তেওঁ কিছু ধেমেলীয়া ৰচনা বাঁহীত প্ৰকাশ কৰিছিল। ১৯৩১-৩২ খ্ৰীষ্টাব্দৰ *আৱাহনত* তেওঁৰ কেইটামান গল্পও প্ৰকাশ হৈছিল। ডিম্বেশ্বৰ নেওগ সম্পাদিত *কাব্য প্ৰতিভাত* বৰদলৈৰ *মানৱ প্ৰতি আক্ৰমণৰ গীত* নামৰ এটি কবিতাও প্ৰকাশ পাইছে।

তেওঁৰ ৰচিত এখনি পাঠ্যপুথি হৈছে—*জ্ঞান সোপান* (১৮৯৭)।

দেখা যায় যে বৰদলৈৰ প্ৰতিভা বিকশিত হৈছে বিভিন্ন দিশত। কিন্তু উপন্যাসৰ ভেটি নিকপকপীয়া কৰি উত্তৰ পুৰুষৰ পথ প্ৰদৰ্শকৰূপে তেওঁ সাহিত্য জগতত চিৰস্মৰণীয় হৈ থাকিব।

**ৰজনীকুমাৰ পদ্মপতি (জন্ম ঃ ১৮৬৬, মৃত্যু ঃ ১৯৪৮ খ্ৰী.)**

তেওঁৰ জন্মস্থান তেজপুৰ চহৰৰে মদপী নামৰ গাঁও অঞ্চলত।





ৰত্নেশ্বৰ মহন্ত, বেজবৰুৱা, গোহাঞিবৰুৱা আদি বিশিষ্ট সাহিত্যিকসকলৰ তেওঁ সম-সাময়িক। ১৮৮৭ খ্ৰীঃত স্কুলীয়া শিক্ষা তেজপুৰতে শেষ কৰি তেওঁ কলিকতাত এফ. এ.লৈকে পঢ়ে। কিন্তু পিতৃ বিয়োগ হোৱাত তেওঁ ঘৰলৈ আহি আদালতত চৰকাৰী চাকৰি গ্ৰহণ কৰে। অসম আৰু অসমীয়াক ভালপোৱা পদ্মপতিয়ে বাঁহী আৰু ঊষা আলোচনীত তেওঁ পুৰাতত্ত্ব সম্বন্ধে ভালেমান গৱেষণামূলক প্ৰবন্ধ প্ৰকাশ কৰিছিল। পুৰাণ আদি সংস্কৃত গ্ৰন্থত থকা অসম সম্বন্ধীয় তথ্যবোৰো তেওঁ উদঘাটন কৰে। পুৰাতত্ত্ব সম্বন্ধীয় অনুসন্ধান কাৰ্যৰ তেওঁ অন্যতম বাটকটীয়া আছিল। তেওঁৰ এই কাৰ্যত আনন্দচন্দ্ৰ আগৰৱালা প্ৰধান সহযোগী কৰ্মী আছিল। ১৯১২ খ্ৰীষ্টাব্দত স্থাপিত হোৱা তেওঁ *কামৰূপ অনুসন্ধান সমিতিৰ* প্ৰথম কাৰ্য নিৰ্বাহকৰ অন্যতম সদস্য আছিল।

তেওঁৰ প্ৰকাশিত গ্ৰন্থসমূহৰ ভিতৰত প্ৰধান হ'ল *পুৰণি অসমত এভুমুকি* (১৯১১ খ্ৰী.)। বাকী আটাইকেইখন গ্ৰন্থ তেওঁ ইংৰাজীত প্ৰকাশ কৰিছে। কিন্তু অসমীয়া ভাষাতে তেওঁ বিভিন্ন আলোচনীত ভূগোল, পুৰাতত্ত্ব, উদ্ভিদবিদ্যা আদি বিষয়ক প্ৰবন্ধ লিখিছিল।

**ৰত্নধৰ বৰুৱা (জন্ম ঃ ১৮৬৪, মৃত্যু ঃ ১৮৯৪ খ্ৰী.)**

ৰত্নধৰ বৰুৱাই ১৮৬৪ খ্ৰীষ্টাব্দত নগাঁৱত জন্ম লাভ কৰিছিল। তেওঁ ১৮৮২-৮৩ খ্ৰীষ্টাব্দত এণ্ট্ৰেন্স পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হৈ সোণৰ আৰু ৰূপৰ পদক লাভ কৰে। তেওঁ কলিকতাত উচ্চ শিক্ষা লাভ কৰা সময়ৰ ভিতৰতে তিনিজন সহপাঠীৰ লগ লাগি *ভ্ৰমৰংগ* নাটখনি ইংৰাজীৰ পৰা অসমীয়ালৈ ভাঙনি কৰে। নাটখনৰ মূল ছেক্সপীয়েৰৰ 'Comedy of Errors' এইখনেই ইংৰাজী নাটকৰ প্ৰথম অসমীয়া ভাঙনি। ১৮৮৭-৮৯ খ্ৰীষ্টাব্দৰ ভিতৰত এই নাটখনি ছপা কৰি উলিয়ায়। এইজনা ব্যক্তিয়ে ১৮৯৪ খ্ৰীষ্টাব্দত ইহলীলা সম্বৰণ কৰে। তেওঁৰ সহযোগী নাট্যকাৰসকল হ'ল ঘনশ্যাম বৰুৱা (১৮৬৭-১৯২৩), ৰমাকান্ত বৰকাকতী (১৮৬০-১৯৩৫) আৰু গুঞ্জানন বৰুৱা (১৮৬০-১৯৩৬)।

**ৰমাকান্ত চৌধুৰী (জন্ম ঃ ১৮৪৬, মৃত্যু ঃ ১৮৮৯ খ্ৰী.)**

১৮৪৬ খ্ৰীষ্টাব্দত অবিভক্ত কামৰূপ জিলাৰ নলবাৰী অঞ্চলৰ বতাহগিলা গাঁৱত ৰমাকান্ত চৌধুৰীৰ জন্ম হয়। তেওঁৰ ককাদেউতাক আছিল এজন পাঞ্জাৱী চুবাদাৰ, নাম কানুচিং। চৌধুৰীৰ দেউতাকৰ নাম আছিল লক্ষ্মীকান্ত চৌধুৰী। ১৮৭০ খ্ৰীষ্টাব্দত গুৱাহাটীৰ কলেজিয়েট স্কুলৰ পৰা এন্ট্ৰেন্স পৰীক্ষা পাছ কৰি তেওঁ এফ. এ. মহলাতো উত্তীৰ্ণ হয়। চৌধুৰী বংশৰ এওঁয়েই প্ৰথম উচ্চ ইংৰাজী শিক্ষিত এফ. এ. মহলাত তেওঁ উচ্চ শিক্ষাৰ্থে কলিকতালৈ যাবলৈ যো-জা কৰিছিল যদিও সি হৈ নুঠাত গুৱাহাটীৰ কছাৰীত আমোলা হিচাপে সোমায়। গোৱালপাৰা, ধুবুৰী আদিত চাকৰি কৰি শেষৰ ফালে পুনৰ গুৱাহাটীলৈ চিৰস্তাদাৰ হৈ আহে আৰু উজান বজাৰত ককায়েক দুলাল চন্দ্ৰৰ লগত স্থায়ীভাৱে থাকিবলৈ লয়। তেওঁ ১৮৭৫ খ্ৰীষ্টাব্দত মধুসূদন দত্তৰ *মেঘনাদ বধ কাব্যৰ* অনুকৰণত অমিত্ৰাক্ষৰ ছন্দত *অভিমন্যু বধ* কাব্য ৰচনা কৰে। *সীতাহৰণ* নামৰ নাটিকা এখনো তেওঁ প্ৰকাশ কৰিছিল। ৰমাকান্ত চৌধুৰীয়ে *বাৰণ বধ* নামে আন এখন নাটক লিখিছিল। এই নাটকখন মঞ্চাভিনয় হৈছিল যদিও দুৰ্ভাগ্যবশতঃ এই নাটখন প্ৰকাশ নাপালে। ৰমাকান্ত চৌধুৰীৰ কৰ্ম জীৱনৰ মাজবাটতে বিধিয়ে বিধি-পথালি দি তেওঁক চিৰদিনৰ বাবে আঁতৰাই লৈ গুচি গ'ল ১৮৮৯ খ্ৰীষ্টাব্দৰ মাঘ মাহৰ কৃষ্ণা পঞ্চমী তিথিৰ দিনা।

**ৰমাকান্ত বৰকাকতী (জন্ম ঃ ১৮৬০, মৃত্যু ঃ ১৯৩৫ খ্ৰী.)**

১৮৬০ খ্ৰীষ্টাব্দত ৰমাকান্ত বৰকাকতীয়ে শিৱসাগৰ মহকুমাৰ চাৰিং মৌজাৰ দুৱাৰ কাকতী গাঁৱত জন্ম হয়। বৰকাকতীয়ে শিৱসাগৰ হাইস্কুলৰ পৰা এন্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতাৰ পৰা বি. এ. পাছ কৰে আৰু কলিকতা হাইকোৰ্টত অসমীয়া অনুবাদকৰ কাম কৰিবলৈ লয়। তাৰ পাছত তেওঁ বি. এল. পাছ কৰি সেই চাকৰিতে বহুদিন থাকে। ছেক্সপীয়েৰৰ বিখ্যাত নাটক 'Comedy of Errors' ৰ অনুবাদ কৰি *ভ্ৰমৰংগ* প্ৰস্তুত কৰা কাৰ্যত তেওঁ বাকীকেইজনৰ লগত সহযোগ কৰি সাহিত্য ক্ষেত্ৰত





সুনাম অৰ্জন কৰে। লম্বোদৰ বৰাৰ *শকুন্তলা* অনূদিত নাটৰ প্ৰকাশ বিষয়তো বৰকাকতীয়ে ভালেখিনি সহায় কৰিছিল। ১৯৩৫ খ্ৰীষ্টাব্দত ৰমাকান্ত বৰকাকতী স্বৰ্গগামী হয়।

**ৰতিকান্ত দ্বিজ (১৮-১৯ শতিকা)**

ৰতিকান্ত দ্বিজ মঙলদৈ অঞ্চলৰ লোক। চাৰুচন্দ্ৰ আৰু চাৰুভদ্ৰ ব্ৰাহ্মণ ভাতৃদ্বয়ক দৰঙী ৰজাই এহাজাৰ পুৰা মাটি ব্ৰহ্মোত্তৰ হিচাপে দি 'হাতীবৰুৱা' উপাধি প্ৰদান কৰা বংশত জন্ম হৈছিল ৰতিকান্ত দ্বিজৰ। ৰতিকান্ত দ্বিজে দৰঙী ৰজা জয়নাৰায়ণৰ আমোলত সভা কবি হৈছিল। তেওঁৰ সতীৰ্থ পণ্ডিতকেইজন হ'ল—নন্দেশ্বৰ দ্বিজ, নৰোত্তম দ্বিজ, খৰ্গেশ্বৰ দ্বিজ, বিশ্বেশ্বৰ দ্বিজ। এই চাৰিজনে *ব্ৰহ্মবৈৱৰ্ত্তপুৰাণৰ* সম্পূৰ্ণ পদ ভাঙনি কৰিছিল। ৰতিকান্তই পুৰাণ খনৰ চাৰিভাগৰ তিনিভাগ নিজেই ৰচনা কৰিছিল। পুথিখন সম্পূৰ্ণ হয় ১৭৯৫ খ্ৰীষ্টাব্দত। তেওঁ ১৮০০ খ্ৰীষ্টাব্দত *ৰাজবংশাৱলী* নামৰ এখনি পদ লিখিছিল। সেইখন *খড়গনাৰায়ণ বংশাৱলী* নামে পৰিচিত হয়।

**ৰবিচন্দ্ৰ ডেকা**

ৰবিচন্দ্ৰ ডেকাৰ দ্বাৰা ৰচিত এখন আইন সম্পৰ্কীয় পুথি হ'ল *আসাম দণ্ডবিধি আইন*।

**ৰবিনাৰায়ণ বৰা**

ৰবিনাৰায়ণ বৰা এগৰাকী *আসাম বন্ধুৰ* লেখক আছিল। তেওঁৰ *মনুষ্যৰ ক্ষুদ্ৰত্ব আৰু মহত্ব* নামৰ এটি অতি সুন্দৰ প্ৰৱন্ধ প্ৰকাশ পাইছিল *আসাম বন্ধুত*।

**ৰত্নেশ্বৰ মহন্ত (জন্ম ঃ ১৮৬৪, মৃত্যু ঃ ১৮৯৩ খ্ৰী.)**

উত্তৰ লক্ষ্মীমপুৰৰ বলিয়াগৰু সত্ৰৰ সত্ৰাধিকাৰ থানেশ্বৰ মহন্ত আৰু জয়ন্তী দেৱীৰ একমাত্ৰ পুত্ৰ ৰত্নেশ্বৰ মহন্তৰ জন্ম হয় গুৱাহাটীত। ১৮৮০

খ্ৰীষ্টাব্দত গুৱাহাটীৰ পৰাই তেওঁ প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। উচ্চ শিক্ষাৰ বাবে কলিকতালৈ গৈছিল যদিও আৰ্থিক অভাৱৰ বাবে সিমানতেই শিক্ষা সাং কৰিবলগীয়া হয়। পিছত তেওঁ নগাঁৱৰ পুৰণিগুদামৰ মোমায়েকৰ ঘৰলৈ যায়। গুণাভিৰাম বৰুৱাই তেওঁক নগাঁৱত কেৰাণীৰ চাকৰি এটাত নিযুক্তি দিয়ে। ১৮৯৩ খ্ৰীষ্টাব্দত কলাজ্বৰৰ আক্ৰমণত তেওঁ অকালতে মৃত্যুক আকোঁৱালি ল'ব লগা হয়।

উনত্ৰিশ বছৰীয়া চমু জীৱনকালছোৱাতে মহন্তই অসমীয়া সাহিত্যলৈ বিভিন্ন বৰঙণি আগবঢ়াই থৈ গৈছে। নিজা নাম আৰু ৰামদাস গোস্বামী ছদ্মনামত আসাম বন্ধু আৰু জোনাকী আলোচনীত তেওঁ ভালেখিনি গদ্য আৰু পদ্য প্ৰকাশ কৰে। তাৰ ভিতৰত 'জয়মতী কুঁৱৰী' আৰু 'লাঙি গদাপাণি' প্ৰবন্ধ দুটা অতি মূল্যৱান। তেওঁ আছিল একাধাৰে কবি, নাট্যকাৰ আৰু প্ৰবন্ধকাৰ। তেওঁৰ একমাত্ৰ প্ৰকাশিত নাটকখন হ'ল—'দ্ৰৌপদী হৰণ' (মহাভাৰতৰ কাহিনীৰ আধাৰত ৰচিত)। তেওঁ বুৰঞ্জীমূলক বহু প্ৰবন্ধ-পাতি ৰচনা কৰিছিল। কবিতাহাৰ তেওঁৰ তিনিটা খণ্ডত প্ৰকাশিত কবিতাপুথি। আধুনিক অসমীয়া সাহিত্যৰ প্ৰথম কবিতা সংকলন হিচাপে 'কবিতাহাৰ' কাব্যপুথিখন নিৰ্বাচন কৰা হয় পুথিখন এটা সময়ত স্কুলীয়া পাঠ্যপুথি আছিল। তেওঁৰ বুৰঞ্জীমূলক প্ৰবন্ধবোৰৰ ভিতৰত উল্লেখযোগ্য হ'ল *'জয়মতী কুঁৱৰী', 'অসমত মান', 'ৰাম-সৰস্বতী', 'মোৱমৰীয়া বিদ্ৰোহ'* আদি। ইয়াৰোপৰি 'অসমীয়া আৰু বিদেশী সাজ ভাৱনা' বিবাহ' আদি সমাজ সমালোচনামূলক প্ৰবন্ধসমূহে ঊনবিংশ শতিকাৰ বিদ্বান অসমীয়াসকলৰ মাজত ৰত্নেশ্বৰ মহন্তক প্ৰখ্যাত কৰি তুলিছিল।

*দ্ৰৌপদী হৰণ, জয়দ্ৰথ বধ, গোপ-লীলা আৰু হৰিশ্চন্দ্ৰ* এই চাৰিখন নাটক ৰচনা কৰিয়েই ৰত্নেশ্বৰ মহন্তই নাট্যকাৰ ৰূপে পৰিগণিত হৈছিল। *দ্ৰৌপদীৰ বেণীবন্ধন* নাটকে ধৰি আন কেইবাখনো পুথি হাতে লিখা অৱস্থাতে থাকিল। ৰত্নেশ্বৰ মহন্তৰ অপূৰ্ব কবি প্ৰতিভাৰ আভাস পাব পাৰি *গাঁৱলীয়া বোৱাৰী* কবিতাটিৰ আৰম্ভণিৰে পৰাই—

*'ফেঁচাই উৰুলি দিলে পূবে বগা ডাঁৱ*
*বাহিৰে পোহৰ কিন্তু ভিতৰে আন্ধাৰ*





*কু কু কু কু বুলি কুকুৰাই কণ্ঠ তুলি*
*পুৱাল ৰজনী বুলি জনালে জগৎ।*
*গাঁৱলীয়া বোৱাৰীৰ আহ্লাদ মনত।*
*শীতৰ অমোঘ অস্ত্ৰ নিহালি পেলালে;*
*বুকুৰ কেঁচুৱা এৰিলেক ডালে পালে,*
*বিসৰ্জিলা এলাহক সাৰটিলা সুকাৰ্য্যক*
*নিদ্ৰাগতা কাৰ্য্য মূৰ্তি যেন সাৰ পালে,*
*গৃহলক্ষ্মী সাৰ পালে অথবা কপালে।'*

**ৰাধাকান্ত সন্দিকৈ (জন্ম ঃ ১৮৪৭, মৃত্যু ঃ ১৯৫২ খ্ৰী.)**

তেওঁৰ জন্ম হয় যোৰহাটৰ চেতিয়া গাঁৱত। পিতৃৰ নাম সোণাৰাম জালভাৰী ফুকন আৰু মাতৃৰ নাম বৰকুকৈ। চুড়ামণি পাঠশালাৰ পৰা তেওঁ ১৯৭২ -৭৩ খ্ৰীষ্টাব্দত বৃত্তিসহ পৰীক্ষাত উত্তীৰ্ণ হয় আৰু তাৰ পিছত সেই সময়ৰ স্কুল পৰিদৰ্শকৰ ৰত্নধৰ বৰুৱাৰ ঘৰত থাকি শিৱসাগৰ হাইস্কুলৰ পৰা ১৮৮৩ খ্ৰীষ্টাব্দত এন্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হয়। পিছত কলিকতাৰ জেনেৰেল এচেম্বলি ইন্সটিটিউটৰ চিটি কলেজত নাম ভৰ্তি কৰে। ১৮৮৪ খ্ৰীষ্টাব্দত তেওঁ এফ. এ. উত্তীৰ্ণ হৈ বি. এ.ত ভৰ্তি হয়। শেষলৈ ঘৰুৱা অসুবিধাৰ বাবে পঢ়া বাদ দি ১৯১৬ খ্ৰীষ্টাব্দত ডাইৰেক্টৰ হিচাপে থাকি স্ব-ইচ্ছাৰে অৱসৰ লয়। নাৰায়ণী সন্দিকৈৰ লগত তেওঁ বিবাহ পাশত আবদ্ধ হয় ১৮৯৭ খ্ৰীষ্টাব্দত। ১৯০৭ খ্ৰীষ্টাব্দত সন্দিকৈয়ে 'ৰায় বাহাদুৰ' খিতাপ অৰ্জন কৰে। তেওঁ জগন্নাথ বৰুৱাৰ সহায় আৰু উদগনিত প্ৰথমে *ভিতৰুৱাল* আৰু পিছত *ৰটিমন* নামৰ চাহ বাগিচা খুলি যথেষ্ট সম্পত্তিৰ অধিকাৰী হয়।

ৰাধাকান্ত সন্দিকৈ দানবীৰ আছিল। তেওঁৰ দুই পুত্ৰ চন্দ্ৰকান্ত আৰু ইন্দ্ৰকান্তৰ স্মৃতিত *অসম সাহিত্য সভাক* ত্ৰিশ হাজাৰ টকা দান কৰিছিল। সেই ধনেৰেই ১৯২৬ খ্ৰীষ্টাব্দত চন্দ্ৰকান্ত সন্দিকৈ ভৱন স্থাপিত হয় আৰু ১৯৩৩ খ্ৰীষ্টাব্দত 'চন্দ্ৰকান্ত অভিধান' সংকলিত হয়। বুৰঞ্জী আৰু পুৰাতত্ত্ব

বিভাগৰ ঘৰ 'নাৰায়ণী সন্দিকৈ ভৱন'ৰ বাবে তেওঁ দহ হাজাৰ টকা দান কৰে ১৯৩৬ খ্ৰীষ্টাব্দত। গুৱাহাটীৰ সন্দিকৈ ছোৱালী কলেজৰ বাবে ১৯৪০ খ্ৰীষ্টাব্দত প্ৰথমে দহ হাজাৰ আৰু পিছত ষাঠি হাজাৰ টকা দান কৰিছিল। সাহিত্যৰ প্ৰতিও তেওঁৰ ৰাপ আছিল গভীৰ। কলিকতাত পঢ়া কালতে তেওঁ অ-ভা-উ-সা সভাৰ গঠনত সহায় কৰিছিল। তেওঁৰ ৰচিত এখন পাঠ্যপুথি হ'ল—পদাৰ্থ বিজ্ঞান আৰু নাটক, মূলা গাভৰু (১৯২৪ খ্ৰীষ্টাব্দ)। দুই-এটি গীতো তেওঁ ৰচনা কৰিছিল। যোৰহাটত বহা অসম সাহিত্য সভাৰ পঞ্চম অধিৱেশনৰ আদৰণি সভাৰ তেওঁ সভাপতিৰ পদত আছিল। ৰাধাকান্ত সন্দিকৈ কৃষ্ণকান্ত সন্দিকৈৰ পিতৃ।

**ৰাধানাথ চাংকাকতি (জন্ম ঃ ১৮৫৩, মৃত্যু ঃ ১৯২৩ খ্ৰী.)**

ৰাধানাথ চাংকাকতিয়ে ১৮৫৩ খ্ৰীষ্টাব্দত ডিব্ৰুগড়ত জন্মগ্ৰহণ কৰিছিল। তেওঁৰ পিতৃ দুতিৰাম আৰু মাতৃ ৰূপহী আছিল। তেওঁ ডিব্ৰুগড়ৰ পৰা এন্ট্ৰেন্স পৰীক্ষা পাছ কৰি ডিব্ৰুগড় কাছাৰীত আমোলা হিচাপে চাকৰি জীৱনৰ পাতনি মেলে। *টাইমছ অব আছাম* নামৰ প্ৰথমখন অসমীয়া কাকতৰ তেওঁ গুৰি ধৰোঁতা, পৰিচালক-প্ৰতিষ্ঠাতা আৰু সম্পাদক আছিল। এই কাকতেই আছিল আটাইতকৈ পুৰণি কাকত ইংৰাজী আৰু অসমীয়া দুয়োবিধ ধৰি। ১৮৯৫ খ্ৰীষ্টাব্দৰ ৫ জানুৱাৰীৰ পৰা একেৰাহে ১৯৪৭ খ্ৰীষ্টাব্দলৈকে এই কাকতখন চলে। ৰাধানাথ চাংকাকতিয়ে মৃত্যুৰ কাললৈকে এই কাকতৰ সম্পাদনা কৰিছিল। এই কাকতখন অনেক বছৰ প্ৰত্যেক শনিবাৰে নিয়মীয়াকৈ ওলাইছিল। *টাইমছ অব আচাম* চলোৱাৰ উপৰিও ডিব্ৰুগড়ৰ পৰাই ওলোৱা মাহেকীয়া আলোচনী *অসমীয়াৰ* তেওঁৰ কিছুকাল সম্পাদক আছিল।

**ৰাধানাথ ফুকন (জন্ম ঃ ১৮৭৫, মৃত্যু ঃ ১৯৬৪ খ্ৰী.)**

স্নাতকোত্তৰ উপাধি লাভ কৰা প্ৰথম অসমীয়া আধ্যাত্মিক চিন্তা-চৰ্চা কৰা বিশিষ্ট দাৰ্শনিক পণ্ডিত তথা অসমীয়া ভাষা উন্নতি সাধিনী





সভাৰ একনিষ্ঠ সদস্য ৰাধানাথ ফুকনৰ জন্ম হয় ১৮৭৫ খ্ৰীষ্টাব্দৰ ১৫ জুনত, যোৰহাটত। দীননাথ বেজবৰুৱাৰ টোলত সংস্কৃত শিক্ষাৰে শিৱসাগৰত হাইস্কুলীয়া শিক্ষা লাভ কৰা ফুকনে কলিকতাৰ প্ৰেছিডেন্সি কলেজৰ পৰা ১৮৯৩ খ্ৰীষ্টাব্দত এফ. এ. আৰু ১৮৯৫ খ্ৰীষ্টাব্দত বি. এ. পৰীক্ষাত উত্তীৰ্ণ হয়। একে কলেজৰ পৰাই পদাৰ্থ বিজ্ঞানত এম. এ. উপাধি লাভ কৰে ১৮৯৭ খ্ৰীষ্টাব্দত। তেওঁ ১৮৯৮ খ্ৰীষ্টাব্দত ৰিপণ কলেজৰ পৰা বি. এল. পৰীক্ষাত উত্তীৰ্ণ হৈ যোৰহাটত ওকালতি আৰম্ভ কৰে। ১৯৩১ খ্ৰীষ্টাব্দত ফুকনে জিলা ন্যায়াধীশ হিচাপে চৰকাৰী চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰে।

অৱসৰৰ পিছত ফুকনে পাণ্ডিত্যপূৰ্ণ ৰচনাত মনোনিৱেশ কৰি কেইবাখনো গ্ৰন্থ ৰচনা কৰিছিল। অসমীয়া ভাষাত বিজ্ঞান-চৰ্চাৰ ক্ষেত্ৰ তো তেওঁৰ বিশেষ অৱদান আছে। বিশেষকৈ আধুনিক বিজ্ঞানৰ দাৰ্শনিক ব্যাখ্যা আগবঢ়াই অসমীয়া বিজ্ঞান সাহিত্যত তেওঁ এক নতুন মাত্ৰা দিব পাৰিছিল। ৰাধানাথ ফুকনৰ বিখ্যাত ৰচনাসম্ভাৰ হ'ল—*বেদান্ত দৰ্শন (১৯৫১), শ্ৰীমদ্ভগৱদ্গীতা (১৯৫২) কথাৰে উপনিষদ (১৯৫৪), বিজ্ঞানৰ সিপাৰে (১৯৫৫), জন্মান্তৰৰ ৰহস্য (১৯৫৭), সাংখ্য দৰ্শন (১৯৫৯)।*

তেওঁৰ ইংৰাজীত ৰচিত গ্ৰন্থ দুখন হ'ল—*দি থিঅ'ৰি অব ৰি-বাৰ্থ (১৯৬২) আৰু দি সাংখ্যকাৰিকা অব ঈশ্বৰকৃষ্ণ (১৯৬২)*। যোৰহাট গীতাৰ্থী সমাজৰ মুখপত্ৰ *পাঞ্চজন্যত* ১৯৫৬ খ্ৰীষ্টাব্দৰ পৰা ১৯৬৩ খ্ৰীষ্টাব্দলৈকে তেওঁৰ মুঠ একত্ৰিশটা দাৰ্শনিক প্ৰবন্ধ প্ৰকাশিত হৈছিল। অসম সাহিত্য সভাৰ যোৰহাটত বহা ত্ৰয়োবিংশ অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ তেওঁ সভাপতি আছিল। সংস্কৃত ভাষা-সাহিত্যত বুৎপত্তি থকাৰ বাবেই ফুকনে অসম সংস্কৃত সমিতিৰ দ্বাবিংশ সমাৱৰ্তন উৎসৱৰ সভাপতিৰ পদো অলংকৃত কৰিছিল ১৯৫৬ খ্ৰীষ্টাব্দত। ১৯১৪ খ্ৰীষ্টাব্দত ফুকনদেৱক বৃটিছ চৰকাৰে ৰায়বাহাদুৰ উপাধি প্ৰদান কৰিছিল আৰু ১৯৬৪ খ্ৰীষ্টাব্দত গুৱাহাটী বিশ্ববিদ্যালয়ে ডি. লিট্ উপাধি দিছিল।

**ৰাধিকাৰাম ঢেকিয়ালফুকন (জন্ম ঃ ১৮৫৪, মৃত্যু ঃ ১৮৯৬ খ্ৰী.)**

১৮৫৪ খ্ৰীষ্টাব্দত ৰাধিকাৰাম ঢেকিয়ালফুকনে নগাঁৱত জন্ম গ্ৰহণ কৰিছিল। তেওঁৰ পিতৃ স্বনামধন্য আনন্দৰাম ঢেকিয়ালফুকন। ৰাধিকাৰাম ঢেকিয়ালফুকনৰ বায়েকৰ নাম পদ্মাৱতী দেৱী ফুকননী। কম বয়সতে পিতৃক হেৰুওৱাৰ লগা হোৱাত সম্পৰ্কীয় ককায়েক গুণাভিৰাম বৰুৱাই তেওঁৰ তত্ত্বাৱধান লৈছিল। ৰাধিকাৰামে গুৱাহাটী চেমিনাৰীৰ পৰা দ্বিতীয় বিভাগত এন্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতাত দুবছৰ পঢ়ি ১৮৭৩ খ্ৰীষ্টাব্দত বিলাতলৈ যায়। বিলাতত গৈ তেওঁ উচ্চ শিক্ষা লাভ কৰে। ৰাধিকাৰাম ইংলেণ্ডলৈ ব্যৱস্থা শাস্ত্ৰ শিকিবলৈ যায়। কিন্তু দেশলৈ উভতি আহোঁতে তেওঁ বেৰিষ্টাৰ হৈ অহা নাছিল, আহিছিল হাইডেলবাৰ্গৰ (Heidelberg) ডি. এছ. ছি. (D. Sc.) হৈ। তেওঁ অসমৰ প্ৰথম ডক্টৰেট আছিল। তেওঁ এজন সংগীতজ্ঞ আছিল আৰু তেওঁৰ পাশ্চাত্য সংগীতৰ চৰ্চা কৰিছিল বুলিও জনা যায়। তেওঁ অসমীয়া নামো গাব পাৰিছিল। তেওঁ ইংৰাজ মহিলা এগৰাকীক বিয়া কৰাই বিলাততে স্থায়ীভাৱে বাস কৰিছিল। তেওঁ বাইছ বছৰকাল ইউৰোপত থাকি ভাৰতলৈ আহি চেনিকল এটাত কিছুকাল কাম কৰিছিল।

তেওঁ 'ঢেকিয়ালফুকন' বুলি নিজৰ নাম কৈছিল। দৰ্শন পত্ৰিকাত এওঁৰ নাম R. Dhekial Phookan দিছিল। সংক্ষেপে ক'বলৈ গ'লে R. D. Phookan বুলিছিল। এইজনা ব্যক্তিয়ে ভাৰতৰ প্ৰয়াগত আহি ১৮৯৬ খ্ৰীষ্টাব্দত প্ৰাণ হেৰুৱালে।

১৮৯০ খ্ৰীষ্টাব্দৰ ২৬ জুলাই তাৰিখে তেওঁ হাইডেলবাৰ্গ বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট ডিগ্ৰী পাইছিল। তেওঁয়েই এতিয়া অসমৰ প্ৰথম এম. এ. আৰু প্ৰথম ডক্টৰেট বুলি স্বীকৃত হৈছে।

**ৰুচিনাথ কামৰূপী**

মানৰ আক্ৰমণৰ পূৰ্বেই ৰুচিনাথ কামৰূপী নামৰ এগৰাকী পণ্ডিতে *সংস্কৃত-আসামী-কামৰূপী* নামেৰে শব্দকোষ এখন প্ৰণয়ন কৰিছিল।





হাতে লিখা অসম্পূৰ্ণ অপ্ৰকাশিত এই পুথিখন বৃটিছ মিউজিয়ামত ইণ্ডিয়া অফিচ লাইব্ৰেৰীত সংৰক্ষিত হৈ আছে। গ্ৰন্থখন ১৮১০ খ্ৰীষ্টাব্দত ইয়াত পঞ্জীবদ্ধ হোৱা বুলি জনা যায়।

পুথিখনত ক্ৰমে সংস্কৃত-অসমীয়া আৰু কামৰূপী সমাৰ্থক শব্দ আছে। পুথিখনৰ পৃষ্ঠা প্ৰায় ১৩০।

ইণ্ডিয়া অফিচ লাইব্ৰেৰীত পঞ্জীয়ন হওঁতে গ্ৰন্থখনৰ উল্লেখ এনেদৰে কৰা হৈছিল—*Vocabulary of the Kamrupi Language from Ruchinath Kamrupi.*

গ্ৰন্থখনিৰ প্ৰতিলিপি এটা আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃত সন্থাৰ গ্ৰন্থাগাৰত অনা হৈছে। যোৰহাটত বৰ্তমান প্ৰস্তুত হৈ থকা জাতীয় অভিধানৰ কাৰ্যালয়তো এই অভিধানৰ বিতং তথ্য আনিব পাৰিছে বুলি জনা গৈছে।

বাইবেলৰ অসমীয়া অনুবাদ *ধৰ্মপুস্তক* (১৮১৩ খ্ৰী.) প্ৰকাশ হোৱাৰ আগতেই এগৰাকী অসমীয়া পণ্ডিতে এনেদৰে অসমীয়া শব্দকোষ বা অভিধান প্ৰণয়নৰ প্ৰয়াস কৰাতো অত্যন্ত গুৰুত্বপূৰ্ণ।

ৰুচিনাথ পণ্ডিতে সম্ভৱতঃ অষ্টাদশ শতাব্দীৰ শেষভাগ আৰু উনবিংশ শতিকাৰ একেবাৰে আদি ভাগতে এই পুথি প্ৰণয়ন কৰিছিল। শব্দকোষখনত উজনিৰ আহোম ভাষাৰ ব্যৱহৃত অসমীয়া শব্দৰ প্ৰয়োগ হৈছে। তেওঁক উজনিৰ আহোম পৰিয়ালৰ লোক বুলি ভবা হৈছে। ১৮১০ খ্ৰীষ্টাব্দত লণ্ডনত পুথিভঁৰালত সংৰক্ষিত হোৱাত অসমত সৌভাগ্যবশতঃ এই পুথি বিলুপ্ত হৈ নগ'ল।

**ৰুদ্ৰৰাম বৰদলৈ (জন্ম ঃ ১৮৩৬, মৃত্যু ঃ ১৮৯৯ খ্ৰী)**

ৰুদ্ৰৰাম বৰদলৈৰ জন্ম হৈছিল ১৮৩৬ খ্ৰীষ্টাব্দত। তেওঁৰ ৰচিত *বঙাল-বঙালনী* নামৰ এখন সামাজিক নাটক ১৮৭১ খ্ৰীষ্টাব্দত প্ৰকাশিত হয়। তেওঁ *ৰত্নমণি* (১৮৮৫) নামৰ জ্যোতিষৰ পুথি, *কুটুম* নামে সামাজিক

নাট আৰু *অসমৰ ফৌজদাৰী আৰু দেৱানী কাৰ্য-ব্যৱস্থা*, অসমীয়া নামেৰে অসমীয়া পুথি ৰচনা কৰিছিল যদিও শেষৰখন পুথি অপ্ৰকাশিত হৈ আছে। *ৰত্নমণি*খন ছপা হৈছিল বুলি জনা যায়।

নাটকখনৰ অন্যতম বৈশিষ্ট্য হ'ল ইয়াৰ ভাষা। নাটকখন উদ্দেশ্যধৰ্মী। এই সম্পৰ্কে পাতনিত নাট্যকাৰে লিখিছে—'দেশৰ কোনো কোনো অলংকাৰ নিবৃত্তি হ'বৰ উদ্দেশ্যেৰে এই পুস্তকখনি ৰচনা কৰা হ'ল। এই নাটকত অধঃপতিত শ্ৰেণী বিশেষৰ ব্যংগ চিত্ৰ দাঙি ধৰা হৈছে।' 'কানীয়া কীৰ্তন'ৰ পাছতে অসমীয়া আধুনিক সাহিত্যৰ দ্বিতীয় সামাজিক প্ৰহসন নাট *বঙাল-বঙালনী*। আধুনিক নাটৰ ৰূপত নাট্য সাহিত্যৰ তিনিজন বাটকটীয়াৰ ভিতৰত ৰুদ্ৰৰাম বৰদলৈ অন্যতম খনিকৰ।





# ল

**লঘনুৰাম চৌধুৰী (জন্ম ঃ ১৮৬৫ খ্ৰী)**

লঘনুৰাম চৌধুৰীয়ে ১৮৬৫ খ্ৰীষ্টাব্দত বাহজানি মৌজাৰ অৰৰা গাঁৱত জন্মগ্ৰহণ কৰে। তেওঁ চাকৰি সূত্ৰে ৰঙিয়াত বাস কৰিছিল। তেওঁ পাগুৰী মৌজাৰ ৰঙিয়া মাইনৰ স্কুল আৰু পাছত ৰঙিয়া হাইস্কুল, ৰঙিয়া উচ্চতৰ মাধ্যমিক বিদ্যালয় আদি প্ৰতিষ্ঠা কৰে। তাত তেওঁৰ নামত লঘনুৰাম চৌধুৰী হল আছে। চৌধুৰীৰ প্ৰকাশিত পুথি হ'ল—*ফঁকৰা যোজনা আৰু সৰ্বজান*।

**লৰফৰাম নাথ ভাৰৰীয়া (জন্ম ঃ ১৮৬৫, মৃত্যু ঃ ১৯৩৫ খ্ৰী)**

১৮৬৫ খ্ৰীষ্টাব্দত লৰফৰাম নাথ ভাৰৰীয়াই বৰনগৰৰ ৰহা গাঁৱত জন্মগ্ৰহণ কৰিছিল। তেওঁ এগৰাকী হাস্যৰসিক কবি। তেওঁৰ কবিতাত অফুৰন্ত হাস্যৰস প্ৰকাশ পাইছে। তেওঁৰ ৰচনাত প্ৰকাশ পায় সত্যবাদী আৰু সৎসাহসী স্বভাৱ। তেওঁৰ কবিতা প্ৰকাশ পাইছে—

"ৰজাক নুবুলো দেউ
যদি সুশাসন নকৰে
গুৰুক নকৰো সেউ
যদি বীজমন্ত্ৰ পাহৰে।"

**ললিতচন্দ্ৰ ৰায়মেধি**

ললিতচন্দ্ৰ ৰায় মেধিৰ জন্ম নলবাৰীৰ ওচৰৰ বৰকুৰিহাত। ঊনবিংশ শতিকাৰ শেষৰ ফালে ৰচিত ৰায়মেধিৰ দ্বাৰা ৰচিত গ্ৰন্থ হ'ল 'গুৰুশিষ্য'। তেওঁ 'সৎসংগী আলগা দামোদৰী সত্ৰ'ৰ অধিকাৰ আছিল।

**লম্বোদৰ বৰা (জন্ম ঃ ১৮৬০, মৃত্যু ঃ ১৮৯২ খ্ৰী.)**

লম্বোদৰ বৰাৰ জন্ম হয় তেতিয়াৰ তেজপুৰ মহকুমাৰ গমিৰি মৌজাৰ বৰঙাবাৰী অঞ্চলৰ 'থালিপোকৰিয়া' নামে গাঁও এখনত।

ছাত্ৰাৱস্থাৰেপৰা বৰাই সাহিত্য চৰ্চা কৰিছিল। *আসাম বিলাসিনী, আসাম বন্ধু, আসাম নিউচ, আসাম তৰা আৰু জোনাকীত* তেওঁৰ ভালেমান লেখা প্ৰকাশ পাইছিল। ১৮৭৭ খ্ৰীষ্টাব্দত বৰাই তেজপুৰ হাইস্কুলৰ পৰা এন্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতাৰ পৰা কলা আৰু আইন বিষয়ৰ স্নাতক হয়। ইয়াৰ পিছত এবছৰমান কহিমা মধ্য ইংৰাজী বিদ্যালয়ত শিক্ষকতা কৰে। বি. এল. পৰীক্ষাতো উত্তীৰ্ণ হোৱাৰ পিছত তেওঁ তেজপুৰতে ওকালতি কৰিছিল।

অসমীয়া সাহিত্যত এগৰাকী গদ্য লেখক হিচাপে আসন অলংকৃত কৰা বৰাৰ গদ্য ভংগী আছিল কলাসুলভ। 'আসাম বন্ধু'ত প্ৰকাশ পোৱা '*সদানন্দৰ কলা ঘুমটি*'ত ব্যংগমিশ্ৰিত হাস্য ৰসৰ চানেকি আৰু একে কাকততে প্ৰকাশ হোৱা আনন্দৰাম বৰুৱাৰ জীৱন চৰিতৰ পাতনি নামৰ প্ৰবন্ধটিত বৰাৰ শক্তিশালী গদ্য ৰচনাৰ নিদৰ্শন পোৱা যায়। তেওঁৰ ৰচিত দুখন শিশু পাঠ্য হ'ল *ল'ৰাবোধ* আৰু *জ্ঞানোদয়*। কালিদাসৰ *শকুন্তলা* নাটৰ অসমীয়া অনুবাদ তেওঁৰ অসমীয়া সাহিত্যলৈ এক মূল্যৱান সম্পদ।

মাথোন ৩২ বছৰ বয়সতে হাইজা ৰোগত প্ৰাণ ত্যাগ কৰা বৰাদেৱৰ কিছু ৰচনা আধৰুৱা হৈয়ে ৰ'ল। ইয়াৰ ভিতৰত *ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ জীৱনী, আনন্দৰাম বৰুৱাৰ জীৱনী, সমাজ দৰ্পণ* নাটক প্ৰমুখ্যে আন বহুতো। লগতে তেজপুৰত *অ. ভা. উ সা.* সভাৰ শাখা এটা পতাতো তেওঁ অগ্ৰণী ভূমিকা গ্ৰহণ কৰিছিল। যি নহওক, উপমা, ৰূপক আদি অলংকাৰৰ সু-প্ৰয়োগ, ব্যংগ আৰু বিদ্ৰূপৰ ছিটিকনীয়ে আৰু শব্দ-বাছনিৰ সৌষ্ঠৱে লম্বোদৰ বৰাৰ গদ্যক এক সুকীয়া আমোদ দান কৰিছিল।

**লক্ষ্মীৰাম বৰা**

তেওঁ *আসাম বন্ধুৰ* লেখক। তেওঁৰ এখন উল্লেখযোগ্য পুথি হ'ল *বস্তু শিক্ষা*।





**লক্ষ্মীৰাম বৰুৱা (জন্ম ঃ ১৮৬৫, মৃত্যু ঃ ১৯১৪ খ্ৰী)**

১৮৬৫ খ্ৰীষ্টাব্দত উত্তৰ গুৱাহাটীৰ শিলসাঁকোত লক্ষ্মীৰাম বৰুৱাৰ জন্ম হয়। পিতৃ বেথাৰাম আছিল বেজদলৈ ভঁৰালী বৰুৱাৰ বংশৰে আৰু মাতৃ আনন্দৰাম বৰুৱাৰ বংশধৰ হৰকান্ত বৰুৱাৰ কন্যা সেউতী। মাক-দেউতাকৰ মৃত্যুৰ পিছত ককায়েক ললিতৰামৰ তত্বাৱধানতে ডাঙৰ-দীঘল হ'ব লগা হয়। শৈশৱৰ পৰাই সংগীতৰ প্ৰতি ধাউতি পোষণ কৰা বৰুৱাৰ সংগীত সাধনা আৰম্ভ হয় শ্বিলঙত। উত্তৰ গুৱাহাটীৰ স্কুলতে মধ্য ইংৰাজী শিক্ষা শেষ কৰি ১৮৮৩ খ্ৰীষ্টাব্দত গুৱাহাটীৰ চৰকাৰী হাইস্কুলত ভৰ্তি হয়। কিন্তু পঢ়া আধৰুৱাকৈয়ে এৰি খাৰুপেটীয়াত জাহাজ কোম্পানীৰ কামত সোমায়। প্ৰথমতে তেওঁ মঙলদৈত জাহাজ কোম্পানীত চাকৰি কৰে আৰু তাৰ পিছত শ্বিলং, নগা পাহাৰ, ধুবুৰী, গুৱাহাটীত কৰ্ম সূত্ৰে থাকি জীৱনৰ শেষছোৱা তেজপুৰত কটায়। শ্বিলঙত থকা কালছোৱাতেই প্ৰিয়লাল বসু আৰু গুৰু চৰণ ধৰ নামৰ দুজন সংগীতজ্ঞৰ তত্বাৱধানত বেহেলা আৰু চেতাৰ বাদনৰ শিক্ষা লাভ কৰে। লাহে লাহে একাগ্ৰতা আৰু অধ্যৱসায়ৰ বলত ভাৰতীয় সংগীত শাস্ত্ৰ আৰু বাদ্যযন্ত্ৰত পাৰ্গত হৈ উঠে। মুম্বাইৰ 'অল ইণ্ডিয়া একাডেমি অব মিউজিক' নামৰ ভাৰতীয় সংগীত সভাই বৰুৱাদেৱক সদস্য পদ যচাৰ উপৰিও এ. এ. আই. এ. এম. উপাধি প্ৰদান কৰিছিল। তেওঁৰ প্ৰথম গীতৰ পুথি হ'ল *গীতাৱলী* (১৮৮৮)। অসমৰ সংগীত জগতলৈ এওঁৰ আপুৰুগীয়া অৱদান হ'ল *সংগীতকোষ* (১৯০৯), *সংগীত সাধনা* (১৯১০) নামৰ দুখন গ্ৰন্থ। অসম সাহিত্য সভাই এই দুয়োখন পুথি পুনৰ প্ৰকাশ কৰি উলিয়ায় ১৯৮৬ খ্ৰীষ্টাব্দত। তেওঁৰ আন এখন পুথি হ'ল সংগীত ৰত্ন। এই পুথিখন অপ্ৰকাশিত *হাৰমণিয়াম শিক্ষা, চেতাৰ শিক্ষা, বেহেলা শিক্ষা* নামৰ তিনিখন পুথিও লক্ষ্মীৰাম বৰুৱাই ৰচনা কৰে।

**লক্ষ্মীনাথ বেজবৰুৱা (জন্ম ঃ ১৮৬৪, মৃত্যু ঃ ১৯৩৮ খ্ৰী.)**

অসমীয়া সাহিত্যৰ বহুমুখী প্ৰতিভাৰ আকৰ লক্ষ্মীনাথ বেজবৰুৱাদেৱৰ একমাত্ৰ উপন্যাস *পদুম কুঁৱৰী* (পদ্মকুমাৰী)য়ে ১৮৯১ খ্ৰীষ্টাব্দত

জোনাকীৰ ৩য় বছৰ, ১ম সংখ্যাত প্ৰকাশ পাইছিল। পিছত ১৯০৫ খ্ৰীষ্টাব্দত গ্ৰন্থাকাৰে প্ৰকাশ পাইছিল। (সবিশেষ ৩য় খণ্ডত চাওক)





# শ

**শিৱদেৱ গোস্বামী**

গোস্বামী *অৰুণোদইৰ* গ্ৰাহক আৰু *জ্ঞানদায়িনী* সভাৰ সম্পাদক আছিল।

**শিৱনাথ বুজৰবৰুৱা (জন্ম ঃ ১৮৮০, মৃত্যু ঃ ১৯৫৬ খ্ৰী.)**

শিৱনাথ বুজৰবৰুৱাই ১৮৮০ খ্ৰীষ্টাব্দত নলবাৰীৰ ওচৰৰ ঘগ্ৰাপাৰৰ কিছু দক্ষিণে দতৰা গাঁৱত জন্ম গ্ৰহণ কৰিছিল। তেওঁৰ পিতৃৰ নাম লক্ষ্মীধৰ বুজৰবৰুৱা আৰু মাতৃৰ নাম ব্ৰহ্মময়ী দেৱী আছিল। তেওঁ ঘৰতে থাকি অধ্যাপকৰ ওচৰত শিক্ষা গ্ৰহণ কৰি নৱদ্বীপলৈ যায় আৰু তাতে স্মৃতি শাস্ত্ৰ পঢ়ি *স্মৃতিৰত্ন* উপাধি লাভ কৰে। তাৰ পাছত তেওঁ কলিকতা আৰু ঢাকাৰ পৰা ক্ৰমে *স্মৃতিতীৰ্থ* আৰু *বাচস্পতি* উপাধি লাভ কৰে। ঢাকাৰ পৰা তেওঁ সোণৰ পদক লাভ কৰিছিল। শেষত নিজৰ ঘৰতে *ব্ৰহ্মময়ী চতুস্পাঠী টোল* প্ৰতিষ্ঠা কৰি তাতে অধ্যাপনাত ৰত হয় আৰু সাহিত্য চৰ্চা কৰে। অসমীয়া আৰু সংস্কৃত উভয় ভাষাতে তেওঁ গ্ৰন্থ ৰচনা কৰে। স্মৃতি শাস্ত্ৰ আৰু ব্যাকৰণত তেওঁ অদ্বিতীয় পণ্ডিত আছিল। *ৰত্নমালা ব্যাকৰণৰ* পৰা তেওঁ সহজভাৱে *লঘু ৰত্নমালা* ৰচনা কৰাৰ উপৰিও নিম্নোক্ত গ্ৰন্থবোৰ প্ৰণয়ন কৰে।

পিতাম্বৰ সিদ্ধান্তবাগীশৰ *দায়-কৌমুদীৰ টীকা, আচাৰ-বিজ্ঞান, হিন্দু ধৰ্মৰ চমু আভাস, বৈষ্ণৱ ধৰ্ম, অশৌচ বিজ্ঞান, অৱতাৰবাদ, প্ৰায়শ্চিত্ত বিধান, বিধৱা বিবাহ খণ্ডন।*

উল্লেখনীয় যে ১৯১২ খ্ৰীষ্টাব্দত স্থাপিত কামৰূপ অনুসন্ধান সমিতিৰ প্ৰথম কাৰ্যনিৰ্বাহক সমিতিখনৰো তেওঁ সদস্য আছিল। *(দ্বিতীয় অধ্যায় দ্ৰষ্টব্য)।*

**শিৱনাথ ভট্টাচাৰ্য (জন্ম ঃ ১৮৬০, মৃত্যু ঃ ১৯৩২ খ্ৰী.)**

শিৱনাথ ভট্টাচাৰ্য এগৰাকী প্ৰসিদ্ধ পুথি প্ৰকাশক আৰু লেখক। তেওঁ স্কুলীয়া পাঠ্যপুথিৰ প্ৰণেতা আছিল। পঢ়াশালিৰ অসমীয়া ব্যাকৰণ, পাটীগণিত, কাৰ্য প্ৰৱেশ আদি উল্লেখযোগ্য পুথিকেইখন শিৱনাথ ভট্টাচাৰ্যই ঊনবিংশ শতিকাতে লিখি উলিয়াইছিল। তেওঁ কীৰ্তন ঘোষা, নামঘোষা, দশম, ভটিমা, ভীম চৰিত, কাণখোৱা আদি সাঁচিপতীয়া ধৰ্মীয় পুথি সংগ্ৰহ আৰু ছপা ৰূপত প্ৰকাশ কৰিছিল। তেওঁৰ ফকৰা-যোজনা, ডাক চৰিত, তন্ত্ৰ-মন্ত্ৰ, সাঁথৰ, পূজা-পদ্ধতি আৰু লোক সাহিত্য আদি বিষয়ৰ বহু পুথি সংগ্ৰহ আৰু সম্পাদনা কৰি প্ৰকাশ কৰিছিল। ১৮৮৬ খ্ৰীষ্টাব্দত তেওঁ ডিব্ৰুগড়ত ভট্টাচাৰ্য এজেন্সী প্ৰতিষ্ঠা কৰে। ডিব্ৰুগড়ৰ এম. ভি স্কুলৰ তেওঁ হে'ড পণ্ডিত আছিল। ডিব্ৰুগড় স্কুলৰ পৰা বদলি হৈ তেজপুৰ হাইস্কুলত শিক্ষকতা কৰি অৱসৰ গ্ৰহণ কৰে। ব্ৰিটিছ আমোলত তেওঁ ডিব্ৰুগড় কাৰাগাৰৰ অবৈতনিক আধ্যাত্মিক শিক্ষকৰূপে নিযুক্ত হৈছিল। তেওঁ প্ৰতি দেওবাৰে কাৰাগাৰৰ কয়দীসকলক আধ্যাত্মিক জ্ঞান প্ৰদান কৰিছিল। সেইবাবেই হয়তো তেওঁক সৰ্ব সাধাৰণ লোকে পণ্ডিত বুলি অভিহিত কৰিছিল। ১৯৩২ খ্ৰীষ্টাব্দত ডিব্ৰুগড়ত তেওঁৰ মৃত্যু হয়।

**শেহৰাম বাপু (জন্ম ঃ ১৮৫১, মৃত্যু ঃ ১৯২৬ খ্ৰী)**

বৰপেটা জিলাত জন্মগ্ৰহণ কৰা শেহৰাম বাপুয়ে কেইবাখনো সত্ৰীয়া যাত্ৰা নাট যুগুত কৰিছিল যদিও সেই নাটকেইখনে প্ৰকাশৰ মুখ নেদেখিলে।

**শ্বেখ ফেৰাউদ্দিন**

শ্বেখ ফেৰাউদ্দিন 'আসাম বিলাসিনী'ৰ লেখক আছিল। তেওঁ 'আসাম বিলাসিনী'ত প্ৰবন্ধ আৰু কবিতা লিখিছিল। ফেৰাউদ্দিনৰ লেখাৰ পৰা সেই সময়ত আউনীআটী সত্ৰ তথা মাজুলী অঞ্চলৰ ধৰ্মীয় আৰু সামাজিক অৱস্থাৰ থূলমূল আভাস পোৱা যায়।





**শ্ৰীকান্ত সূৰ্যবিপ্ৰ**

ৰজা কমলেশ্বৰ সিংহৰ (১৭৯৫-১৮১০ খ্ৰী) ৰাজত্ব কালৰ ভিতৰত ৰাজমন্ত্ৰী বুঢ়াগোহাঁই ডাঙৰীয়াৰ নিৰ্দেশত শ্ৰীকান্ত সূৰ্যবিপ্ৰই তুলসী দাসৰ *ৰামচৰিত মানসৰ* অসমীয়া অনুবাদ কৰিছিল।

*"ভক্ততো উত্তম ৰামচৰণৰ দাস।*
*তুলসীদাস নামে যে জগতে প্ৰকাশ।।*
*পশ্চিমা ভাষায়ে যিটো গ্ৰন্থ ৰামায়ণ।*
*পদবন্ধে নিবন্ধিলো কৰিয়া যতন।।*
*কহয় শ্ৰীকান্ত সূৰ্যে বিপ্ৰে ৰাম মতি।*
*নিৰন্তৰে নৰে ডাকি বোলা ৰাম হৰি।।"*

তুলসীদাসৰ 'ৰামচৰিত মানস'ৰ ভাৰতীয় সাহিত্যত এখনি অতি জনপ্ৰিয় গ্ৰন্থ।এই মহৎ গ্ৰন্থখনি অসমীয়ালৈ ভাঙনি কৰি শ্ৰীকান্ত সূৰ্যবিপ্ৰই অসমীয়া সাহিত্যৰ এটি ডাঙৰ অভাৱ পূৰণ কৰিলে।

**শ্ৰীধৰ বৰুৱা (১৯-২০ শতিকা)**

শ্ৰীধৰ বৰুৱা নগাঁৱৰ কৰ্হাল বৰুৱা বংশৰ লোক। দেউতাকৰ মৃত্যুৰ পিছত বৰুৱাই আউনীআটী সত্ৰত মোমায়েকৰ লগত থাকি ডাঙৰ-দীঘল হয়। তেওঁ 'আসাম বিলাসিনী' নামৰ কাকতখনৰ সৰহভাগ কামেই কৰিছিল। তেওঁ এই কাকতখনত বিভিন্ন ধৰণৰ প্ৰবন্ধ-পাতি লিখিছিল। আউনীআটী সত্ৰৰ পৰাই ১৮৯১ খ্ৰীষ্টাব্দত শ্ৰীধৰ বৰুৱাৰ সম্পাদনাত প্ৰকাশ হৈছিল মাহেকীয়া আলোচনী 'আসাম তৰা'। শ্ৰীধৰ বৰুৱাই ভালেমান পুথি প্ৰকাশ কৰিছিল। তেওঁৰ *কাণখোৱা, কুলাচল বধ (১৮৯৩), বৈষ্ণৱ কীৰ্তন* (১৮৮৯), *ভীম চৰিত (১৮৮৯), ৰুক্মিণী হৰণ কাব্য (১৮৯০)আৰু ঋতু বৰ্ণন* আদি উল্লেখযোগ্য পুথি। শ্ৰীশ্ৰীগোপালদেৱ চৰিতৰ ৰচক হ'ল শ্ৰীধৰ বৰুৱা। তেওঁ জয়দেৱৰ *গীত-গোবিন্দৰ* আৰ্হিত *হৰি সংকীৰ্তনম্* নামে এখন সংস্কৃত গীতি কাব্য লিখি ছপা কৰি উলিয়াইছিল।

## শ্ৰীমতী গাৰ্ণি

অৰুণোদই যুগৰ অৱসানৰ সময়ত 'কামিনীকান্ত' ৰচনা কৰি প্ৰখ্যাত হোৱা মিছনেৰী ৰেভাগুৰ এ. কে. গাৰ্ণিৰ পত্নী মেৰী এফ. লৰেন্স বা শ্ৰীমতী গাৰ্ণিয়ে ১৮৫২ খ্ৰীষ্টাব্দত বাংলা ভাষাত ৰচিত কেথেৰিন মূলানৰ *ফুলমণি ও করুণাৰ বিৱৰণ* গ্ৰন্থখন অসমীয়ালৈ অনুবাদ কৰি ১৮৭৭ খ্ৰীষ্টাব্দত প্ৰকাশ কৰে। *ফুলমণি ও করুণাৰ বিৱৰণ* গ্ৰন্থই অসমীয়া উপন্যাস উদ্যোগ পৰ্বত বিশেষ অৰিহণা যোগাব নোৱাৰিলে।

## শ্যামলাল চৌধুৰী (জন্ম ঃ ১৮৫৯, মৃত্যু ঃ ১৯৩৮ খ্ৰী)

১৮৫৯ খ্ৰীষ্টাব্দত শ্যামলাল চৌধুৰীয়ে বৰপেটা জিলাত জন্মগ্ৰহণ কৰে। তেখেতে 'ভূমিকম্প' নামৰ পদ্যপুথি এখন ৰচনা কৰিছিল।





# ষ

## ষড়ানন ন্যায় তৰ্কতীৰ্থ (জন্ম ঃ ১৮৮৪ খ্ৰী.)

ধুবুৰীৰ শালকোছা গাঁৱত প্ৰাচীন পণ্ডিতবংশৰ পৰিয়ালত এইজন বিদগ্ধ দাৰ্শনিক পণ্ডিতৰ জন্ম হয়। গৌৰীপুৰত তাৰিণীপ্ৰিয়া চতুষ্পাঠী টোলৰ আদ্যনাথ ন্যায়ভূষণ মহামহোপাধ্যায়ৰ অধ্যাপনাত তেওঁ শিক্ষা লাভ কৰে। পাছত গৌৰীপুৰৰ ৰজাৰ বৃত্তি লৈ কাশী আৰু কলিকতাত পঢ়ে। ন্যায় দৰ্শনত গভীৰ পাণ্ডিত্যৰে তেওঁ অসমলৈ উভতি আহি উক্ত টোলতে অধ্যাপক হয়। পাছত তেওঁ উক্ত টোলৰ পঞ্চমজন প্ৰধান আচাৰ্য হয়।

তেওঁৰেই সম্ভৱতঃ দৰ্শন সম্পৰ্কে পোন প্ৰথমে অসমীয়াত প্ৰবন্ধ আৰু অন্যান্য লেখা আৰম্ভ কৰে। 'আসাম বান্ধৱ'ত একাধাৰে এই বিষয়ে লিখিছিল। ১৯২৬ খ্ৰীষ্টাব্দত ধুবুৰীত বহা অসম সাহিত্য সভাৰ অধিৱেশনৰ দৰ্শন শাখা সন্মিলনত তেওঁ সভাপতিত্ব কৰিছিল আৰু এক অত্যন্ত সুগভীৰ দাৰ্শনিক অভিভাষণেৰে শ্ৰোতাক বিমুগ্ধ কৰিছিল। এসময়ত সাহিত্য সভাৰ সভাপতিৰ বাবেও কাৰ্য নিৰ্বাহকত তেওঁৰ নাম আহিছিল।

# স

**সত্যনাথ বৰা (জন্ম ঃ ১৮৬০, মৃত্যু ঃ ১৯২৫ খ্ৰী.)**

তেওঁৰ জন্ম হয় গুৱাহাটীৰ ভৰলুমুখত। বৰাৰ উপৰিপুৰুষ তেজপুৰৰ অন্তৰ্গত নদুৱাৰৰ হেৰাপোৱা গাঁৱত। পিতৃৰ নাম দয়ানাথ আৰু মাতৃ অময়া। জ্ঞানগৰ্ভ সূক্ষ্ম কথা চুটি চুটি বাক্যৰ দ্বাৰাই প্ৰকাশ কৰা বৰাদেৱ অসমীয়া সাহিত্য জগতৰ এগৰাকী বিশিষ্ট লেখক। তেওঁ ১৮৮১ খ্ৰীষ্টাব্দত প্ৰৱেশিকা, ১৮৮৬ খ্ৰীষ্টাব্দত বি. এ. আৰু ১৮৮৯ খ্ৰীষ্টাব্দত বি. এল. পৰীক্ষাত উত্তীৰ্ণ হয়। সত্যনাথ বৰা গুৱাহাটীৰ প্ৰথম অসমীয়া উকীল।

ছাত্ৰাৱস্থাৰে পৰা তেওঁ *আসাম বন্ধু, জোনাকী, উষা* আদি বাৰ্তালোচনীৰ যোগেদি সাহিত্য চৰ্চা কৰে। তেওঁ 'আৰ্ল ল' কলেজ'ত আইনৰ আৰু কটন কলেজত অসমীয়াৰ অধ্যাপনাও সাময়িকভাৱে কৰিছিল।

সত্যনাথ বৰাৰ প্ৰকাশিত পুথিসমূহ হ'ল—গীতাৱলী (গীতৰ সংকলন), প্ৰবন্ধ পুথি—*সাহিত্য বিচাৰ (১৮৮৮), সাৰথি (১৯১১), কেন্দ্ৰসভা (১৮১৪), আকাশ ৰহস্য (১৯১৫), চিন্তাকলি* (মৰণোত্তৰভাৱে ১৯৩৫) আৰু ব্যাকৰণ পুথি—*বহল ব্যাকৰণ* (১৯২৫)।

গুৱাহাটীৰ পৰা ওলোৱা জোনাকী কাকতৰ তেওঁ সম্পাদক আছিল। বিদ্যা মানৱ মনৰ দীপ্তি, উদৰাগ্নিৰ নিচিনা চিন্তা মনৰ জীৰ্ণকাৰী শক্তি, ইত্যাদি তেওঁৰ ৰচিত বহু সাৰুৱা বাণী পোৱা যায়। সত্যনাথ বৰাৰ সমগ্ৰ ৰচনাৱলীয়েই সাৰুৱা উপদেশপূৰ্ণ, সেইবাবেই এইবোৰৰ আদৰ সদায় থাকিব।

**সুধাধৰ শৰ্মা**

আউনীআটী সত্ৰৰ সত্ৰাধিকাৰ গোস্বামী ডাঙৰীয়াৰ দ্বাৰা প্ৰকাশিত





সুধাধৰ শৰ্মাৰ পুথি কেইখন হ'ল—ইতিহাস মালা (১৮৭৬) আৰু সম্পাদিত পুথি নিমি নৱ সিদ্ধ সংবাদ (১৮৭১), ৰুক্মিণী হৰণ, লীলামালা ইত্যাদি। তেওঁৰ ৮৮ পৃষ্ঠা সন্নিৱিষ্ট ইতিহাস মালা (১৮৭৪) হৈছে এখন উল্লেখযোগ্য বুৰঞ্জী।

**সোণেশ্বৰ শৰ্মা**

অৰুণোদইৰ লেখক সোনেশ্বৰ শৰ্মাই ১৬ পৃষ্ঠা সন্নিৱিষ্ট *'অসম কোম্পানীৰ বিৱৰণ'* ৰচনা কৰে। এই পুথিখন ঊনবিংশ শতিকাত প্ৰকাশিত বিবিধ বিষয়ৰ এখন উল্লেখযোগ্য পুথি।

**স্বৰ্ণলতা দেৱী (জন্ম ঃ ১৮৭১, মৃত্যু ঃ ১৯৩২ খ্ৰী.)**

'আৰ্হি তিৰোতা' (১৮৮৪) গ্ৰন্থ ৰচয়িতা স্বৰ্ণলতা দেৱী প্ৰাক্ জোনাকী আৰু জোনাকী যুগৰ এগৰাকী বিশিষ্ট গদ্য লেখিকা। 'আসাম বন্ধু' আৰু 'জোনাকী কাকত'ত লেখা-মেলা কৰাৰ আগতে কলিকতাৰ বেথুন স্কুলত শিক্ষা গ্ৰহণ কৰি থকা অৱস্থাত মাত্ৰ চৈধ্য বছৰ বয়সতে তেওঁ 'আৰ্হি তিৰোতা' ৰচনা কৰি সকলোকে চমকিত কৰি তোলে।

গুণাভিৰাম-বিষ্ণুপ্ৰিয়াৰ প্ৰথম সন্তান আৰু একমাত্ৰ দুহিতা স্বৰ্ণলতাৰ জন্ম ১৮৭১ খ্ৰীষ্টাব্দৰ ফেব্ৰুৱাৰীত। স্বৰ্ণলতাই ১৮৮০ খ্ৰীষ্টাব্দৰ পৰা ১৮৮৭ খ্ৰীষ্টাব্দ কলিকতাৰ বেথুন স্কুলত শিক্ষা গ্ৰহণ কৰিছিল। ১৮৮৭ খ্ৰীষ্টাব্দত স্বৰ্ণলতাৰ এজন বাংলা চিকিৎসক ডাঃ নন্দ কুমাৰ ৰায়ৰ লগত বিবাহ সম্পন্ন হোৱাত তেওঁৰ শিক্ষা জীৱনৰ ইয়াতেই যতি পৰে। বিয়াৰ তিনি বছৰমানৰ ভিতৰতে তেওঁ দুগৰাকী কন্যা সন্তানৰ জননী হয় আৰু ইয়াৰ অলপ দিনৰ পাছতে ১৮৯০ খ্ৰীষ্টাব্দত নন্দ কুমাৰৰ অকালতে বিয়োগ ঘটাত দুখময় বৈধব্য জীৱন আৰম্ভ হয়। পিছত তেওঁ ১৮৯৯ খ্ৰীষ্টাব্দত হুগলী কলেজৰ অধ্যক্ষ ক্ষীৰোদ চন্দ্ৰ ৰায়চৌধুৰীৰ সৈতে পুনৰ বিবাহ পাশত আবদ্ধ হয়। 'আৰ্হি তিৰোতা' স্বৰ্ণলতাৰ একমাত্ৰ গ্ৰন্থৰূপে প্ৰকাশ লাভ কৰা ৰচনা। ১৮৮৪ খ্ৰীষ্টাব্দত প্ৰকাশ লাভ কৰা গ্ৰন্থখনে ইয়াৰ

প্ৰকাশ ভংগী আৰু বিষয়বস্তুৰ বাবে কিছু কালৰ পাছৰ ৰচিত গ্ৰন্থ বুলি ভাবিবলৈ কোনো লোকক অৱকাশ দিছে। এই গ্ৰন্থত আদৰ্শ তিৰোতা হ'বলৈ প্ৰয়োজন হোৱা গুণাৱলীৰ উত্থাপন কৰি আলোচনাৰ দ্বাৰা যথাৰ্থ দিগদৰ্শন কৰিবলৈ যত্ন কৰা হৈছে। কম বয়সত ৰচিত হ'লেও গ্ৰন্থখন যুগৰ লগত খাপখোৱা বুলিব পাৰি। স্বৰ্ণলতাৰ সাহিত্যিক প্ৰতিভা 'আসাম বন্ধু'ৰ ১৮৮৫ খ্ৰীষ্টাব্দৰ ফাগুণ সংখ্যাত প্ৰকাশিত 'কৰামতি বাই', ১৮৮৬ খ্ৰীষ্টাব্দৰ চ'ত বহাগ মাহৰ সংখ্যাত প্ৰকাশিত নিবন্ধ 'প্ৰকৃত লাজ কি' আৰু লক্ষ্মীনাথ বেজবৰুৱাৰ সম্পাদিত তৃতীয় ভাগ জোনাকীত প্ৰকাশিত যথা ধৰ্মোস্ত তথা জয় শীৰ্ষক লেখাই নিৰ্ণয় কৰিছে। জোনাকীৰ তৃতীয় ভাগতে প্ৰকাশিত 'মণিকা নাম'ৰ লেখাটিৰ লেখিকাৰ নাম হেমলতা দেৱী বুলি উল্লেখ হ'লেও ১৯৩২ খ্ৰীষ্টাব্দত আনন্দ চন্দ্ৰ আগৰৱালাই এই ৰচনাৰ লেখিকাৰ নাম স্বৰ্ণলতা বুলিহে লেখি গৈছে। সেই প্ৰৱন্ধতে 'বিজুলী'ত 'কলম্বাচ' আদি কৰি বহুতো লেখা স্বৰ্ণলতাই ৰচনা কৰিছিল বুলি স্পষ্ট কৰি গৈছে।

স্বৰ্ণলতাৰ এটি বিশেষত্ব এয়ে যে তেওঁ জোনাকীৰ প্ৰধান লেখিকা আছিল। স্বৰ্ণলতাৰ ৰচনাবিলাকত সেই যুগৰ নাৰীৰ মানসিকতা স্পষ্ট ৰূপত প্ৰকাশ পাইছে আৰু অসমীয়া গদ্যশৈলীৰ গতি-প্ৰকৃতি নিৰ্ণয়ত এইবোৰ ৰচনাই বিশেষ স্থান দখল কৰিছে।





# হ

**হৰকান্ত বৰুৱা সদৰামীন (জন্ম ঃ ১৮১৫, মৃত্যু ঃ ১৯০১ খ্ৰী.)**

অৰুণোদই যুগত সাহিত্য ৰচনা কৰা কিন্তু এই কাকতৰ প্ৰভাৱৰ পৰা সম্পূৰ্ণ মুক্ত এজন শক্তিশালী লেখক হৰকান্ত বৰুৱা সদৰামীন। তেওঁৰ জন্ম ১৮১৫ খ্ৰীষ্টাব্দত উজনি অসমৰ যোৰহাটত। তেওঁ কনৌজৰ পাণ্ডে ব্ৰাহ্মণ নন্দনাথ পাণ্ডেৰ বংশধৰ। হৰকান্ত বৰুৱা সদৰামীনৰ পিতৃৰ নাম ৰাধাকান্ত। সদৰামীনে তিনিবাৰ বিবাহ কৰিছিল। প্ৰথমবাৰ বিবাহ কৰে কুৰি বছৰ বয়সতে। তেওঁ ঘৰতে সংস্কৃত শিকিছিল। পিছলৈ ফাৰ্চী, ইংৰাজী, হিন্দী ক'ব পৰা হৈছিল। তেওঁ সংস্কৃত আৰু ইংৰাজী দুয়োবিধ শিক্ষাতেই গুৰুত্ব আৰোপ কৰিছিল। তেওঁৰ কৰ্ম জীৱন আৰম্ভ হয় উত্তৰ গুৱাহাটীৰ মধ্যখণ্ডত। তেওঁ প্ৰথমতে কালেক্টৰীৰ নকল নবীচ হিচাপে কৰ্ম জীৱনৰ শুভাৰম্ভ কৰে যদিও পিছত ক্ৰমে পদোন্নতি লাভ কৰি সদৰামীন মুন্সিফ আৰু ডেপুটি মেজিষ্ট্ৰেট হৈ ১৮৭৬ খ্ৰীষ্টাব্দত চাকৰিৰ পৰা অৱসৰ লয়। হৰকান্ত বৰুৱা ৰচিত আৰু কুমুদ চন্দ্ৰ বৰদলৈৰ দ্বাৰা সম্পাদিত আৰু প্ৰকাশিত উল্লেখযোগ্য গ্ৰন্থ হ'ল—*হৰকান্ত বৰুৱাৰ সদৰামীনৰ আত্মজীৱনী।* তেওঁৰ আন এখন গ্ৰন্থ হ'ল—*অসম বুৰঞ্জী।* ঊনবিংশ শতিকাত অসমীয়া ভাষাত ৰচিত হৰকান্ত বৰুৱা সদৰামীনৰ আত্ম. জীৱনীখনেই হৈছে প্ৰথম আত্মজীৱনী।

হৰকান্ত বৰুৱা অকল যে সাহিত্যিকেই আছিল এনে নহয়, তেওঁ এগৰাকী সুদক্ষ কবিৰাজো আছিল। তেওঁ কবিৰাজী চিকিৎসা কৰি ৰোগ আৰোগ্য কৰিছিল। তেওঁৰ এটা শৈল্পিক মন আছিল। তেওঁ এগৰাকী অমায়িক সৰল মনৰ ব্যক্তি আছিল। তেওঁ বিভিন্ন গুণৰ অধিকাৰী হোৱা

বাবেই সাধাৰণ নকল-নবীচৰ পৰা ক্ৰমে পদোন্নতি লাভ কৰি ডেপুটি মেজিষ্ট্ৰেটৰ পদ অলংকৃত কৰিবলৈ সক্ষম হৈছিল।

**হৰিবিলাস আগৰৱালা (জন্ম ঃ ১৮৪২, মৃত্যু ঃ ১৯১৬ খ্ৰী.)**

হৰিবিলাস আগৰৱালাৰ জন্ম হয় তেজপুৰৰ গমিৰি গাঁৱত। অসমীয়া সাহিত্যৰ ৰোমাণ্টিক যুগৰ এগৰাকী অগ্ৰগণ্য কবি চন্দ্ৰকুমাৰ আগৰৱালাৰ পিতৃ তেওঁ। তেওঁৰ পিতৃৰ নাম নওৰংগৰাম। নওৰংগৰামৰ পত্নী আছিল দুগৰাকী। প্ৰথমগৰাকী সাদৰীৰ দুজন ল'ৰা আৰু এজনী ছোৱালী। তেওঁলোকৰ প্ৰথম ল'ৰাজনেই হ'ল বাপিৰাম বা হৰিবিলাস আগৰৱালা।

আগৰৱালাই পোনতে ডিব্ৰুগড়, শিৱসাগৰ আৰু পিছলৈ কলিকতাৰ হিন্দু স্কুলত পঢ়ে। যথা সময়ত শিক্ষা সাং কৰি তেওঁ নানা ব্যৱসায়ত ধৰে। তেওঁ অকা, ডফলা, চিংফৌ, মিছিমি আদি আবৰী জাতিক বৰাব জানিছিল। এইবাবে ডফলা যুদ্ধৰ সময়ত তেওঁক ডফলাক বৰাবলৈ পঠাইছিল। ভাৰতবৰ্ষৰ বাহিৰেও ব্ৰহ্মদেশ আৰু লংকা দ্বীপ আদিৰ ঘাই ঠাইবিলাক ঘুৰি শেষত তেওঁ তেজপুৰত কাঠ ফলা কলৰ ব্যৱসায়ত ধৰে। এই ব্যৱসায়তো তেওঁৰ এনেদৰে পৰালি পৰিল যে কলিকতাৰ নিজা ঘৰ-দুৱাৰ আৰু ডিব্ৰুগড়ৰ মাটি-ভেটি বেচি ৰবৰ আৰু হাতী ধৰা কাৰবাৰ কৰিছিল আৰু পিছত ডিব্ৰুগড়ৰ লাহোৱালত তামোলবাৰী চাহ বাগিছা পাতি যথেষ্ট উন্নতি কৰিছিল।

হৰিবিলাস আগৰৱালাৰ পত্নীৰ নাম মলমা। মলমাৰ গৰ্ভতে তেওঁৰ ছটা সন্তানৰ জন্ম হয়। তেওঁৰ পাঁচজন পুত্ৰ আৰু এগৰাকী কন্যা। পাঁচজন পুত্ৰ হ'ল ক্ৰমে—বিষ্ণুপ্ৰসাদ, চন্দ্ৰকুমাৰ, পৰমানন্দ, কৃষ্ণপ্ৰসাদ, গোপালচন্দ্ৰ আগৰৱালা আৰু কন্যা যজ্ঞেশ্বৰী। পুৰণি অসমীয়া ধৰ্মীয় সাহিত্যৰ প্ৰকাশৰ বাটকটীয়াৰূপে আত্ম প্ৰকাশ কৰিছিল হৰিবিলাস আগৰৱালাই। ১৮৭৬ খ্ৰীষ্টাব্দত প্ৰথমে তেওঁ *কীৰ্তন ঘোষা, নামঘোষা* সম্পাদনা কৰি ছপাই উলিয়ায়। তাৰ পাছত *দশম, ভটিমা, বৰগীত, গুণমালা, ৰত্নাৱলী* আদিও ছপা কৰি পুৰণি অসমীয়া সাহিত্যৰ সংৰক্ষণকৰ্তা আৰু প্ৰচাৰকৰ্তা ৰূপে





সাহিত্যৰ ইতিহাসত চিৰস্মৰণীয় হৈ থাকিব। উল্লেখ্য যে দৈত্যাৰি ঠাকুৰৰ *গুৰু চৰিত, বিপুঞ্জয় স্মৃতি, সাৰ নিত্যক্ৰিয়া* আদি পুথিও তেওঁৱে পোনতে উলিয়ায়। তেওঁৰ উদ্যোগ আৰু অৰ্থ সাহায্যৰ গৰিলা লৈয়ে গুণাভিৰামে পুৰণি সাহিত্যৰ কিছু সুন্দৰ ভণিতা গোটাই তেওঁৰ *'কাব্য কুসুম'* পুথি উলিয়ায়।

দিনলেখাৰ ৰূপত লিখা হৰিবিলাস আগৰৱালাদেৱৰ আত্ম জীৱনীখন ঐতিহাসিকভাৱে গুৰুত্বপূৰ্ণ।

**হলিৰাম ঢেকিয়ালফুকন (জন্ম ঃ ১৮০২, মৃত্যু ঃ ১৮৩২ খ্ৰী.)**

তেওঁৰ পিতৃ পৰশুৰাম বৰুৱা আৰু মাতৃ কামেশ্বৰী। পিতৃৰ মৃত্যুত চৈধ্য বছৰ বয়সতে হাদিৰাচকীত দুৱৰীয়া বৰুৱা পদ লাভ কৰে। চন্দ্ৰকান্ত সিংহৰ হকে মানৰ বিৰুদ্ধে হাদিৰাচকীত পৰাক্ৰমেৰে যুঁজ দিয়াত চন্দ্ৰকান্তই এখেতক ঢেকিয়াল ফুকন পদবী দিয়ে। ফুকনে মাজুলীৰ আঁহতগুৰি সত্ৰৰ সত্ৰাধিকাৰ কুশদেৱ গোস্বামীৰ কন্যা প্ৰসূতীৰ সৈতে বিবাহ পাশত আৱদ্ধ হয় যদিও পাছত নগাঁৱত ভূমি বন্দৱস্তিৰ কামত নিয়োজিত হৈ থাকোঁতে ডিফলু সত্ৰৰ সত্ৰাধিকাৰ লৱচন্দ্ৰ গোস্বামীৰ কন্যা তিলোত্তমা ওৰফে কল্যাণীকো বিয়া কৰায়। অসমখন উজনী আৰু নামনি দুটা খণ্ডত ভাগ হোৱাত ১৮২৫ খ্ৰীষ্টাব্দত ফুকন নামনি খণ্ডৰ কালেক্টৰী চিৰস্তাদাৰ নিযুক্ত হয়। লগতে ডেভিদ স্কটৰ মুখ্য পৰামৰ্শদাতা আৰু প্ৰধান কাৰ্যকাৰক হ'ল। ইংৰাজৰ আমোলত পোনতে ফুকনদেৱেই নগাঁও আৰু দৰঙৰ ভূমি বন্দৱস্তিৰ কাম সম্পাদন কৰে। অসমত কোম্পানীৰ শাসনৰ ফেহুঁজালি পৰ্বত হলিৰাম ঢেকিয়ালফুকন ইংৰাজ বিষয়াসকলৰ ইমানেই প্ৰিয় হৈ পৰিছিল যাৰ ফলত তেওঁক ১৮৩২ খ্ৰীষ্টাব্দত গুৱাহাটীত এছিষ্টেণ্ট মেজিষ্ট্ৰেট ৰূপে মাহিলি ২৩০ টকা দৰমহাত নিযুক্ত কৰিছিল। কিন্তু সেই পদত বেছি দিন এখেতে থাকিব নোৱাৰিলে। কিয়নো সেই বছৰতে ৩২ বছৰ বয়সত উমানন্দত ফুকনৰ মৃত্যু হয়। তেওঁ নিয়মিত কানি খাইছিল আৰু ৰসবাত ৰোগৰ দ্বাৰা আক্ৰান্ত হৈছিল।

সংস্কৃত আৰু বাংলা ভাষাত ঢেকিয়ালফুকনৰ বিশেষ বুৎপত্তি আছিল। *যোগিনীতন্ত্র, কালিকাপুৰাণ* আদিৰ পৰা সাৰ সংগ্ৰহ কৰি তীৰ্থযাত্ৰীসকলৰ সুবিধাৰ্থে সংস্কৃত ভাষাত *কামাখ্যা যাত্ৰা পদ্ধতি* গ্ৰন্থখন ১৮৩১ খ্ৰীষ্টাব্দত প্ৰকাশ কৰি উলিয়ায়। ১৮২৯ খ্ৰীষ্টাব্দত বাংলা ভাষাতো *আসাম বুৰঞ্জি* ৰচনা কৰে। এই দুয়োখন গ্ৰন্থই ফুকনে কলিকতাৰ সমাচাৰ চন্দ্ৰিকা যন্ত্ৰত ছপাই উলিয়াইছিল। মুৰ্ছিদাবাদৰ বিখ্যাত সদাগৰ জগৎ শেঠৰ সৈতে ঢেকিয়াল ফুকন আৰু তেওঁৰ পৰিয়ালৰ সৌহাদ্যপূৰ্ণ সম্পৰ্ক আছিল।

কিছু সংৰক্ষণশীল স্বভাৱৰ লোক আছিল যদিও ফুকন স্বাধীনচেতীয়াও আছিল। তথাপিও তেওঁ মনে-প্ৰাণে আধুনিক যুগৰ প্ৰতি আকৰ্ষিত আছিল। *সমাচাৰ চন্দ্ৰিকা, সমাচাৰ দৰ্পণ* আদি বাংলা কাকতত ফুকনদেৱৰ চিঠি আৰু প্ৰবন্ধ ওলাইছিল। হলিৰাম ঢেকিয়াল ফুকন আনন্দৰাম ঢেকিয়াল ফুকনৰ পিতৃ আৰু যজ্ঞৰাম খাৰঘৰীয়া ফুকনৰ জ্যেষ্ঠ ভাতৃ। উল্লেখযোগ্য যে তেওঁ অসমত আধুনিকতাৰ বাৰ্তাবাহক আছিল।

**হলিৰাম মহন্ত ঠাকুৰ (জন্ম ঃ ১৮৪৬, মৃত্যু ঃ ১৯৫০ খ্ৰী.)**

হলিৰাম মহন্ত ঠাকুৰৰ জন্ম উনৈশ শতিকাৰ মাজছোৱাত এটি পূত সন্ধিক্ষণত হৈছিল। তেওঁ শঙ্কৰদেৱৰ পৰম ভক্ত নাৰায়ণ দাস ঠাকুৰ আতাৰ তৃতীয় পুত্ৰ শিৱানন্দ ঠাকুৰৰ বংশধৰ। তেওঁৰ পিতৃৰ নাম কমল নাৰায়ণ। গুৰু ট্ৰেইনিং আৰু মজলীয়া অৰ্থাৎ এম. ভি স্কুলৰ শিক্ষাই আছিল তেওঁৰ পঢ়াশালীয়া বিদ্যাৰ শেষ সীমা। হলিৰামে পঢ়াশলীয়া শিক্ষা শেষ কৰি শিক্ষকতাৰে কৰ্ম জীৱনৰ পাতনি মেলিছিল। বজালী অঞ্চলত যেতিয়া তেওঁ শিক্ষকতা কৰিছিল তেতিয়া দূৰৰ গাঁৱৰ পৰা তেওঁৰ ওচৰলৈ মানুহ আহিছিল ছপা পুথি আৰু হাতৰ আখৰ চাবৰ বাবে। মৃত্যুৰ আগমুহূৰ্তলৈকে তেওঁ নিত্য প্ৰসংগ, সাহিত্য চৰ্চা আদি নিয়মীয়াকৈ কৰিছিল।

হলিৰাম মহন্ত ঠাকুৰ হাড়ে-হিমজুৰে এগৰাকী সাহিত্য সেৱী আছিল। তেওঁ নিজেই যে সাহিত্য চৰ্চা কৰিছিল এনে নহয়, সৰ্বসাধাৰণ পাঠককো





সাহিত্যৰ সোৱাদ দিব বিচাৰিছিল। তেওঁ বাঁহীত চৰিত্ৰ সংগ্ৰহ নাম দি ঠাকুৰ আতা আৰু অন্যান্য নাম দি বিভিন্ন ধৰণৰ কবিতা আৰু প্ৰবন্ধ ৰচনা কৰিছিল। হলিৰাম মহন্তই ৰামচৰণ ঠাকুৰ আতা বিৰচিত শংকৰ চৰিতখন সংগ্ৰহ আৰু সম্পাদনা কৰি প্ৰকাশ কৰিছিল। মহন্তদেৱে তিনি বছৰ অশেষ পৰিশ্ৰম কৰি পুথিখন সংগ্ৰহ কৰি প্ৰকাশ কৰিছিল। তেওঁ পুথিখন সাতটা খণ্ডত ভাগ কৰিছে। *শংকৰ-মাধৱ* নামৰ আন এখন বৃহৎ জীৱন চৰিতো তেওঁ সংকলন কৰি থৈ গৈছে। তেওঁ মাধৱদেৱৰ *নামঘোষা, শ্ৰীমদ্ভাগৱত গীতা, নামছন্দ আৰু শৰণছন্দৰ যুগল* পুথি আদি পুথি সম্পাদনা কৰে। মহন্তদেৱে নানান আহুকালৰ মাজেৰে ৩৫১ টা *ফকৰা* সংগ্ৰহ কৰি *ফকৰা পুথি বা পৰমাৰ্থ* নাম দি পুথিখন প্ৰকাশ কৰিছিল। অসমীয়া ভাষাত *হিন্দু ধৰ্ম সাৰ* নাম দি এখন পুথি ৰচনা কৰে। এই পুথিখনত হিন্দু ধৰ্মৰ মূল ক্ৰিয়া-কৰ্ম, নীতি-নিয়ম আদিৰ কথা সুন্দৰভাৱে ফুটি উঠিছে। *বিশ্বদৰ্পন, নীতি সপোন, ভক্তিৰত্নাকৰ, মাধৱদেৱ* আদি ভালেমান পুথি মহন্তদেৱে প্ৰকাশ কৰি থৈ গৈছে। তেওঁ *শ্ৰীমদ্ভাগৱতৰ* চমু কৰি অসমীয়া ভাষাৰ সংক্ষেপ *শ্ৰীমদ্ভাগৱত* নাম দি প্ৰকাশ কৰিছিল। *সাম্প্ৰদায়িক পৰিচয়, জ্ঞানসিন্ধু, প্ৰবন্ধমালা* আদি মহন্তদেৱৰ অপ্ৰকাশিত পুথি বুলি জনা যায়।

*আত্ম পৰিচয়* নামৰ গ্ৰন্থত ঈশ্বৰ আৰু মানুহৰ লগত আত্মা পৰমাত্মাৰ সম্বন্ধ আৰু আত্মাৰ লগত দেহতত্ত্ব, স্বৰ্গ নৰক, পুনৰ্জন্ম, জীৱ-জগতৰ কথা আদি তেওঁ বিশেষভাৱে আলোচনা কৰিছে। *প্ৰসংগ প্ৰণালীত* চৈধ্য প্ৰসংগৰ কথা নিয়াৰিকৈ বৰ্ণনা কৰাৰ উপৰিও সৰু সৰু কিছুমান কথা আঙুলিয়াই দেখুৱাইছে। মহাপুৰুষীয়া ধৰ্মৰ শ্ৰেষ্ঠত্ব আৰু সাৰমৰ্ম সম্বন্ধে মহন্তদেৱে অতি সুন্দৰকৈ শংকৰদেৱৰ শুদ্ধ ধৰ্ম নামৰ পুথিখনত আলোচনা কৰিছে। ১৯১৭ খ্ৰীষ্টাব্দত অসম সাহিত্য সভা স্থাপন কৰাৰ প্ৰধান পৃষ্ঠপোষকসকলৰ ভিতৰত এওঁ আছিল অন্যতম।

১৯৫০ খ্ৰীষ্টাব্দৰ ১৫ ফেব্ৰুৱাৰীৰ দিনাখন হলিৰাম মহন্ত ঠাকুৰে ইহলীলা সম্বৰণ কৰে।

**হৰেশ্বৰ শৰ্মাবৰুৱা** (জন্ম ঃ ১৮৭৫, মৃত্যু ঃ ১৯০৬ খ্ৰী.)

যোৰহাটৰ টীয়কত বৰুৱাদেৱৰ জন্ম হয়। অসমৰ প্ৰথমখন বাস্তৱধৰ্মী উপন্যাস *কুসুম কুমাৰী* ১৮৯৯ খ্ৰীষ্টাব্দত তেওঁ ৰচনা কৰে। উপন্যাসখনিত সামাজিক চেতনাৰ প্ৰকাশ লক্ষ্য কৰা যায়। ইয়াৰোপৰি, উপন্যাসখনিত চাঞ্চল্যজনক ঘটনাই প্ৰাধান্য লাভ কৰিছে। অৱশ্যে চৰিত্ৰ বিশ্লেষণৰ প্ৰয়াস ইয়াত দেখা নাযায়। প্ৰমোদ কুমাৰ আৰু কুসুম কুমাৰীৰ প্ৰেমজনিত কাহিনীটোৰ লগত উপকাহিনী হিচাপে সেউতী আৰু মোহনচন্দ্ৰৰ কাহিনীভাগ সমান্তৰালভাৱে উপন্যাসখনত সংযোজিত হৈছে।

**হিতেশ্বৰ বৰবৰুৱা** (জন্ম ঃ ১৮৭৬, মৃত্যু ঃ ১৯৩৯ খ্ৰী.)

এক প্ৰসিদ্ধ আহোম বংশত হিতেশ্বৰ বৰবৰুৱাৰ জন্ম হয়। যোৰহাটৰ সৰু চৰাইৰ ভদৰি বৰবৰুৱা বংশৰ চিকৌ গগৈ বৰবৰুৱাৰ ঔৰসত তেওঁৰ জন্ম হয়। আৰ্থিক অনাটনৰ হেঁচাত পৰি হাইস্কুলীয়া আনুষ্ঠানিক শিক্ষা শেষ নকৰাকৈয়ে স্কুল এৰি তেওঁ চাহ বাগানৰ কেৰাণী কামত সোমায়। হিতেশ্বৰ বৰবৰুৱাৰ জীৱন প্ৰবাহ শোকৰ উৰ্মিৰে পৰিপূৰ্ণ। তেওঁৰ নুমলীয়া ভনী ৰত্নদাক ১৯০৩ খ্ৰীষ্টাব্দত, কানসমনীয়া ভাই সুৰেশ্বৰক ১৯০৬ খ্ৰীষ্টাব্দত, প্ৰিয়তমা পত্নীক ১৯১১ আৰু প্ৰাণসম কনিষ্ঠ পুত্ৰ বিপিনক ১৯২১ খ্ৰীষ্টাব্দত চিৰদিনৰ বাবে হেৰুৱাই সৰ্বশ্ৰান্ত হয়। এনে দুখে তেওঁৰ জীৱনলৈ যি শোকৰ ঢল বোৱাই আনিলে, তাক প্ৰশমিত কৰিবৰ বাবে যেন সাহিত্য চৰ্চা আৰম্ভ কৰিলে। প্ৰিয়লোকৰ বিচ্ছেদত বৰবৰুৱাই যি কাব্য সৃষ্টি কৰিছে সি করুণ ৰসসিক্ত আৰু ভাৱ ঘন হৈ উঠিছে।

স্কুলীয়া অৱস্থাৰে পৰাই কাব্যামৃত ৰসাস্বাদন কৰাৰ হেঁপাহ তেওঁৰ তীব্ৰ আছিল। সেয়েহে *তলসৰা ফুলৰ আঁজলি আৰু অসম কুসুম* নামৰ দুখন কবিতা মালা তেওঁ ছাত্ৰাৱস্থাতে লিখি উলিয়াইছিল। কিন্তু দুখৰ বিষয় যে পুথি দুখন প্ৰকাশ হৈ নুলাল। তাৰ পিছত *ঢোপাকলি* নামে এখন কবিতা পুথি প্ৰকাশ পাইছে ১৯০২ খ্ৰীষ্টাব্দত। *ঢোপাকলিত* অন্তৰ্ভুক্ত কবিতাবিলাকৰ ভিতৰত কিছুমান *ছনেট* আৰু কিছুমান *খণ্ড কবিতা*।





গ্ৰন্থৰ ব্যাপক অধ্যয়ন আৰু জাতীয় প্ৰেম এই দুই বিশেষত্বই বৰবৰুৱাৰ সাহিত্য সৃষ্টিত বিকাশ সাধন কৰিছে বুলি ক'ব পৰা যায়। ইংৰাজী, বঙালী আৰু সংস্কৃত কাব্য তেওঁ অধ্যয়ন কৰিছিল। নিজৰ দেশৰ সৰু-ডাঙৰ বুৰঞ্জীৰ বাহিৰেও ইংলেণ্ড, গ্ৰীছ, ৰোমৰ বুৰঞ্জী আদিও বৰবৰুৱাই শ্ৰদ্ধাৰে অধ্যয়ন কৰিছিল। তেওঁ প্ৰসিদ্ধ কবিৰূপে খ্যাত হোৱাৰ উপৰিও ঐতিহাসিক গদ্যকাৰো। বৰবৰুৱা *ছনেট* ৰচক আৰু ৰসাত্মক কাহিনী কাব্যৰ প্ৰসাৰণ কৰ্তাৰূপে আমাৰ সাহিত্যত বিশেষভাৱে স্মৰণীয় হৈ থাকিব।

ইংৰাজ কবি মাইকেল মধুসূদন দত্ত আৰু অসমীয়া কবি হেমচন্দ্ৰ গোস্বামীৰ ছনেটৰ আদৰ্শই হিতেশ্বৰ বৰবৰুৱাক ছনেট ৰচনাত উদগনি দিয়া বুলি ক'ব পাৰি। তেওঁৰ মালচ কবিতাপুথি ১২৮ টা ছনেটৰ সংযোজন। মালচ প্ৰকাশ পায় ১৯১৮ খ্ৰীষ্টাব্দত। বৰবৰুৱাৰ মালচেই প্ৰথম অসমীয়া ছনেট পুথি। পৰিয়ালৰ তথা আত্মীয় স্বজনৰ মৃত্যুৰ উপৰিও বিশেষকৈ চৈধ্য বছৰীয়া নুমলীয়া পুত্ৰ বিপিনৰ বিয়োগত বেদনা কাতৰ হৃদয়ৰ পৰা নিগৰি ওলোৱা শোকৰ নিজৰাই ছনেটৰ ৰূপত যেনেকৈ প্ৰকাশ লাভ কৰিছে সি চকুলো নামেৰে ১৯২২ খ্ৰীষ্টাব্দত প্ৰকাশ পাইছে। পুত্ৰৰ মৃত্যুৰ দিনাখনেই কবিজনাই যিটো ছনেট ৰচনা কৰিছিল, সেইটোৱেই *চকুলো* নামৰ কবিতা পুথিখনিৰ প্ৰথমটো কবিতা হিচাপে প্ৰকাশিত হৈছে।

চকুলোৰ পৰাই অনুমান কৰিব পাৰি যে কবি ঈশ্বৰ বিশ্বাসী, নিৰাশাবাদী নহয় আৰু সকলো দুখ-যান্ত্ৰণা, শোক-তাপ আদি সকলো দুখকে পৰম শক্তিৰ নিৰ্মালিৰূপে তেওঁ গ্ৰহণ কৰিছে। নান্দনিক গুণৰ অভাৱ তেওঁৰ ছনেটত পোৱা নাযায়।

কবি হিতেশ্বৰ বৰবৰুৱা ইতিহাস প্ৰেমিকো। অসম বুৰঞ্জীৰ তিনিটা প্ৰসিদ্ধ ঘটনাৰ অৱলম্বনত ৰচনা কৰে তিনিখন বৰ্ণনাত্মক কাহিনী কাব্য— *কমতাপুৰ ধ্বংস (১৯১০), তিৰোতাৰ আত্মদান (১৯১৩) আৰু যুদ্ধক্ষেত্ৰত আহোম ৰমণী (১৯১৪)।* তিনিওখনৰ ভিতৰতে *যুদ্ধক্ষেত্ৰত আহোম*

*ৰমণীক* শ্ৰেষ্ঠ বুলি ধৰা হয়। কাব্য গ্ৰন্থখনৰ বিষয় গাম্ভীৰ্য, ভাষা, বৰ্ণনা শক্তি আদি সকলো ফালৰ পৰাই শ্ৰেষ্ঠ। তেওঁৰ আন চাৰিখন কাব্যগ্ৰন্থ হৈছে —*বিৰহিনী বিলাপ (১৯১০), আভাস (১৯১৪), ডেচডিমোনা (১৯১৭), অলিা (১৯১৭)।*

অসমীয়া সাহিত্যত দীঘলীয়া বৰ্ণনাত্মক কথা-কাব্য ৰচনাত তেওঁ অপ্ৰতিদ্বন্দ্বী হৈ আছে। বৰবৰুৱাৰ লিখনীত অমিত্ৰাক্ষৰ ছন্দই নিভাঁজ অসমীয়া ৰূপত প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছে। তেওঁৰ কবিতাৰ প্ৰধান বিশেষত্ব হ'ল স্বদেশ প্ৰীতি আৰু কৰুণ ৰসৰ প্ৰাধান্য।

ভাষা জননীৰ সেৱক বৰবৰুৱাই চকুলোতে সাহিত্যিক জীৱনৰ পৰা অৱসৰ ল'ব বিচাৰিছিল যদিও লেখনি সামৰিব নোৱাৰিলে। পিছত *আহোমৰ দিন* নামৰ বিৰাট বুৰঞ্জী এখন শেষ জীৱনত প্ৰণয়ন কৰি উলিয়ায়। *চকুলো আৰু মালচ* ৰচনা কৰাৰ পূৰ্বে মালিতা নামৰ এখনি ঐতিহাসিক উপন্যাস আৰু *আঁজলি আৰু বৈদেহীৰ নিৰ্বাসন* নামৰ দুখন কাব্য ৰচনা কৰিছিল। অৱশ্যে শেষৰ দুখন প্ৰকাশ নাপালে।

মুঠতে অসমীয়া সাহিত্যত ছনেটৰ প্ৰৱৰ্তক আৰু কাহিনীকাব্যৰ অপ্ৰতিদ্বন্দ্বী কবিৰূপে হিতেশ্বৰ বৰবৰুৱাদেৰে স্বকীয় আসন পাবৰ যোগ্য।

**হেমচন্দ্ৰ গোস্বামী (জন্ম ঃ ১৮৭২, মৃত্যু ঃ ১৯২৮ খ্ৰী.)**

অসমীয়া সাহিত্যত চতুৰ্দশপদী কবিতাৰ শুভ আৰম্ভণি হয় হেমচন্দ্ৰ গোস্বামীৰ হাততে। *আসাম বন্ধু, উষা, বাঁহী* আদি আলোচনীৰ পাততেতেওঁৰ প্ৰৱন্ধ, কবিতা আদি প্ৰকাশ পাইছিল।

(সবিশেষ ৩য় খণ্ডত চাওক)

**হেমচন্দ্ৰ বৰুৱা (জন্ম ঃ ১৮৩৫, মৃত্যু ঃ ১৮৯৬ খ্ৰী.)**

১৮৩৫ খ্ৰীষ্টাব্দত শিৱসাগৰৰ ৰজাবাহৰ গাঁৱত প্ৰসিদ্ধ বেজবৰুৱা





পৰিয়ালত জন্ম হোৱা হেমচন্দ্ৰ বৰুৱা যুগ সংক্ৰান্তিৰ সন্তান। তেওঁৰ পিতৃৰ নাম মুক্তাৰাম বৰুৱা। দেউতাকৰ মৃত্যুৰ পিছত হেমচন্দ্ৰ বৰুৱাই খুড়াকৰ লগত শিৱসাগৰত থাকি বিদ্যা শিক্ষা কৰিছিল। তেওঁ পোনতে নকল নবীচৰ চাকৰিৰে কৰ্ম জীৱন আৰম্ভ কৰি ১৮৮১ খ্ৰীষ্টাব্দত অফিচ ছুপাৰিণ্টেণ্ডেণ্ট পদৰ পৰা অৱসৰ গ্ৰহণ কৰে।

সাহিত্যিক হেমচন্দ্ৰ বৰুৱা সাহিত্য সেৱাৰ জীৱন আৰম্ভ হয় অৰুণোদই পত্ৰিকাৰ যোগেদি। সোণাৰ চাঁদ বৰুৱা ছদ্মনামেৰে তেওঁ প্ৰথমতে অৰুণোদইত লিখিবলৈ লয়। তেওঁ খ্ৰীষ্টান মিছনেৰীৰ অসমীয়া ভাষাৰ বানান পদ্ধতিৰ বিৰোধিতা কৰি তেওঁৰ নিজস্ব মত প্ৰতিষ্ঠা কৰিলে আৰু অসমীয়া ভাষাৰ বানান পদ্ধতি উচ্চাৰণৰ কেন্দ্ৰিক নকৰি সংস্কৃত ভাষাৰ অনুগত কৰিলে। তেওঁ আধুনিক গদ্য ৰীতি প্ৰৱৰ্তন কৰিলে আৰু সৃষ্টিশীল অসমীয়া সাহিত্যৰ দ্বাৰ উদঘাটন কৰিলে।

অসমীয়া ভাষা-সাহিত্যৰ ভেটি নিৰ্মাণত হেমচন্দ্ৰ বৰুৱাৰ অৱদান অপৰিমেয়। তেওঁৰ ৰচিত গ্ৰন্থসমূহ হ'ল— *আদি পাঠ (১৮৭৩), অসমীয়া ব্যাকৰণ (১৮৫৯), পাঠমালা (১৮৮৫), পঢ়াশালীয়া অভিধান (১৮৯১), স্বাস্থ্য ৰক্ষা বা গা ভালে ৰাখিবৰ উপায়,* ***হেমকোষ অভিধান*** *(১৯০০), কানীয়াৰ কীৰ্ত্তন (১৮৬১), বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰি (১৮৬৬), অসমীয়া ল'ৰাৰ ব্যাকৰণ (১৮৮৬)*।

হেমচন্দ্ৰ বৰুৱাই *'আচাম নিউজ'* ১৮৮২-৮৫)ৰ দৰে কাকতো সম্পাদনা কৰিছিল। *Way to health* নামৰ পুথি অনুবাদ কৰাৰ উপৰিও তেওঁ *Assamese Marriage System* নামৰ পুথি ৰচনা কৰিছিল। হেমচন্দ্ৰ বৰুৱাই জোনাকী আলোচনীত এটি আত্ম জীৱনীমূলক ৰচনাও লিখিছিল।

**হেৰিয়েট বি. এল. কট্টাৰ**

অৰুণোদইৰ প্ৰথম প্ৰকাশক, মুদ্ৰক অলিভাৰ টমাচ কট্টাৰৰ পত্নী হৰিয়েট বি. এল. কট্টাৰৰ স্বামীৰ সৈতে ১৮৩৬ খ্ৰীষ্টাব্দত অসমৰ শদিয়াত

প্ৰৱেশ কৰি ১৮৫৩ খ্ৰীষ্টাব্দলৈকে অসমত বসবাস কৰি স্বদেশলৈ উভতি যায়। ইলাইজা ব্ৰাউনৰ দৰেই হেৰিয়েটেও পঢ়াশালিত শিক্ষাদান আৰু স্ত্ৰী শিক্ষা প্ৰসাৰৰ অভিযানত যোগদান কৰে। ১৮৪০ খ্ৰীষ্টাব্দত জয়পুৰ মিছন প্ৰেছৰ পৰা তেওঁক Vocabulary and phrases in English and Assamese (শব্দাৱলী আৰু খণ্ডবাক্য) গ্ৰন্থখনি প্ৰকাশ হয়। তেওঁৰ দ্বিতীয় পুথি Phrases in English and Assamese এডোৱাৰ্ড ডব্লিউ ক্লাৰ্কৰ দ্বাৰা সম্পাদিত ৰূপত প্ৰকাশ হয় ১৮৭৭ চনত।





# দ্বিতীয় অধ্যায়

## ঊনবিংশ শতিকাৰ অসমৰ ঐতিহ্যবাহী সংস্কৃত শিক্ষা আৰু পাশ্চাত্য শিক্ষাৰে শিক্ষিত সংস্কৃত পণ্ডিত লেখকসকল

(অসম বা প্ৰাচীন কামৰূপ ৰাজ্য খ্ৰীষ্টীয় কালৰ আৰম্ভণিৰ পৰাই ভৌম-বৰ্মন বংশৰ ৰজা আৰু শালস্তম্ভীয় বংশৰ ৰজাৰ ৰাজত্বৰ কালত, পাল বংশীয় ৰজাসকলৰ দিনত, ভূঞা-কছাৰী ৰজাসকলৰ সময়ত, কোচ ৰজা আৰু আহোম ৰজাসকলৰ পৃষ্ঠপোষকতাত আদি বৃটিছ যুগলৈকে ধাৰাবাহিকভাৱে সংস্কৃত শিক্ষাৰ সমৃদ্ধি আছিল আৰু বহুতো গ্ৰন্থৰ ৰচনা হৈছিল। প্ৰণালীবদ্ধভাৱে সেই গ্ৰন্থসমূহৰ আৰু গ্ৰন্থকাৰসকলৰ এতিয়াও পূৰ্ণাংগ তালিকা হোৱা নাই আৰু অসমীয়া সংস্কৃত-সাহিত্যৰ বুৰঞ্জীও প্ৰস্তুত হোৱা নাই।

ঊনবিংশ শতিকাৰ তেনে কেইগৰাকীমান লেখক-পণ্ডিতৰ চমু পৰিচয় এই কোষত সন্নিৱিষ্ট কৰা হ'ল। গ্ৰন্থ ৰচনাৰ তথ্য নোপোৱা বহু পণ্ডিতৰ নাম ইয়াত উল্লেখ কৰা হোৱা নাই।)

### আদ্যনাথ ভট্টাচাৰ্য ন্যায়ভূষণ (খ্ৰী.১৮৪৭-১৯২৭)

বৃটিছ যুগৰ শ্ৰীহট্ট জিলাৰ কালী-কিশোৰ তৰ্কৰত্নক বাদ দিলে অসমৰ বৃটিছ চৰকাৰ প্ৰদত্ত প্ৰথম মহামহোপাধ্যায় উপাধিধাৰী পণ্ডিত আছিল আদ্যনাথ ভট্টাচাৰ্য ন্যায়ভূষণ। বিলাসীপাৰাৰ নিকটৱৰ্তী হাকামা গাঁৱত আদ্যনাথে ১৮৪৭ খ্ৰীষ্টাব্দৰ এপ্ৰিল মাহত জন্মগ্ৰহণ কৰিছিল। তেওঁৰ পিতৃৰ নাম আছিল বৈকুণ্ঠনাথ ভট্টাচাৰ্য আৰু মাতৃৰ নাম নিৰ্মায়া দেৱী। সৰুতেই ঘাটমাউৰা হোৱাত তেওঁ গৌৰীপুৰৰ ওচৰৰ খুদিমাৰী গাঁৱলৈ আহি বাল্যকাল কটাই প্ৰাথমিক শিক্ষা লাভ কৰে।

সেই সময়ত হাকামা, খুদিমাৰী, শালকোছা আদি গাঁও বিদগ্ধ সংস্কৃত পণ্ডিতসকলৰ বাসস্থান আছিল। আদ্যনাথৰ পূৰ্ববৰ্ত্তী বিখ্যাত নৈয়ায়িক পণ্ডিত যজ্ঞপতি উপাধ্যায় হাকামা গাঁৱৰে সন্তান আছিল। এইজন উপাধ্যায় আছিল ১৮৩৪ খ্ৰীষ্টাব্দত গৌৰীপুৰত স্থাপিত হোৱা তাৰিণীপ্ৰিয়া চতুষ্পাঠীৰ প্ৰথমজন প্ৰধান আচাৰ্য। আদ্যনাথ ভট্টাচাৰ্যই শিলাগাঁৱত অৱস্থিত বিখ্যাত গোপালদেৱ বিদ্যাবাগীশৰ টোল-আশ্ৰমত প্ৰথমে সংস্কৃত অধ্যয়ন কৰে। তাৰ পাছত তেওঁ নৱদ্বীপৰ সংস্কৃত টোলত এবছৰমান, কলিকতাত স্বনামধন্য চন্দ্ৰকান্ত ন্যায়ালংকাৰৰ ওচৰত সাত বছৰ কাল ন্যায়, নব্যন্যায়, স্মৃতি, কাব্য আৰু অলংকাৰ শাস্ত্ৰ অধ্যয়ন কৰে।

সেই সময়ত আদ্যনাথেই অসমৰ ভিতৰত প্ৰথম 'ব্যাকৰণতীৰ্থ' আছিল। তেওঁৰ বিশেষ পাৰদৰ্শিতাৰ বাবে চন্দ্ৰকান্ত ন্যায়ালংকাৰৰ তাতেই তেওঁক অধ্যাপক মণ্ডলীয়ে 'ন্যায়ভূষণ' উপাধি প্ৰদান কৰিছিল।

উপাধ্যায়ৰ পাছত তেওঁ গৌৰীপুৰ তাৰিণীপ্ৰিয়া চতুষ্পাঠীৰ অধ্যাপক নিযুক্ত হয় আৰু কিছুদিন পাছতে তাতেই অধ্যক্ষ হৈ ৪০ বছৰ কাল অধ্যাপনা কৰি অৱসৰ গ্ৰহণ কৰে। ৰমানাথ বিদ্যালংকাৰ, ৰত্নাকৰ সিদ্ধান্তৰত্ন আৰু তাৰানাথ গোস্বামী স্মৃতিৰত্ন আদি বিদগ্ধ পণ্ডিতসকল তেওঁৰেই ছাত্ৰ আছিল।

আদ্যনাথ ন্যায়ভূষণে কেইবাখনো সংস্কৃত গ্ৰন্থ ৰচনা কৰিছিল কিন্তু সেইবোৰ প্ৰকাশ হোৱা নাছিল। হস্তলিখিতভাৱে তেওঁ গ্ৰন্থসমূহ সংগ্ৰহ কৰি ৰাখিছিল বুলি জনা যায়। এসময়ত উক্ত গ্ৰন্থৰাজি গুৱাহাটী বিশ্ববিদ্যালয়লৈ ড° বিৰিঞ্চি কুমাৰ বৰুৱাদেৱে লৈ আহিছিল বুলিও জনা যায়।

১৯০৯ খ্ৰীষ্টাব্দৰ পহিলা জানুৱাৰীত ভাৰত চৰকাৰে তেখেতক *মহামহোপাধ্যায়* উপাধি প্ৰদান কৰে। ১৯২৭ খ্ৰীষ্টাব্দৰ ২৭ নৱেম্বৰত স্বগৃহতে তেখেতৰ দেহাৱসান ঘটে।

**আনন্দৰাম বৰুৱা (খ্ৰী.১৮৫০-১৮৮৯)**

১৮৫০ খ্ৰীষ্টাব্দৰ ২১ মে' তাৰিখে আনন্দৰাম বৰুৱাৰ জন্ম হয় উত্তৰ





গুৱাহাটীৰ ৰজাদুৱাৰত। তেওঁৰ পিতৃ গৰ্গৰাম মজিন্দাৰ বৰুৱা আহোম ৰজাৰ সৰ্বশেষ মজিন্দাৰ বৰুৱা আছিল। বৃটিছ শাসনৰ আৰম্ভণিতে তেওঁ সদৰামিনৰ পদ পাইছিল। পিতৃ গৰ্গৰাম আৰু মাতৃ দুৰ্লভেশ্বৰীৰ তৃতীয় সন্তান বৰুৱাই চৈধ্য বছৰ বয়সতে এজন সংস্কৃত পণ্ডিতৰ তত্ত্বাৱধানত সংস্কৃত ভাষাত বিশেষ ব্যুৎপত্তি লাভ কৰি *অমৰকোষ* অভিধানখন মুখস্থ কৰি পেলায়।

প্ৰথম অসমীয়া বেৰিষ্টাৰ, চিভিলিয়ান আৰু ইংৰাজৰ ৰাজত্বকালত ভাৰতীয় চিভিলিয়ানসকলৰ ভিতৰত আনন্দৰাম বৰুৱা আছিল অন্যতম। ১৮৬৬ খ্ৰীষ্টাব্দত কলিকতাৰ প্ৰেছিডেন্সী কলেজৰ পৰা এফ. এ. পৰীক্ষাত প্ৰথম বিভাগৰ ষষ্ঠ স্থান অধিকাৰ কৰে আৰু গণিতত সৰ্বপ্ৰথম স্থান পাই বৰুৱাই ডাফ্ স্কলাৰশ্বিপ লাভ কৰে। ১৮৬৯ খ্ৰীষ্টাব্দতে কলিকতা বিশ্ববিদ্যালয়ৰ পৰা তৃতীয় স্থান অধিকাৰ কৰি বি. এ. পাছ কৰে। ১৮৬৯ খ্ৰীষ্টাব্দত তেওঁ প্ৰতিযোগিতামূলক বৃত্তি লাভ কৰি উচ্চ শিক্ষাৰ বাবে লণ্ডনলৈ যায় আৰু আই. চি. এছ. পৰীক্ষাৰ বাবে এখন শিক্ষা কেন্দ্ৰত ভৰ্তি হয় আৰু বি. এছ. চি. শ্ৰেণীটো নাম লগায়। ১৮৭২ খ্ৰীষ্টাব্দত ইংলেণ্ডত ইণ্ডিয়ান চিভিল ছাৰ্ভিচৰ চূড়ান্ত পৰীক্ষাত উত্তীৰ্ণ হৈ সপ্তম স্থান দখল কৰে আৰু আই. চি. এচ. হৈ ভাৰতবৰ্ষৰ পঞ্চমজন চিভিলিয়ানৰূপে নিৰ্বাচিত হয়। তেওঁ পোনতে শিৱসাগৰত এচিষ্টেণ্ট কমিচনাৰৰ কামত যোগদান কৰে। পাছলৈ বংগদেশৰ বিভিন্ন জিলাত একাধিক পদবীত নিযুক্ত হয়। তেওঁৰ শেষ পদবী আছিল নোৱাখালিত জিলা মেজিষ্ট্ৰেট— প্ৰথম ভাৰতীয়।

আনন্দৰাম বৰুৱাই প্ৰণয়ন কৰা গ্ৰন্থসমূহ হ'ল—*এ প্ৰেকটিকেল ইংলিছ-সংস্কৃত ডিক্সনেৰী (তিনিটা খণ্ডত ক্ৰমে ১৮৭৭ , ১৮৭৮ আৰু ১৮৮০-ত), হায়াৰ সংস্কৃত গ্ৰামাৰ ঃ জেণ্ডাৰ এণ্ড ছিনটেক্স (১৮৭৯), মহাবীৰ চৰিতম, জানকীৰাম ভাষ্যটীকা সম্বলিত (১৮৭৭), এ কম্পেনিয়ন টু দা সংস্কৃত ৰিডিং আণ্ডাৰ গ্ৰেজুৱেটছ অব দা কেলকাট্টা ইউনিভাৰ্ছিটি (১৮৭৮), ভৱভূতি এণ্ড হিজ প্লেচ ইন সংস্কৃত লিটাৰেচাৰ (১৮৭৮),*

*প্ৰছ'ডি (১৮৮২), বামন'জ্ কাব্যালংকাৰ সূত্ৰবৃত্তি, বাগভট্টালংকাৰ এণ্ড ভোজৰাজ'জ্ সৰস্বতী কণ্ঠাভৰণম্ (১৮৮৩), নানাৰ্থ সংগ্ৰহ (১৮৮৮), ধাতুবৃত্তিসাৰ (১৮৮৯), অমৰসিংহজ নামলিংগানুশাসনম্ (দুটা খণ্ড : ১৮৮৭ আৰু ১৮৮৮)। তেওঁৰ আন এখন গ্ৰন্থ 'অন দা এনচিয়েন্ট জিঅগ্ৰাফী অব ইণ্ডিয়া' (১৮০০)* প্ৰকৃততে অভিধানখনৰে অংশ আছিল যদিও পৃথকে প্ৰকাশ কৰি উলিওৱা হৈছে।

তেওঁৰ অগাধ পাণ্ডিত্যৰ কথা সুধী সমাজে চিৰদিন স্মৰণ কৰি থাকিব। বিশ্বৰ এগৰাকী বিশিষ্ট বিৰল সংস্কৃত পণ্ডিতৰূপে তেওঁৰ আন্তৰ্জাতিক খ্যাতি এতিয়াও জিলিকি আছে।

অতিপাত পৰিশ্ৰমৰ ফলত আনন্দৰাম বৰুৱাৰ শৰীৰ ৰোগাক্ৰান্ত হৈ পৰিছিল। শেষত ১৮৮৯ খ্ৰীষ্টাব্দৰ ১৯ জানুৱাৰী তাৰিখে ক'লকাতাত তেওঁৰ মৃত্যু হয়। তেওঁৰ মৃত্যুৰ স্মৃতি ফলকখন কলিকতা বিশ্ববিদ্যালয় বালিগঞ্জ শাখাত এতিয়া সংৰক্ষিত হৈ আছে। কলিকতা বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ শ্ৰেণীত তেওঁৰ স্মৃতিৰ বাবে অসম ছাত্ৰ সন্মিলনে আগবঢ়োৱা স্বৰ্ণপদক কিছু বছৰ আগলৈকে প্ৰচলিত হৈ আছিল।

**গোপালচন্দ্ৰ চক্ৰৱৰ্তী**

জন্ম নলবাৰীৰ বনগাঁৱত। তেওঁ ৰত্নমালা ব্যাকৰণ প্ৰকাশ কৰিছিল।

**গোপালচন্দ্ৰ তৰ্ক-স্মৃতি-ব্যাকৰণ-তীৰ্থ**

গোপালচন্দ্ৰৰ জন্ম কৈঠালকুছিত। অষ্টাদশ শতিকাৰ শেষ অথবা উনবিংশ শতিকাৰ প্ৰথমতে জন্ম গ্ৰহণ কৰি এখেতে ন্যায়, ব্যাকৰণ আৰু স্মৃতি শাস্ত্ৰত ব্যুৎপত্তি লাভ কৰে। পিতাম্বৰ সিদ্ধান্ত বাগীশৰ সম্বন্ধ কৌমুদী, প্ৰেতকৃত্য কৌমুদী আৰু দশকৰ্ম কৌমুদীৰ বিষয়ে তেওঁ প্ৰাঞ্জল টীকা ভাষ্য লেখি থৈ গৈছে। *বিবাহ পদ্ধতি* আৰু কেইবাখনো পূজা পদ্ধতিৰ বিধিও তেওঁ ৰচনা কৰিছিল।

তেওঁৰ ১৮৪০ খ্ৰীষ্টাব্দত মৃত্যু হোৱা বুলি জনা যায়।





**গোপালদেৱ বিদ্যাবাগীশ**

গোপালদেৱ বিদ্যাবাগীশ উনবিংশ শতিকাৰ আদিভাগত বৰপেটাৰ নিকটৱৰ্তী শিলা গাঁৱত জন্ম গ্ৰহণ কৰে। বিদ্যাবাগীশ অসাধাৰণ সংস্কৃত পণ্ডিত আছিল। এওঁ প্ৰথমতে কোচ বিহাৰত, তাৰ পাছত গৌৰীপুৰত আৰু শেষৰ ফালে নিজ গাঁৱতে টোল স্থাপন কৰি অধ্যাপনা কৰিছিল। তেওঁৰ বহু বিষয়ত অসাধাৰণ ব্যুৎপত্তি আছিল। প্ৰয়োগ ৰত্নমালা ব্যাকৰণৰ কাৰক প্ৰকৰণৰ টীকা ৰচনা কৰিছিল। কৃতকাৰ্য হোৱা প্ৰতিভাধৰ ছাত্ৰক তেওঁ প্ৰাচীন গুৰুসকলে প্ৰদান কৰাৰ দৰে উপাধি প্ৰদান কৰিছিল।

**গোপীনাথ শৰ্মা স্মৃতি-জ্যোতিষৰত্ন (খ্ৰী.১৮৪৭)**

১৮৪৭ খ্ৰীষ্টাব্দত কামৰূপৰ বিষ্ণুপুৰ গাঁৱত জন্ম। নৱদ্বীপ আৰু কাশীত শিক্ষা লাভ কৰিছিল। তেওঁ নিজেই ***দৈৱজ্ঞ ভাস্কৰ*** নামে জ্যোতিষ পুথি ৰচনা কৰিছিল আৰু আন কেইখনমান সাধাৰণ পুথিও লেখিছিল।

**গৌৰীকান্ত ভট্টাচাৰ্য সাৰ্বভৌম**

তাৰ্কিক পণ্ডিত। *নব্যন্যায়ৰ নৈয়ায়িক* পুথি তেওঁ লিখিছিল।

**চন্দ্ৰকান্ত বিদ্যালংকাৰ (খ্ৰী.১৮৭০-১৯৫২)**

ধৰ্মপুৰ মৌজাৰ গামেৰিমুৰী গাঁৱত ১৮৭০ খ্ৰীষ্টাব্দৰ ২০ ডিচেম্বৰত জন্ম হৈছিল। তেওঁ ৰত্নমালা ব্যাকৰণৰ অদ্বিতীয় পণ্ডিত। প্ৰথমতে স্থানীয়ভাৱে বলভদ্ৰ মিশ্ৰ উপাধ্যায়ৰ টোলত পঢ়ি ক্ৰমে কৈহাটীৰ হংসনাথ গোস্বামী, দাছদিৰ সেনাপতি বিদ্যাবাগীশ, গৌৰীপুৰৰ মহামহোপাধ্যায় আদ্যনাথ ন্যায়ভূষণ, কোচবেহাৰত সিদ্ধনাথ বিদ্যাবাগীশ, পূৰ্ব স্থলিৰ কৃষ্ণনাথ ন্যায় পঞ্চানন প্ৰভৃতি খ্যাতনামা পণ্ডিতৰ ওচৰত অধ্যয়ন কৰি স্মৃতি, ব্যাকৰণ, অলংকাৰ আৰু শেষত ন্যায় শাস্ত্ৰত গভীৰ পাণ্ডিত্য লাভ কৰে। কোচবিহাৰত তেওঁ বিদ্যালংকাৰ উপাধি লাভ কৰে। ঘৰতে তেওঁ টোল প্ৰতিষ্ঠা কৰে। তেওঁৰ প্ৰকাশিত গ্ৰন্থ *মঞ্জৰীত্ৰয়ম্;* তাৰ ভিতৰত আছে

*শব্দ মঞ্জৰী, ধাতু মঞ্জৰী, পদ মঞ্জৰী*। *মণ্ডলাধ্যায়* নামেৰেও তেওঁ পূজাৰ মণ্ডলসমূহৰ সমীক্ষাত্মক পৰিচয় দি এখন পুথি লেখিছিল।

১৯৫২ খ্ৰীষ্টাব্দৰ ২৪ মাৰ্চত তেওঁৰ মৃত্যু হয়।

### জন্মেজয় অধ্যাপক (ভট্টাচাৰ্য)

জন্মেজয় অধ্যাপকৰ জন্মস্থান কাটাকুছিত। তেওঁ উনবিংশ শতিকাৰ লোক। তেওঁক মানুহে 'কাটাকুছিয়া দেউ' বুলিহে মাতিছিল। কৰ্মকাণ্ডৰ টীকা, ব্যাকৰণ, স্মৃতি, জ্যোতিষ, পুৰাণ আদি সকলো বিষয়তে অগাধ পাণ্ডিত্যৰ পৰিচয় দিয়া জন্মেজয় ভট্টাচাৰ্যই অধ্যাপকৰূপে শিক্ষাদানত সুখ্যাতি আৰ্জিছিল। *জোটন জ্যোৎস্নিকা* নামৰ ফলিত জ্যোতিষ গ্ৰন্থখনৰ তেওঁ গ্ৰন্থকাৰ আছিল।

### জীৱনাথ অধ্যাপক

১৮২৬ খ্ৰীষ্টাব্দত নলবাৰীৰ গন্ধিয়া গাঁৱত তেওঁৰ জন্ম। জ্যোতিষৰ *ফলিত* আৰু *গণিত* উভয় শাখাৰে বিদগ্ধ পণ্ডিত আছিল। তেওঁ *জ্যোতিষ ৰত্নমালাৰ টিপ্পনী* লিখিছিল আৰু *শ্ৰীতত্ত্বচিন্তামণি* নামৰ শাক্ত গ্ৰন্থখন তেওঁৰ মৌলিক ৰচনা আছিল।

### ধীৰেশ্বৰাচাৰ্য (খ্ৰী.১৮৫১-১৯১৯)

কবিৰত্ন আৰু মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্যৰ ১৮৫১ খ্ৰীষ্টাব্দৰ জেঠ মাহত নলবাৰীৰ আঠঘৰীয়া নামৰ গাঁৱত জন্ম হয়। তেওঁ সংস্কৃত কাব্য আৰু ব্যাকৰণ শাস্ত্ৰৰ বিদগ্ধ পণ্ডিত আছিল। প্ৰায় ১২ বছৰমান বয়সৰ পৰাহে লৰমা আৰু নাগাৰকুছিৰ টোলত প্ৰাথমিক শিক্ষা লাভ কৰি কোচবিহাৰৰ সিদ্ধনাথ বিদ্যাবাগীশৰ টোলত তেওঁ কিছুদিন শিক্ষা গ্ৰহণ কৰিছিল। উত্তৰ গুৱাহাটী, নগাঁও আদিত তেওঁ টোলৰ অধ্যাপক হৈ থাকে। অসাধাৰণ কাব্য প্ৰতিভাৰ অধিকাৰী হৈ তেওঁ ভালেকেইখন গ্ৰন্থ আৰু শ্লোক ৰচনা কৰি বিখ্যাত হয়। ধীৰেশ্বৰাচাৰ্যৰ দ্বাৰা ৰচিত তথা





প্ৰণীত এখনি বিস্তৃত মূল্যৱান সংস্কৃত ছন্দশাস্ত্ৰ হৈছে **বৃত্তমঞ্জৰী**। পণ্ডিতগৰাকীৰ দুখন সংস্কৃত খণ্ডকাব্য হ'ল ***শোক-প্ৰকাশ*** আৰু ***হৰ্ষ-প্ৰকাশ***। তেওঁ কেইবাখনো ভক্তিমূলক স্তোত্ৰ ৰচনা কৰে, যিবোৰ লয়াত্মক আৰু অলংকাৰবহুল। সেইকেইখন হ'ল *গোপালাষ্টক, ৰামাষ্টক, পৰমেশ্বৰাষ্টক, শিৱস্তুতি, কামাখ্যাষ্টক*। তেওঁ শ্ৰীধৰ কন্দলীৰ *কাণখোৱা* কাব্যক ***কৰ্ণখাদক*** নামেৰে সংস্কৃতলৈ ভাঙনি কৰে। ***ৰাধিকাৰ মান ভঞ্জন*** তেওঁ অসমীয়া ভাষাত ৰচনা কৰা একমাত্ৰ কাব্য গ্ৰন্থ। উত্তৰ গুৱাহাটী, নগাঁও, কামাখ্যা আৰু মাজুলীৰ একাধিক সত্ৰৰ বিভিন্ন সংস্কৃত টোলত তেওঁ অধ্যাপনা কৰিছিল। তেওঁৰ অন্য এক উল্লেখনীয় কীৰ্তি আছিল এয়ে যে তেওঁ অসমত *ৰত্নমালা ব্যাকৰণ* প্ৰচলন থাকিলেও পাণিনি ব্যাকৰণৰ শিক্ষা প্ৰচলন আৰু প্ৰচাৰৰ বাবে অহৰহ প্ৰচেষ্টা চলাইছিল। বিস্ময়কৰভাৱে পাণিনিৰ ব্যাকৰণ তেওঁৰ আয়ত্বাধীন হৈছিল। স্মৰ্তব্য যে তেওঁ তেওঁৰ সকলো আৰ্জিত সম্পদ আৰু নগদ ১২০০০.০০ টকা বেদ আৰু পাণিনি ব্যাকৰণৰ শিক্ষাৰ বাবে নলবাৰীৰ দামোদৰ ধাম সত্ৰত প্ৰদান কৰি টোল প্ৰতিষ্ঠা কৰি গৈছে আৰু সেই টোল আজিও আছে।

এইগৰাকী মহান আচাৰ্যক ভাৰত চৰকাৰে ১৯১০ খ্ৰীষ্টাব্দৰ ১ জুন তাৰিখে ***মহামহোপাধ্যায়*** উপাধি প্ৰদান কৰি সমগ্ৰ অসমকে ধন্য কৰিছিল। ধীৰেশ্বৰাচাৰ্যই 'কবিৰত্ন' উপাধিও প্ৰাপ্ত হৈছিল।

১৯১২ খ্ৰীষ্টাব্দত স্থাপিত **কামৰূপ অনুসন্ধান সমিতিৰ** প্ৰথম কাৰ্যনিৰ্বাহকৰ মূল সদস্য হৈ সেই সময়ৰ সমিতিত সভাপতিত্বও কৰিছিল। পুৰণি লিপি, জীৰ্ণ পাঠ, তামৰ ফলি আদিৰ পাঠ উদ্ধাৰত তেওঁ বিজ্ঞ হৈ উঠিছিল আৰু পণ্ডিত হেমচন্দ্ৰ গোস্বামী, পদ্মনাথ বিদ্যাবিনোদ, আদিয়ে এই বিষয়ত তেওঁৰ সহায় লৈছিল। গুণাভিৰাম বৰুৱা আদিৰ সৈতেও তেওঁৰ আছিল ঘনিষ্ঠতা। নলবাৰীৰ **কামৰূপ সংস্কৃত সঞ্জীৱনী** প্ৰতিষ্ঠা কালতো এই অনুষ্ঠানৰ তেওঁ গুৰি ধৰিছিল।

ধীৰেশ্বৰাচাৰ্যৰ ***'বৃত্তমঞ্জৰী'*** গ্ৰন্থখন সংস্কৃত সাহিত্যৰ এক বিৰল মূল্যৱান গ্ৰন্থ। সংস্কৃতৰ সকলো প্ৰকাৰৰ বিবিধ ছন্দৰ কথা ইয়াত সন্নিৱিষ্ট

কৰা হৈছে, যিবোৰৰ কিছুমান অন্য ছন্দ শাস্ত্ৰত উল্লেখ নাই। দুই-এখন বিখ্যাত সংস্কৃত গ্ৰন্থ ৰ কাব্য ছন্দৰ ত্ৰুটিও ইয়াত দেখুওৱা হৈছে। একাধিক ছন্দ তেওঁ নিজে আৱিষ্কাৰ কৰিছে। উল্লেখনীয় যে এই ছন্দৰ প্ৰকাৰবোৰ ব্যাখ্যা কৰোঁতে সেই সেই ছন্দস্পঞ্জতে তেওঁ শ্লোকবোৰ ৰচনা কৰিছে। '***বৃত্তমঞ্জৰী***'ৰ বিষয়ে বিশ্ববিদ্যালয়ত এতিয়া বিভিন্ন দিশত গৱেষণা হৈছে।

**নাৰায়ণচন্দ্ৰ শৰ্মা বিদ্যাভূষণ**

উনৈশ শতিকাৰ অসমীয়া ভাষা-সাহিত্যৰ অন্যতম লেখক নাৰায়ণচন্দ্ৰ শৰ্মা বিদ্যাভূষণ নলবাৰী জিলাৰ লৰমা গাঁৱৰ সদাশিৱৰ অন্যতম পুত্ৰ আছিল। নাৰায়ণচন্দ্ৰ সংস্কৃত পণ্ডিত হৈ গুৱাহাটীৰ নৰ্মাল স্কুলত সংস্কৃত শিক্ষক হৈছিল। গুৱাহাটীৰ ৰাজহুৱা সভাত ভাষণ দিওঁতে পাণ্ডিত্যৰ প্ৰদৰ্শনত তেতিয়াৰ মহাৰাষ্ট্ৰৰ বিখ্যাত বিদুষী পণ্ডিত ৰমাবায় নাৰায়ণচন্দ্ৰ বিদ্যাভূষণৰ লগত বিতৰ্কত হাৰিছিল বুলি জনা যায়। তেতিয়াই তেওঁক বিদ্যাভূষণ উপাধি প্ৰদান কৰিছিল বুলিও জনা যায় আৰু এই বিতৰ্কত বিজয়ৰ বাবেই নাৰায়ণ চন্দ্ৰই পাটৰ ধুতি-চাদৰ আৰু হাতী দাঁতৰ ফণি পুৰস্কাৰ পাইছিল। এওঁ গুণাভিৰাম বৰুৱাৰ দ্বাৰা সম্পাদিত আসাম বন্ধুৰ এজন নিয়মীয়া লেখক আছিল। ১৮৮৫ খ্ৰীষ্টাব্দত *আসাম বন্ধুত* তেওঁ 'না. শ.' এই সংক্ষিপ্ত নামেৰে *তিনিটি নাই, উন্নতি কেনেকৈ ?* এই প্ৰবন্ধটি ধাৰাবাহিকভাৱে কেইবাটাও সংখ্যাত লিখিছিল। তেওঁৰ প্ৰথম প্ৰবন্ধটো প্ৰকাশ হৈছিল ১৮৮৫ খ্ৰীষ্টাব্দৰ তৃতীয় সংখ্যাত। তেওঁ ***অসমীয়া আশুবোধ ব্যাকৰণ*** বুলি পঢ়াশালিৰ বাবে এখন অসমীয়া ব্যাকৰণ লিখিছিল। এইখন ব্যাকৰণৰ দ্বিতীয় সংস্কৰণ ওলাইছিল ১৮৮৭ খ্ৰীষ্টাব্দত। বহু বছৰ ধৰি এই ব্যাকৰণখন পাঠ্যপুথি আছিল। পুথিখনৰ ২৮ টা সংস্কৰণ ওলাইছিল বুলি জনা যায়। *অসমীয়া ভাষাৰ ব্যাকৰণৰ উদ্ভৱ কালত এই ব্যাকৰণখন এখন উল্লেখনীয় ব্যাকৰণ আছিল।* হেমচন্দ্ৰ বৰুৱাৰ *অসমীয়া ব্যাকৰণ* আৰু দীনবন্ধু তৰ্কালংকাৰৰ *অসমীয়া ল'ৰাৰ ব্যাকৰণৰ* পাছতে বিদ্যাভূষণৰ এই *আশুবোধ ব্যাকৰণৰ* স্থান নিৰ্ণীত হয়।





নাৰায়ণ চন্দ্ৰৰ আন এখন গ্ৰন্থ আছিল ***সংস্কৃত বাক্যাৱলী***। গ্ৰন্থখন প্ৰকাশিত হৈছিল। নাৰায়ণচন্দ্ৰ শৰ্মা বিদ্যাভূষণ কবিৰত্ন ধীৰেশ্বৰাচাৰ্যৰ কনিষ্ঠ সমসাময়িক আছিল। কিন্তু তেওঁ দীৰ্ঘকাল জীয়াই নাথাকিল। ৩০-৩২ বছৰ বয়সত তেওঁ ঢুকায়। তেওঁৰ মৃত্যুৰ পাছত ১৯০১ খ্ৰীষ্টাব্দত বৰপেটা নিবাসী লক্ষ্মীকান্ত বেদান্ত-বাগীশে গুৱাহাটীৰ নৰ্মাল স্কুলত সংস্কৃত পণ্ডিতৰ চাকৰিটো পাইছিল।

**পদ্মনাথ ভট্টাচাৰ্য বিদ্যাবিনোদ (খ্ৰী.১৮৬৮-১৯৩৮)**

তেওঁৰ জন্ম হয় শ্ৰীহট্ট জিলাৰ কসবা বালিয়াচন্দ গাঁৱত ১৮৬৮ খ্ৰীষ্টাব্দৰ ২১ ভাদ তাৰিখে)। পিতৃৰ নাম পঞ্চানন্দ ভট্টাচাৰ্য আৰু মাতৃৰ নাম হৰসুন্দৰী দেৱী। শৈশৱকালতে তেওঁৰ মাতৃৰ বিয়োগ হয়। পেহীয়েকৰ গাঁৱত গৈ পদ্মনাথে শিক্ষা লাভ কৰে। ১৮৮২ খ্ৰীষ্টাব্দত শ্ৰীহট্ট ৰাজকীয় ইংৰাজী বিদ্যালয়ত ভৰ্তি হৈ ১৮৮৬ খ্ৰীষ্টাব্দত এন্ট্ৰেন্স পৰীক্ষাত অসমৰ ভিতৰত প্ৰথম হৈ স্বৰ্ণপদক পায়। ১৮৮৮ খ্ৰীষ্টাব্দত এফ. এ.ত উত্তীৰ্ণ হৈ ঢাকা কলেজত বি. এ. পঢ়ে।

১৮৯০ খ্ৰীষ্টাব্দত সংস্কৃত, দৰ্শন আৰু ইংৰাজীত তিনিওটা বিষয়তে একেলগে অনাৰ্চ লৈ বি. এ. পাছ কৰে। সংস্কৃতত প্ৰথম শ্ৰেণী, ইংৰাজী আৰু দৰ্শনত দ্বিতীয় শ্ৰেণী পাইছিল। ১৮৯২ খ্ৰীষ্টাব্দত ইংৰাজীত ঢাকাৰ পৰাই এম. এ. পাছ কৰে। ইতিমধ্যেই তেওঁ কাব্য শাস্ত্ৰত উপাধি পৰীক্ষা দি প্ৰথম শ্ৰেণীৰ দ্বিতীয় হৈ *বিদ্যাবিনোদ* উপাধি লাভ কৰে।

১৮৯৩ খ্ৰীষ্টাব্দত শ্ৰীহট্টৰ মুৰাৰীচাঁদ কলেজত যোগদান কৰি পাছত চৰকাৰৰ শিক্ষা বিভাগত উপ-পৰিদৰ্শক আৰু অন্যান্য কামত যোগদান কৰে। ১৯০০ খ্ৰীষ্টাব্দত কটন কলেজৰ অধ্যাপক হয়। ১৯২২ খ্ৰীষ্টাব্দত *মহামহোপাধ্যায়* উপাধি লাভ কৰে কিন্তু *সাৰদা আইন* প্ৰচলনৰ প্ৰতিবাদত তেওঁ এই উপাধি ত্যাগ কৰে। ১৯১১-১২ খ্ৰীষ্টাব্দত তেওঁ কামৰূপ অনুসন্ধান সমিতি প্ৰতিষ্ঠা কৰাৰ চেষ্টা কৰে। ১৯১২ খ্ৰীষ্টাব্দৰ ৭ এপ্ৰিলত প্ৰতিষ্ঠা হোৱা এই সমিতিৰ প্ৰতিষ্ঠাপক সদস্য হয়।।

তেওঁৰ সম্পাদিত অসমৰ আদিকালৰ প্ৰত্নলিপিৰ অমূল্য সংকলন গ্ৰন্থখনৰ নাম *কামৰূপ শাসনাৱলী*। তেওঁৰ অন্যান্য গৱেষণামূলক নিবন্ধবোৰো আলোক সন্ধানী। *প্ৰবন্ধাষ্টক* গ্ৰন্থখন ৮ টা প্ৰবন্ধৰ সংকলন।

**পুষ্পকান্ত শাস্ত্ৰী (খ্ৰী.১৮৯০)**

১৮৯০ খ্ৰীষ্টাব্দত বৰনদীত তেওঁ জন্ম গ্ৰহণ কৰিছিল। নৱদ্বীপত ন্যায়শাস্ত্ৰ আৰু কলিকতাত কাব্য আৰু স্মৃতি অধ্যয়ন কৰি তেওঁ বিখ্যাত পণ্ডিত হৈ উঠিছিল। কাব্যৰ উপাধি পৰীক্ষাত প্ৰথম স্থান অধিকাৰ কৰিছিল। নিজৰ গাঁৱতে **'ৰামানন্দ টোল'** প্ৰতিষ্ঠা কৰি তাৰ লগতে খেলা-ধূলাও প্ৰচলন কৰি যশস্যা আৰ্জিছিল। তেওঁ সংস্কৃততে বহু স্তোত্ৰ ৰচনা কৰি বিখ্যাত হৈছিল। ৩৬ বছৰ বয়সত তেওঁৰ মৃত্যু হৈছিল।

**পুষ্পচন্দ্ৰ গোস্বামী ন্যায়ৰত্ন (.খ্ৰী.১৮৪৬)**

পুষ্পচন্দ্ৰ গোস্বামীৰ ১৮৪৬ খ্ৰীষ্টাব্দত নলবাৰীৰ কৈহাটীত জন্ম হৈছিল। তেওঁ শান্তিপুৰ, নৱদ্বীপ আদি ঠাইত স্মৃতি, জ্যোতিষ, ব্যাকৰণ, পুৰাণ আৰু দৰ্শন শাস্ত্ৰ অধ্যয়ন কৰি ন্যায় দৰ্শনত বিশেষ ব্যুৎপত্তি লাভ কৰে। তেওঁ ন বছৰৰো অধিক কাল অধ্যয়ন কৰি আহি নিজ গাঁৱত টোল স্থাপন কৰে।

১৮৯৪ খ্ৰীষ্টাব্দত বিল্বেশ্বৰ দেৱালয় প্ৰাংগণত অসমৰ প্ৰথম সংস্কৃত বিদ্যালয় তেওঁৰ উৎসাহ-উদ্দীপনাতে হয় আৰু তেওঁ তাৰ অধ্যক্ষ হয়। সিদ্ধনাথ সিদ্ধান্ত বাগীশ তেওঁৰ সহযোগী অধ্যাপক আছিল।

**ৰাসুদেৱ শৰ্মোপাধ্যায় (খ্ৰী.১৮৩৯)**

'বাহজনীয়া দেউ' বুলি প্ৰসিদ্ধ হোৱা এইগৰাকী পণ্ডিতৰ বাহজানীত জন্ম হৈছিল ১৮৩৯ খ্ৰীষ্টাব্দত। 'দাহুদিয়া দেউ' সোণাপতি বিদ্যাবাগীশৰ প্ৰিয়তম ছাত্ৰ আছিল। স্মৃতি, ব্যাকৰণ, কাব্য আৰু পুৰাণ অধ্যয়ন কৰিছিল। গ্ৰন্থ ৰচনাত হাত দিছিল বুলি জনা যায়। তেওঁক 'ভাগৱতভূষণ' উপাধি দিয়া হৈছিল।





**বিদ্যাদত্ত কবিৰত্ন**

তেওঁৰ ঘৰ গুৱাকুছিত। পণ্ডিত ললিত চন্দ্ৰ গোস্বামীৰ সমসাময়িক। তেওঁ *অশৌচ কল্পলতিকা* স্মৃতিৰ গ্ৰন্থখন লেখি বিখ্যাত হৈ উঠিছিল। তেওঁৰ দুই পুত্ৰ আছিল ক্ৰমে পণ্ডিত লক্ষীনাথ পঞ্চতীৰ্থ আৰু পণ্ডিত ৰঘুনাথ শিৰোমণি।

**মহীৰাম বিদ্যাৰত্ন (খ্ৰী.১৮৪৯-১৯২৯)**

১৮৪৯ খ্ৰীষ্টাব্দত হাউলীৰ ওচৰৰ শিমলাগুৰিত জন্মগ্ৰহণ কৰে। তেওঁ শিলাৰ গোপালদেৱ বিদ্যাবাগীশৰ ছাত্ৰ আছিল। পাছত কোচবিহাৰত সিদ্ধনাথ বিদ্যাবাগীশৰ ছাত্ৰ হৈছিল। বিদ্যাৰত্ন বেদান্ত, স্মৃতি আৰু ন্যায়শাস্ত্ৰৰ পণ্ডিত। তেওঁ কমলাবাৰী, কলিয়াবৰ, বজালী আদিত অধ্যাপনা কৰিছিল। তেওঁৰ যশস্যা চৌদিশে বিয়পিছিল। কমলাবাৰী সত্ৰত থাকোঁতে তেওঁ ***ব্যৱহাৰ দৰ্পণ*** নামেৰে স্মৃতিৰ এখন হাত পুথি ৰচনা কৰে। তাৰ তেওঁ নিজ হাতেৰে অসমীয়া ভাঙনিও কৰিছিল। শেষ বয়সত তেওঁ অভয়াপুৰী ৰাজ্যৰ শীৰ্ষ দ্বাৰ-পণ্ডিত হয়। ৮০ বছৰ বয়সত ১৯২৯ খ্ৰীষ্টাব্দত তেওঁৰ মৃত্যু হয়।

**ৰঘুনাথ শিৰোমণি**

ৰঘুনাথ শিৰোমণিৰ জন্ম হয় গুৱাকুছিত। অতি প্ৰতিভাৱান বিদ্যাব্যসনী ছাত্ৰৰূপে ছাত্ৰ-জীৱনত ভাস্বৰ হৈ উঠা লক্ষ্মীকান্ত স্মৃতি-তৰ্ক-বেদান্ত-ব্যাকৰণ তীৰ্থৰ (১৮৮১ খ্ৰীষ্টাব্দত জন্মগ্ৰহণ কৰা এই গৰাকী লক্ষ্মীকান্ত পণ্ডিত ছাত্ৰই মাত্ৰ তেত্ৰিশ বছৰ বয়স জীয়াই আছিল) ৰঘুনাথ শিৰোমণি সহোদৰ ভাই আছিল। লক্ষ্মীকান্তই নিজৰ প্ৰতিভাৰ জৰিয়তে নলবাৰী অঞ্চলত সংস্কৃত শিক্ষাৰ শক্তিশালী পৰিৱেশ গঢ়ি তুলিছিল।

ককায়েকৰ দৰে ৰঘুনাথেও স্মৃতি, মীমাংসা আৰু ব্যাকৰণত পণ্ডিত হৈ উঠিছিল। আউনীআটী সত্ৰৰ টোলত তেওঁক অধ্যাপক নিযুক্তি দিছিল। তেওঁ গুৱাকুছি দৰ্শন টোলৰো অধ্যাপক আছিল। তেওঁ পীতাম্বৰ সিদ্ধান্ত বাগীশৰ ***সংক্ৰান্তি কৌমুদীৰ ৰস টীকা*** ৰচনা কৰিছিল।

**ৰমানাথ বিদ্যালংকাৰ (খ্ৰী.১৮৭১)**

ধুবুৰী জিলাৰ শালকোছা গাঁৱত ১৮৭১ খ্ৰীষ্টাব্দত এইগৰাকী পণ্ডিতে জন্ম গ্ৰহণ কৰে। মহামহোপাধ্যায় আদ্যনাথ ন্যায়ভূষণ আৰু কৃপানাথ বাচস্পতি দেউৰ তেওঁ ছাত্ৰ আছিল। স্মৃতি তেওঁৰ বিশেষ অধ্যয়নৰ বিষয় আছিল। ***শুদ্ধি কৌমুদী, দায়কৌমুদী আৰু গংগাজলৰ টীকা*** তেওঁ প্ৰণয়ন কৰিছিল। ***পুষ্পমালাৰ্পণ*** তেওঁৰ ৰচিত সংস্কৃত কাব্য।

আনফালে *জ্যোতিৰ্মুক্তাৱলী, অধুতসাৰ আৰু ৰুচিস্তোত্ৰৰ* অসমীয়া অনুবাদ কৰি তেওঁ নিজে প্ৰকাশ কৰিছিল। ৰমানাথ বিদ্যালংকাৰ ইতিহাস-সচেতন পণ্ডিত আছিল। তেওঁ অবিভক্ত গোৱালপাৰা জিলাৰ এখন ইতিহাস লেখিছিল বুলিও জনা যায়।

**ৰামনাথ দেৱশৰ্মোপাধ্যায় বিদ্যাভূষণ (খ্ৰী.১৮৬২)**

কাৰাকুছি গাঁৱত ১৮৬২ খ্ৰীষ্টাব্দত তেওঁৰ জন্ম হয়। তেওঁ কোচবিহাৰ, বিক্ৰমপুৰ আৰু নৱদ্বীপত শিক্ষা লাভ কৰিছিল। বিভিন্ন স্থানত তেওঁ টোলৰ অধ্যাপক আছিল। তেওঁ শ্ৰাদ্ধ আৰু সংস্কাৰ কৰ্ম বিষয়ক কেবাখনো গ্ৰন্থ ৰচনা কৰি থৈ গৈছে। আজিও বহু কৰ্মকাণ্ডী ব্ৰাহ্মণে এই গ্ৰন্থবোৰ ব্যৱহাৰ কৰে।

*অন্ত্যেষ্টিক্ৰিয়া পদ্ধতি, শ্ৰাদ্ধাদি-তীৰ্থ-পদ্ধতি আৰু বিবাহ-পদ্ধতি* আদি গ্ৰন্থ উল্লেখযোগ্য।

**ৰুচিনাথ শৰ্মা**

*'কৃৎ প্ৰদীপিকা'*নামেৰে *ৰত্নমালা ব্যাকৰণৰ* কৃৎ অধ্যায় ৰচনা কৰে। ৰচনা কাল ১৮২৩ খ্ৰীষ্টাব্দ। পুথিখন নলবাৰীৰ সংস্কৃত সঞ্জীৱনী সভাৰ পুথিভঁৰালত আছিল।

**ৰূপেশ্বৰ দেউ (ৰূপেশ্বৰ বুজৰবৰুৱা স্মৃতিৰত্ন)**

১৮৭২ খ্ৰীষ্টাব্দত ৰূপেশ্বৰ বুজৰবৰুৱা দেউৰ জন্ম হয় বৰখলা





গাঁৱত। ৰূপেশ্বৰ বুজৰবৰুৱাৰ পিতৃৰ নাম লক্ষেশ্বৰ বুজৰবৰুৱা। নিজৰ গাঁৱতে স্থাপিত সংস্কৃত টোলত প্ৰাৰম্ভিক শিক্ষা লাভ কৰি কঁহাৰঝাৰৰ ৰমাপতি বিদ্যাৰত্নৰ টোলৰ পৰা ***'ব্যাকৰণ তীৰ্থ'*** হয়। কোচবিহাৰত প্ৰখ্যাত সিদ্ধনাথ বিদ্যাবাগীশৰ টোলত স্মৃতিশাস্ত্ৰ পঢ়ি ***'স্মৃতিতীৰ্থ'*** উপাধি লাভ কৰে।

গামেৰিমুৰীয়া চন্দ্ৰকান্ত বিদ্যালংকাৰ ৰূপেশ্বৰ দেউৰ অকৃত্ৰিম বন্ধু আছিল। ৰূপেশ্বৰ দেউ বিদগ্ধ পণ্ডিত হোৱাৰ উপৰিও তেওঁ এগৰাকী সুকবিৰাজ আছিল। চিকিৎসা বিষয়ত তেওঁৰ জ্ঞান অসামান্য আছিল। তেওঁ অসমীয়া আৰু সংস্কৃত উভয় ভাষাতে গ্ৰন্থ লিখিছিল। তেওঁ লিখা প্ৰকাশিত গ্ৰন্থবোৰ হ'ল—*যজুৰ্বেদীয় দশকৰ্ম পদ্ধতি (পাঁচটা খণ্ড), প্ৰেতকৰ্ম দৰ্পণ, দশকৰ্ম দৰ্পণ, পঞ্চভাষা প্ৰদীপ আৰু কামৰূপৰ বিৱৰণ।*

অসমীয়া ভাষাত—*শিশু-চিকিৎসা, স্ত্ৰী-চিকিৎসা, গো-চিকিৎসা আৰু দ্ৰব্যগুণ।* ১৯৪০ খ্ৰীষ্টাব্দ মানত তেওঁৰ মৃত্যু হয়।

**সত্ৰাধিকাৰ ললিতচন্দ্ৰ গোস্বামী (খ্ৰী.১৮৪৫-১৮৯৮)**

১৮৪৫ খ্ৰীষ্টাব্দত নলবাৰীত ললিতচন্দ্ৰ গোস্বামীৰ জন্ম হৈছিল। তেওঁ নাৰায়ণপুৰ (নলবাৰী) সত্ৰৰ অধিকাৰ আছিল। ১৮২৪ খ্ৰীষ্টাব্দত দাহুদি গাঁৱত জন্মলাভ কৰা প্ৰখ্যাত পণ্ডিত সোণাপতি বিদ্যাবাগীশৰ ওচৰত একেৰাহে ছয় বছৰ কাল ব্যাকৰণ, কাব্য আৰু স্মৃতি শাস্ত্ৰ অধ্যয়ন কৰিছিল। তেওঁৰ নিজ ঘৰতে প্ৰতিষ্ঠাপিত টোলত সেই বিদ্যাবাগীশ গুৰুৰ অৱসৰৰ পাছত নিজে অধ্যাপনা আৰম্ভ কৰিছিল।

ৰত্নমালা ব্যাকৰণৰ বিষয়ে তেওঁ চূৰ্ণিকা লিখিছিল। তেওঁৰ দুই পুত্ৰ আছিল নলবাৰীৰ প্ৰখ্যাত পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামী (১৮৮৪-১৯৬২ খ্ৰীঃ) আৰু স্কুল পৰিদৰ্শক সাহিত্যিক শৰৎ চন্দ্ৰ গোস্বামী (১৮৮৭-১৯৪৪ খ্ৰীঃ)।

তেওঁৰ পিতৃ আছিল কৃষ্ণ নাৰায়ণ। মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য তেওঁৰ সুহৃদ আছিল। গীতা-ভাগৱত তেওঁৰ মুখস্থ আছিল। জ্যোতিষ শাস্ত্ৰতো তেওঁ পণ্ডিত হৈছিল। তেওঁৰ পাণ্ডিত্যৰ স্বীকৃতি দি গোস্বামীৰ

শিক্ষা গুৰু দাহুদিৰ দেউ সোণাপতি বিদ্যাবাগীশে হেনো কৈছিল— *'তুমি মোতকৈও ডাঙৰ পণ্ডিত হ'লা। মই নিশিকোৱা কথাও তুমি বহু জানা'। (নলবাৰী জিলাৰ সাহিত্য আৰু সাহিত্যিক)।*

পণ্ডিত ললিতচন্দ্ৰ গোস্বামীয়ে ***কেলি ৰহস্য*** নামৰ অসমীয়া পদ্য ছন্দত এখন পদ পুথি লেখিছিল। কামৰূপীয়া শব্দৰো মাজে মাজে প্ৰয়োগ এই কাব্যত মন কৰিবলগীয়া।

**লক্ষ্মীকান্ত কবিৰত্ন (জন্ম ঃ ১৮৬২ খ্ৰী.)**

১৮৬২ খ্ৰীষ্টাব্দত নলবাৰীৰ ওচৰৰ বালা বনগাঁৱত জন্ম। স্মৃতি আৰু ব্যাকৰণৰ তেওঁ বিশেষজ্ঞ-পণ্ডিত আছিল। তেওঁ সিদ্ধনাথ বিদ্যাবাগীশৰ ছাত্ৰ আছিল আৰু বিদ্যাবাগীশে তেওঁৰ অসামান্য কাব্য প্ৰতিভাৰ বাবে 'কবিৰত্ন' উপাধি প্ৰদান কৰিছিল। এগৰাকী বিশিষ্ট শিক্ষকৰূপে যশস্যা আৰ্জিছিল। নলবাৰীৰ প্ৰতাপচন্দ্ৰ গোস্বামীয়ে এওঁৰ টোলতে প্ৰথম সংস্কৃত শিক্ষা লাভ কৰিছিল।

তেওঁ ৰত্নমালাৰ ***ৰহস্যমঞ্জৰী*** নামে এখন ভাষ্য লিখিছিল। তেওঁৰ প্ৰণীত আন এখনি গ্ৰন্থ *শ্ৰাদ্ধ-পদ্ধতি। তেওঁ দশকৰ্ম-পদ্ধতিৰ টীকা* লিখিছিল বুলিও জনা যায়।

**লক্ষ্মীনাথ পঞ্চতীৰ্থ (জন্ম ঃ ১৮৮১, মৃত্যু ঃ ১৯১৪ খ্ৰী.)**

বিদ্যাদত্ত কবিৰত্নৰ পুত্ৰ লক্ষ্মীনাথ পঞ্চতীৰ্থৰ ১৮৮১ খ্ৰীষ্টাব্দত জন্ম হৈছিল গুৱাকুছিত। তেওঁ ব্যাকৰণ, ন্যায়, বেদান্ত, স্মৃতি আদি পাঁচটা বিষয়ৰ বিভিন্ন বিশেষজ্ঞ অধ্যাপকৰ অধীনত পঢ়ি 'পঞ্চতীৰ্থ' উপাধি লৈছিল। অধিক কাল নৱদ্বীপত পঢ়িছিল।

বহু পুৰস্কাৰ, মেডেল, প্ৰশস্তি পত্ৰ লাভ কৰিও তেওঁৰ জ্ঞানৰ তৃষ্ণা পলোৱা নাছিল। পঞ্জাৱ, বৃন্দাবনতো তেওঁ পঢ়িছিল আৰু নৱদ্বীপত অধ্যাপক হৈছিল। শেষত তেওঁ ঘৰতে 'গুৱাকুছি দৰ্শন বিদ্যালয়' নামেৰে টোল পাতিছিল। বেংগল সংস্কৃত বোৰ্ডৰ অধীনত অসমৰ কামৰূপীয়





স্মৃতিক পাঠ্যপুথিৰ ভিতৰুৱা বিষয় কৰাত কৃতিত্ব লভিছিল। তেওঁৰ ৰচনা কৰা পুথি আছিল—**কাৰক, সমাস আৰু শব্দৰ টীকা।**

তেওঁৰ যত্নতে নলবাৰী সংস্কৃত সঞ্জীৱনী সভাৰ জন্ম হৈছিল। তেওঁ আছিল প্ৰতিষ্ঠাপক সম্পাদক। এই অসাধাৰণ পণ্ডিতগৰাকীও মাত্ৰ ৩৩ বছৰহে জীয়াই আছিল।

**(পণ্ডিত) লক্ষ্মীনাথ শৰ্মা (জন্ম ঃ ১৮৭০ খ্ৰী.)**

নলবাৰীৰ অময়াপুৰ গাঁৱত জন্ম। বিশিষ্ট শিক্ষক আৰু সংস্কৃত পণ্ডিত আছিল।

তেখেতে কেইবাখনো পদপুথি ৰচনা কৰিছিল। তেনে দুখন *পুথি আছিল পচতি* আৰু *লক্ষ্মীচৰিত*। ১৮৯৪ খ্ৰীষ্টাব্দত তামুলপুৰ মজলীয়া বিদ্যালয়ত শিক্ষকতা কৰি তাৰ পাছত নলবাৰী মাইনৰ স্কুলত হেডপণ্ডিত হৈছিল। তাত পণ্ডিত প্ৰতাপচন্দ্ৰ গোস্বামী তেওঁৰ ছাত্ৰ আছিল।

ড° কালীনাথ শৰ্মা আৰু ৰমানাথ শৰ্মা তেওঁৰ দুই পুত্ৰ আছিল

**শম্ভুনাথ শাস্ত্ৰী স্মৃতি-ব্যাকৰণতীৰ্থ (জন্ম ঃ ১৮৮৬, মৃত্যু ঃ ১৯৩৬ খ্ৰী.)**

১৮৮৬ খ্ৰীষ্টাব্দত নলবাৰীৰ ওচৰৰ বাঁহজানি গাঁৱত জন্মগ্ৰহণ কৰিছিল। উজ্জ্বল কৃতিত্বেৰে সংস্কৃত শিক্ষা লাভ কৰি স্মৃতি আৰু ব্যাকৰণত বিশেষ পাণ্ডিত্য প্ৰদৰ্শন কৰিছিল। বংগদেশৰ স্মৃতিৰ উপাধি পৰীক্ষাত প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ উত্তীৰ্ণ হৈছিল।

বাঁহজানি গাঁৱতে ***'সাৰদা চতুষ্পাঠী টোল'*** প্ৰতিষ্ঠা কৰি শিক্ষাদানত ৰত হৈছিল। তেওঁৰ গুৰুত্বপূৰ্ণ কৰ্ম আছিল *সম্বন্ধ কৌমুদী* গ্ৰন্থখনৰ পাঠ্য সংশোধন আৰু *সুষমা* নামেৰে এই গ্ৰন্থৰ এখন *শব্দ-টীকা* প্ৰণয়ন।

প্ৰয়োগ *ৰত্নমালাৰ* তেওঁ অসমীয়া অনুবাদ কৰিছিল আৰু তাৰ টীকা লিখিছিল। অসমীয়া ভাষাতো প্ৰবন্ধ লিখিছিল আৰু নিজৰ টোলৰ পৰাই এখন সংস্কৃত আলোচনী প্ৰকাশ কৰিছিল।

**শিৱনাথ বুজৰবৰুৱা স্মৃতিতীৰ্থ (জন্ম ঃ ১৮৮০, মৃত্যু ঃ ১৯৫৬ খ্ৰী.)**

নলবাৰীৰ ওচৰৰ দতৰা গাঁৱত জন্ম ১৮৮০ খ্ৰীষ্টাব্দত। পিতৃ লক্ষ্মীধৰ বুজৰবৰুৱা আৰু মাতৃ ব্ৰহ্মময়ী দেৱী। স্থানীয়ভাৱে সংস্কৃত শিক্ষা আৰম্ভ কৰি নৱদ্বীপলৈ যায় আৰু তাত স্মৃতিশাস্ত্ৰ অধ্যয়ন কৰি 'স্মৃতিৰত্ন' উপাধি লাভ কৰে। 'স্মৃতিতীৰ্থ' আৰু 'স্মৃতি বাচস্পতি' উপাধি লাভ কৰে যথাক্ৰমে ক'লকাতা আৰু ঢাকাৰ পৰা। এগৰাকী বিদগ্ধ পণ্ডিত হৈ শেষত নিজ মাতৃৰ নামত 'ব্ৰহ্মময়ী চতুষ্পাঠী' টোল ঘৰতে প্ৰতিষ্ঠা কৰি অধ্যাপনাত ৰত হয় আৰু সাহিত্য-চৰ্চা আৰম্ভ কৰে। *সংস্কৃত আৰু অসমীয়া উভয় ভাষাতে তেওঁ গ্ৰন্থ ৰচনা কৰে।* স্মৃতিশাস্ত্ৰ আৰু ব্যাকৰণত অদ্বিতীয় পণ্ডিতৰূপে খ্যাতি লাভ কৰে। ছাত্ৰৰ বাবে উপযোগী কৰি তেওঁ সহজভাৱে *লঘুৰত্নমালা* ৰচনা কৰে আৰু *দায়কৌমুদীৰ* টীকা লিখে।

তেওঁ *কামৰূপ অনুসন্ধান সমিতিৰ* প্ৰতিষ্ঠা কালৰ সদস্য আছিল। [অসমীয়া গ্ৰন্থৰ বাবে অসমীয়া লেখকৰ প্ৰথম অধ্যায় দ্ৰষ্টব্য।]

**সত্যনাথ গোস্বামী (ঊনবিংশ শতিকা)**

তেওঁ গোপালদেৱ বিদ্যাবাগীশৰ সমসাময়িক। সৰুক্ষেত্ৰী মৌজাৰ আমৃখোৱা গাঁৱত তেওঁৰ জন্ম। গোস্বামীদেৱ ষড়দৰ্শনৰ বিদগ্ধ পণ্ডিত আছিল। তেওঁৰ দ্বাৰা ৰচিত গ্ৰন্থৰ বিষয়ে বিশেষ জনা নাযায়।

সোণাপতি বিদ্যাবাগীশ আৰু কৃপানাথ বাচস্পতি সত্যনাথ গোস্বামীদেৱৰ অত্যন্ত প্ৰতিভাশীল ছাত্ৰ আছিল।

**সৰ্বানন্দ ভট্টাচাৰ্য (জন্ম ঃ ১৮০০ খ্ৰী.)**

সৰ্বানন্দ ভট্টাচাৰ্যই আনুমানিক ১৮০০ খ্ৰীষ্টাব্দত নলবাৰীৰ গুৱাকুছি গাঁৱত জন্মগ্ৰহণ কৰিছিল। তেওঁৰ পিতৃৰ নাম চক্ৰপাণি আৰু মাতৃ সত্যভামা। এওঁ দৰঙী ৰজাৰ সভাপণ্ডিত আছিল। এওঁ সমগ্ৰ *ৰত্নমালা ব্যাকৰণৰ* সংক্ষেপ আৰু *সৰল টীকা, কৃৎ প্ৰকৰণৰ তাৎপৰ্য* আদি লিখিছিল।





**সাৰদাকিংকৰ বিদ্যাবাগীশ (জন্ম ঃ ১৮৫৭ খ্ৰী.)**

তেওঁ হাকামা গাঁৱত ১৮৫৭ খ্ৰীষ্টাব্দত জন্ম গ্ৰহণ কৰিছিল। কাব্য, ব্যাকৰণ, স্মৃতি আৰু জ্যোতিষ শাস্ত্ৰত বিশেষভাৱে পাৰদৰ্শী পণ্ডিত হৈ বহু ছাত্ৰক শিক্ষা দান কৰিছিল। তেওঁ এগৰাকী ভাল বক্তা আৰু সংগীতজ্ঞ আছিল। সংস্কৃত ভাষাৰ মৌলিক লেখকৰূপে নাম আছিল। তেওঁৰ সংস্কৃতত লেখা **অভিমন্যু বধ** কাব্য এখন উল্লেখযোগ্য গ্ৰন্থ।

**সিদ্ধনাথ বিদ্যাবাগীশ**

কোচবিহাৰৰ খাগৰাবাৰী গাঁৱত বাসস্থান পাতিছিল যদিও সিদ্ধনাথ বিদ্যাবাগীশ পূৰ্বতে শিলা গাঁৱৰ পণ্ডিত আছিল। তেওঁ 'ৰত্নমালা ব্যাকৰণ'ৰ অদ্বিতীয় পণ্ডিত আছিল। বিদ্যাবাগীশে গোপালদেৱৰ পাছতে কোচবিহাৰৰ ৰাজটোলত অধ্যাপনা কৰিছিল। তেওঁৰ যশস্যা চৌদিশে বিয়পিছিল। তেওঁ ৰত্নমালা ব্যাকৰণৰ প্ৰসিদ্ধ টীকা *'গূঢ়াৰ্থ প্ৰকাশিকা'* ৰচনা কৰিছিল। এই গ্ৰন্থ আছিল তেওঁৰ সুগভীৰ পাণ্ডিত্যৰ যুগমীয়া নিদৰ্শন। এওঁৰ অন্যান্য গ্ৰন্থ হৈছে *আচাৰ-নিৰ্ণয়ৰ শিশু বোধিনী টীকা, কৰ্মকাণ্ডৰ টীকা, মণ্ডলাধ্যায়, বিবাহ-পদ্ধতি, শ্ৰাদ্ধ-পদ্ধতি আৰু দশকৰ্ম-পদ্ধতি।*

কোচবিহাৰৰ ৰজাই তেওঁক *মহামহোপাধ্যাপক* উপাধি প্ৰদান কৰিছিল।

**সোণাপতি বিদ্যাবাগীশ (জন্ম ঃ ১৮২৪ খ্ৰী.)**

বিদ্যাবাগীশৰ জন্ম দাহুদি গাঁৱত ১৮২৪ খ্ৰীষ্টাব্দত। তেওঁ বিখ্যাত শিক্ষক সত্যনাথ গোস্বামীৰ ছাত্ৰ আছিল আৰু গীতা, ভাগৱত, দৰ্শন শাস্ত্ৰৰ শিক্ষা তেওঁ এইগৰাকী গুৰুৰ পৰাই লৈছিল। গুৰুৰ পৰা তেওঁ *বিদ্যাবাগীশ* উপাধিও পাইছিল।

সোণাপতি বিদ্যাবাগীশ **'দাহুদীয়া দেউ'** নামেৰে জনপ্ৰিয় হৈছিল আৰু এগৰাকী নামজ্বলা শিক্ষক হৈ উঠিছিল। ধীৰেশ্বৰাচাৰ্য, ললিত চন্দ্ৰ গোস্বামী, চন্দ্ৰকান্ত বিদ্যালংকাৰ আৰু সৰ্বানন্দ বেদান্তবাগীশ আদি তেওঁৰেই ছাত্ৰ হৈ পৰৱৰ্তী কালত তেওঁলোক বিখ্যাত পণ্ডিত হৈ উজলি উঠিছিল।

তেওঁ *ভাগৱত-পুৰাণৰ* পদ ৰচনা কৰিছিল।

তৃতীয় অধ্যায়

# অসামৰিক আৰু সামৰিক বৃটিছ লেখক-বিষয়াসকল

**কেপ্তেইন আদাম হোৱাইট (পাছলৈ লেঃ কর্ণেল) ঃ**

ইষ্ট ইণ্ডিয়া কোম্পানীৰ এগৰাকী সামৰিক বিষয়া আছিল কেপ্তেইন আদাম হোৱাইট। গৱর্ণৰ জেনেৰেলৰ এজেণ্ট আৰু কমিচনাৰ ডেভিড স্কট বৃটিছাধীন অসমৰ প্ৰথম মুৰব্বী প্ৰশাসনীয় বিষয়া নিযুক্ত হোৱাৰ পাছত ১৮২৭ খ্ৰীষ্টাব্দত তেওঁৰ সহকাৰী বা সহায়ক কমিছনাৰ ৰূপে নামনি অসমত কেপ্তেইন আদাম হোৱাইটক নিযুক্ত দিয়া হৈছিল। ডেভিড স্কটৰ মৃত্যুৰ পাছত প্ৰশাসনৰ সালসলনি হোৱাত আৰু উজনি অসম খণ্ডও বৃটিছাধীন হোৱাত তেওঁক উজনি অসমৰ বাবে ৰাজনৈতিক এজেণ্ট পতা হয় (১৬ চেপ্টেম্বৰ ১৮৩৮ খ্ৰীষ্টাব্দত)। লগতে তেওঁক সহায়ৰ বাবে দুজন মুখ্য সহায়কাৰী নিযুক্ত কৰা হয়। উজনি অসমত তেওঁৰ এই কাৰ্যকালত খামতি আৰু চিংফৌসকলৰ প্ৰবল বিদ্ৰোহ হৈছিল। ১৮৩৯ খ্ৰীষ্টাব্দত জানুৱাৰী-ফেব্ৰুৱাৰীত শদিয়াত খামতি বিদ্ৰোহ দমন কৰাৰ প্ৰচেষ্টাত তেওঁ মৃত্যু মুখত পৰে।

এইগৰাকী প্ৰশাসকে একাধিক পুথি ৰচনা কৰিছিল। তাৰ ভিতৰত উল্লেখনীয় হৈছে—

(১) Political History of the extra-ordinary Events, which led to the Burmese war 1827.

(২) Major Adam White's Report on the resource of Assam

(৩) A Memoir of late David Scott Esqr, London 1832.





আদাম হোৱাইটে ৰচনা কৰা ডেভিড স্কটৰ স্মাৰক গ্ৰন্থখনত এটা আকৰ্ষণীয় প্ৰসংগৰ উল্লেখ আছে। এবাৰ প্ৰশাসনীয় বিচাৰ সংস্কাৰ প্ৰসংগত পুৰন্দৰ সিংহই ডেভিদ স্কটক সুধিছিল যে বিচাৰ কৰোঁতে সাক্ষীৰ জবানবন্দী কিয় লিখি ৰাখিব লাগে। স্কটে উত্তৰ দিছিল—

"স্বৰ্গদেউ, আপোনালোকৰ জন্মত দৈৱিক উৎস আছে আৰু সেয়ে আপোনালোকে সকলো মনত ৰাখিব পাৰে, কিন্তু আমি পৃথিৱীত জন্মা মানুহ। আমি যেতিয়া ৰাতি আহাৰ গ্ৰহণ কৰিবলৈ যাওঁ, আমাক দিনত যিবোৰ কথা কোৱা হৈছিল, সেই সকলো পাহৰি যাওঁ। সেইবাবে আমাক কোৱা কথাবিলাক লিখি ৰাখোঁ।" (A Memoir of David Scott)

**(চাৰ) আলেকজেণ্ডাৰ মেকেঞ্জি**

আলেকজেণ্ডাৰ মেকেঞ্জি ১৮৯৬-৯৮ খ্ৰীষ্টাব্দৰ সময়ছোৱাত পূব বংগৰ লেঃ গৱর্ণৰ আছিল। তাৰ আগতে এসময়ত তেওঁ বংগ চৰকাৰৰ (১৮৬৬ খ্ৰীষ্টাব্দৰ পৰা ১৮৭৩ খ্ৰীষ্টাব্দলৈ) সাধাৰণ বিভাগৰ সচিবৰূপে ৰাজনৈতিক বিভাগৰ যোগাযোগ, বিৱৰণ, চিঠি-পত্ৰ (Political correspondence) আদিৰ দায়িত্বত আছিল। ১৮৬৯ খ্ৰীষ্টাব্দত তেওঁ লেফটেনেণ্ট গৱর্ণৰ উইলিয়াম গ্ৰেৰ নিৰ্দেশত Memorandum on the North-East Frontier of Bengal নামৰ প্ৰতিবেদন প্ৰস্তুত কৰিছিল। ১৮৩৫ খ্ৰীষ্টাব্দৰ Pemberton Report ৰ পাছত উত্তৰ-পূব সীমান্তৰ অসম, কাছাৰ, নগালেণ্ড আদি সমগ্ৰ অঞ্চলৰ জনজাতীয় গোষ্ঠীসমূহৰ সৈতে চৰকাৰৰ সম্পৰ্কৰ কোনো ৰাজনৈতিক সমীক্ষা বা জৰীপ হোৱা নাছিল। সেয়ে এই জৰীপ অত্যন্ত গুৰুত্বপূৰ্ণ আৰু প্ৰয়োজনীয় হৈছিল; পাছত এই প্ৰতিবেদনে বৰ্দ্ধিত ৰূপত ১৮৮৪ খ্ৰীষ্টাব্দত 'History of the Relation of the Government with the hill tribes of the North-East frontier of Bengal' নামেৰে গ্ৰন্থখন প্ৰকাশ কৰে।

এই গ্ৰন্থখনৰ এতিয়ালৈকে বহু সংস্কৰণ প্ৰকাশ হৈছে আৰু এই কালৰ ইতিহাসৰ বাবে অত্যন্ত প্ৰয়োজনীয় গ্ৰন্থৰূপে স্বীকৃত হৈ আছে।

**কেপ্টেইন ই. টি. ডেল্টন ঃ**

কেপ্টেইন ই. টি. ডেল্টন ১৮৫২-৫৫ খ্রী.ৰ ভিতৰত লক্ষীমপুৰ জিলাৰ মুখ্য সহায়কাৰী বিষয়া (Principal Assistant to Commissioner) আছিল। তাৰ আগতে তেওঁ কামৰূপ জিলাত কাৰ্যনিৰ্বাহ কৰিছিল। সেই সময়ত বৃটিছ শাসনৰ আৰম্ভণিতে ব্ৰহ্মপুত্ৰ উপত্যকাৰ জিলাকেইখন প্ৰশাসনীয়ভাৱে গঠন হোৱাৰ পাছত জিলাৰ মুৰব্বী প্ৰশাসকজনক ১৮৬০ খ্ৰীষ্টাব্দলৈকে আয়ুক্তৰ মুখ্য সহায়কাৰী বোলা হৈছিল আৰু মুখ্য সহায়কাৰীজন তেতিয়ালৈকে সামৰিক সেৱাৰ পৰা, বিশেষকৈ 'অসম ৰেজিমেণ্ট'ৰ পৰা অনা হৈছিল। ১৮৬১ খ্ৰীষ্টাব্দৰ পৰাহে তেওঁলোকৰ প্ৰশাসনীয় পদবীৰ নাম উপায়ুক্ত (Deputy Commissioner) কৰা হৈছিল।

ডেল্টনে লক্ষীমপুৰ জিলাত এই পদত থকাৰ উপৰিও সেই সময়ত অস্থায়ীভাৱে আয়ুক্তৰ উজনি অসমৰ ৰাজনৈতিক প্ৰতিনিধিৰূপেও (Officiating Political Agent of the Upper Assam) কাম কৰিছিল।

ডেল্টন এগৰাকী অধ্যয়নশীল, প্ৰাচীন ইতিহাস অনুসন্ধানকাৰী গৱেষক পণ্ডিত আছিল। তেওঁৰ এখন গুৰুত্বপূৰ্ণ গ্ৰন্থ হ'ল—Descriptive Ethnology of Bengal (Calcutta, 1872)। ইয়াত তেওঁ কিৰাত, কলিতা আৰু অন্যান্য জনজাতীয়, জনগোষ্ঠীয় বিভিন্ন মূল্যৱান ক্ষেত্ৰ ভিত্তিক তথ্য সন্নিৱিষ্ট কৰিছে আৰু সেই সম্পৰ্কে আলোচনা কৰিছে। পৰৱৰ্তী গৱেষকৰ বাবে এই গ্ৰন্থখন এতিয়াও অপৰিহাৰ্য হৈ আছে আৰু সঘনাই উদ্ধৃত হয়।

অসমত প্ৰত্নচৰ্চাৰ কাম আৰম্ভ নৌ হওঁতেই ডেল্টন চাহাবে কামৰূপৰ উত্তৰ গুৱাহাটীৰ অঞ্চলৰ বিভিন্ন স্থানত সিঁচৰতি হৈ পৰি থকা মঠ, মন্দিৰ আৰু প্ৰাসাদ আদিৰ ভগ্নাৱশেষবোৰৰ কিছুমান তথ্য বিৱৰণসহ প্ৰস্তুত কৰি *Notes on Assam Temple Ruins* নাম দি আৰু তাৰ যথাযথ আলোচনা কৰি 'জাৰ্ণেল অব দি এছিয়াটিক চোছাইটি অব বেঙ্গল' (No. 1 of 1855)ত নিবন্ধ প্ৰকাশ কৰিছিল। ধ্বংসপ্ৰাপ্ত তাম্ৰেশ্বৰী মন্দিৰ সম্পৰ্কেও তেওঁ বিৱৰণ লিখিছিল। তেওঁ অসমীয়া ভাষা ভালকৈ জানিছিল।





মি. এ. জে. মোফাট্ মিলছে তেওঁৰ বিখ্যাত 'অসম প্ৰতিবেদন'ত ডেল্টন চাহাবক প্ৰশংসা কৰি এইদৰে লিখিছে—"Captain Dalton is an officer admirably fitted in ability, in knowledge of the Assamese language and of the habits and customs of the tribes......" (পৃ.৫৩)।

**(চাৰ) উইলিয়াম ৱাৰ্ড ঃ**

চাৰ উইলিয়াম ৱাৰ্ড ১৮৯১ খ্ৰীষ্টাব্দৰ পৰা ১৮৯৬ খ্ৰীষ্টাব্দলৈ অসমৰ মুখ্য আয়ুক্ত (Chief Commissioner) আছিল। তেওঁৰ সম্পূৰ্ণ নাম উইলিয়াম এৰস্কাইন ৱাৰ্ড, সংক্ষেপতে ডব্লিউ ই ৱাৰ্ড।

চাৰ উইলিয়াম ৱাৰ্ডৰ শাসনকাল বৰ গুৰুত্বপূৰ্ণ আছিল। তেওঁ বৃটিছ প্ৰশাসনৰ নিয়ন্ত্ৰণ বৃদ্ধিৰ পোষকতা কৰিছিল। শিক্ষা, ৰাজহ আদিত প্ৰশাসনৰ দৃঢ়তা প্ৰকাশ কৰিছিল। তেওঁৰ দিনতে ৰাজহ বৃদ্ধিৰ সম্পৰ্কত পথৰুঘাটৰ প্ৰজা বিদ্ৰোহে গুৰুতৰ ৰূপ লৈছিল।

কিন্তু তেওঁৰ এটা গুৰুত্বপূৰ্ণ কৰ্ম হৈছিল যে ১৮৮৬ খ্ৰীষ্টাব্দত অসম ভূমি ৰাজহ বিধি (The land Revenue Regulation of Assam) প্ৰণয়ন হোৱাৰ পাছত অসমৰ ভূমি ৰাজহ সম্পৰ্কীয় সকলো বিধি, নিয়ম, নিৰ্দেশাৱলী, ভূমি পট্টাৰ বিভিন্ন ব্যাখ্যা, বন্দৱস্তী নিয়ম, ৰাজহ নিৰ্দ্ধাৰণ এই সকলো তথ্য সংগ্ৰহ আৰু সন্নিৱিষ্ট কৰি 'অসম ৰেভিনিউ মেনুৱেল' নামৰ এখন সুবৃহৎ গ্ৰন্থ ১৮৯৬ খ্ৰীষ্টাব্দৰ ভিতৰত সংকলন আৰু সম্পাদন কৰি উলিয়ায়। ৱাৰ্ড ডাঙৰীয়াৰ এই গ্ৰন্থৰ যি পাতনি সি অতি বিস্তৃত আৰু তেতিয়াৰ অসমৰ বিভিন্ন জিলা আৰু অঞ্চলসমূহত প্ৰযোজ্য ভূমি নিময়সমূহৰ বৃটিছ পদ্ধতি আৰু বিধিৰ বিষয়ে ব্যাখ্যা, বিশ্লেষণ, টোকা আদি দিয়া হৈছে। ১৮৫৩ খ্ৰীষ্টাব্দৰ মিলছৰ প্ৰতিবেদনৰপৰা ১৮৮৯ খ্ৰীষ্টাব্দলৈ সংশোধিত ৰাজহ বিধি আৰু প্ৰশাসনৰ সকলো কথা ইয়াত সামৰা হৈছে।

পৰৱৰ্তী Land Revenue Manual-ৰ সংশোধিত সংস্কৰণবোৰৰ বাবে এইখনেই আছিল আধাৰ গ্ৰন্থ। চাহ শিল্প সম্পৰ্কেও ইয়াত বিৱৰণ আছে। উইলিয়াম ৱাৰ্ডে এইখনৰ পাতনি লেখিছিল ১৮৯৬ খ্ৰীষ্টাব্দৰ ২৭

নবেম্বৰত। পাতনিৰ আৰম্ভণিতে তেওঁ লেখিছিল—In authorising the issue of the present land revenue manual, I think it desirable, for the information and guidance of the officers of the Assam commission, including the provincial and Subordinate services who are immediatly concerned with the work of the administering the land revenue department of the province, to preface it with an introduction, giving a brief history of the system of the land revenue administation which has been in force from time to time making land settlements.

চাৰ উইলিয়াম ৱার্ডে ১৮৬১ খ্ৰীষ্টাব্দত তেতিয়াৰ 'বেংগল অসামৰিক সেৱা'ত ভুক্ত হৈ বিভিন্ন পদত কাৰ্যনিৰ্বাহ কৰে। ১৮৮৩ খ্ৰীষ্টাব্দ আৰু ১৮৮৫ খ্ৰীষ্টাব্দত অসমত এবাৰ ভাৰপ্ৰাপ্ত মুখ্যায়ুক্ত হৈছিল। ১৮৮৮-১৮৯১ খ্ৰীষ্টাব্দৰ ভিতৰত তেওঁ নামনি বাৰ্মা খণ্ডত ন্যায়িক আয়ুক্ত হৈছিল। ১৮৯৬ খ্ৰীষ্টাব্দৰ শেষত তেওঁ অৱসৰ গ্ৰহণ কৰে।

উইলিয়াম ৱাৰ্ডে কেমব্ৰিজৰ ত্ৰিনিটি কলেজত শিক্ষা লাভ কৰিছিল। তেওঁৰ পিতৃৰ নাম আছিল জে.পি ৱাৰ্ড।

উইলিয়াম ৱাৰ্ডৰ প্ৰভাৱ আৰু স্মৃতি ইমানেই আছিল যে তেওঁৰ নামত গুৱাহাটীত এটি পথৰ নামকৰণ হৈছিল। তাক 'ৱাৰ্ডষ্ট্ৰীট' বোলা হৈছিল। গুৱাহাটীত এইটোৱেই মাত্ৰ পথ হৈছিল যাক ৰোড নুবুলি ষ্ট্ৰীট বোলা হৈছিল। বৰ্তমান এই পথটোৰ নাম 'হেমচন্দ্ৰ গোস্বামী পথ'।

**মিষ্টাৰ জিৰাল্ড এগ্নিউ স্মল (১৮৮৬ খ্ৰী.)ঃ**

মিষ্টাৰ জি. এ. স্মল অসমৰ শিক্ষা বিভাগৰ এগৰাকী প্ৰসিদ্ধ শিক্ষাধিকাৰ আছিল। তেওঁ ডৱলিন বিশ্ববিদ্যালয়ৰ পৰা অনাৰ্চসহ বি. এ. পাছ কৰাৰ পাছত ইণ্ডিয়ান এডুকেচন ছাৰ্ভিচত (আই. ই.এচ) নিযুক্ত হৈ ভাৰতলৈ আহে। ঢাকাত কিছু বছৰ কাম কৰাৰ পাছত ১৯১১ খ্ৰী.ত তেওঁ অসম উপত্যকা বিভাগৰ স্কুল পৰিদৰ্শক হৈ অসমৰ হাইস্কুল/এম. ই স্কুল





আদিৰ শিক্ষা-প্ৰদানত যথেষ্ট উন্নতি সাধে। প্ৰথম মহাসমৰৰ সময়ছোৱাত তেওঁ যুদ্ধত যোগ দিছিল আৰু তাৰ পাছত তেওঁ ১৯৩১ খ্ৰী.লৈকে অসমৰ শিক্ষা বিভাগৰ ডাইৰেক্টৰৰূপে থাকি স্কুলসমূহৰ উন্নতিৰ বাবে সেৱা আগবঢ়ায়। অংক আৰু ইংৰাজী শিক্ষাদানৰ বাবে নিয়মবোৰ ব্যাখ্যা কৰি তেওঁ কেইবাখনো পুস্তিকা ৰচনা কৰে আৰু Jorhat Method Reader নামেও এলানি পুথি ৰচনা কৰে।

**এ. জে. মফাট্ মিলছ ঃ**

১৮৫৩ খ্ৰীষ্টাব্দত অসমৰ প্ৰশাসন সম্পৰ্কে অনুসন্ধান কৰিবৰ বাবে কলিকতাৰ তেতিয়াৰ পদৰদেৱাশী আৰু নজমত আদালতৰ জজ মিলছ ডাঙৰীয়াক বংগ চৰকাৰে অসমৰ বিভিন্ন সদৰ ঠাইত ঘূৰি চৰকাৰক জনাবলৈ ডেপুটেচনত প্ৰেৰণ কৰিছিল। সেই সময়ত অসমৰ স্কুল-আদালতৰ পৰা অসমীয়া ভাষা নিৰ্বাসিত হৈছিল আৰু সেয়ে আনন্দৰাম ঢেকিয়াল ফুকন আৰু মিছনেৰীসকলে পৃথকে পৃথকে মিলছৰ ওচৰত অসমীয়া ভাষা পুনঃ প্ৰতিষ্ঠাৰ কাৰণে প্ৰতিবেদন দাখিল কৰিছিল। মিলছে সকলো দিশ বিচাৰ কৰি চৰকাৰে বিচৰা মতে অসমৰ মাটিকালি, কৃষি ভূমি, বন্দৱস্তীৰ পদ্ধতি, খাজনাৰ ধাৰ্য হাৰ, জনসংখ্যা, যাতায়াত, শিক্ষা, প্ৰশাসন, ভাষা আদি প্ৰশাসনৰ এই দিশবোৰ অসমৰ নৱ গঠিত জিলাসমূহত কেনেদৰে ব্যৱস্থাপনা হৈছে আৰু তাৰ প্ৰগতি এই সম্পৰ্কে সবিশেষ প্ৰতিবেদন দাখিল কৰে ১৮৫৪ খ্ৰীষ্টাব্দত।

এই প্ৰতিবেদনত মিলছ ডাঙৰীয়াই অসমীয়া ভাষা প্ৰচলন আৰু প্ৰয়োগৰ ক্ষেত্ৰত থকা ন্যায্যতাৰ বিষয়ে অনুকূল মন্তব্য প্ৰদান কৰিছিল। এয়েই অসম সম্পৰ্কে মিলছৰ প্ৰসিদ্ধ প্ৰতিবেদন (Mills Report on Assam)। উনবিংশ শতিকাৰ অসমৰ বিভিন্ন তথ্য আৰু সংবাদ সম্পৰ্কে এই গ্ৰন্থখন এতিয়াও প্ৰামাণ্য দলিল স্বৰূপে ব্যৱহাৰ কৰা হয়।

**মেজৰ এইচ এইচ গডউইন অষ্টিন ঃ**

তেওঁ On the Ruins of Dimapur in the Dhansiri River

নামৰ এটি নিবন্ধ ১৮৭৪ খ্ৰীষ্টাব্দৰ JASB-ত প্ৰকাশ কৰিছিল। পূৰ্বৰ আৱিষ্কাৰসমূহ জৰীপ কৰি বিভিন্ন বিৱৰণ তেওঁ ইয়াত সন্নিৱিষ্ট কৰিছিল।

**কৰ্নেল এচ. এফ. হানে**

অসম লাইট ইনফেণ্ট্ৰি বেটেলিয়ান্ (Assam light infantry Battalion)ৰ তেওঁ কমাণ্ডেণ্ট আছিল। উত্তৰ গুৱাহাটীৰ পৰা প্ৰায় ১২ কিলোমিটাৰ দূৰত্বত বৰনদীৰ পুৰণি সোঁতৰ নদীৰ বালিত এইজন হানে ১৮৫০ খ্ৰীষ্টাব্দত এখন শিলৰ সাঁকো আৱিষ্কাৰ কৰিছিল। এই সাঁকোখন শিলেৰে সজোৱা আছিল। সাঁকোখনৰ দুয়োমূৰ চাপৰ আৰু মাজ ভাগ অলপ ওখ আছিল। দীঘলে ১৪০ ফুট আৰু বহল ৮ ফুট আছিল। হানেয়ে তেওঁৰ ভ্ৰমণত এইখন সম্পূৰ্ণ ৰূপে অক্ষত দেখিছিল বুলি কৈছে। তেওঁ এই শিল সাঁকোখনেৰে ত্ৰয়োদশ শতাব্দীত অৰ্থাৎ ১২০৫-০৬ খ্ৰীষ্টাব্দত মহম্মদ বক্তিয়াৰ খিলিজীয়ে কামৰূপ ৰাজ্য আক্ৰমণ কৰিবলৈ উজাই আহি এই সাঁকোৰেই পাৰ হৈ আহি ৰাজ্য আক্ৰমণ কৰিছিল বুলি উল্লেখ কৰিছে। হানে এই শিল সাঁকোখন সম্পৰ্কে এটি সুন্দৰ টোকা 'Brief note on silsako or stone bridge in Zilla Kamrup' নামেৰে ১৮৫১ খ্ৰীষ্টাব্দৰ এছিয়াটিক জাৰ্নেলৰ পাতত (JASB, 1851, 4) লিখি থৈ গৈছে।

তাৰ আগতে হানে ১৮৪৪ খ্ৰীষ্টাব্দত শদিয়াৰ পৰা প্ৰায় ২৫ কিলোমিটাৰ দূৰত্বত ভীষ্মক নগৰ বুলি খ্যাত প্ৰাচীন নগৰো আৱিষ্কাৰ কৰিছিল। শিল আৰু ইটাৰ দেৱাল, দ্বাৰগেট আদিৰ ভগ্নাৱশেষে এই স্থান পৰিপূৰ্ণ হৈ আছিল। দিক্ৰং উপত্যকাত তেওঁ বহুত টেৰাকোটাৰ মাটিৰ পাত্ৰও দেখিছিল। গভীৰ অৰণ্যৰ মাজত তেওঁ দ'ল বা দেৱাল পানী সুঁতিৰ পাৰত তাম্ৰেশ্বৰীৰ মন্দিৰো আৱিষ্কাৰ কৰি বিখ্যাত হৈছিল। তেওঁৰ আন এখন পুথি আছিল A Short Account of the Moamaria Sect and of the Country at present occupied by the Bar Senaputti (JASB 1838).

১৮৪৮ খ্ৰীষ্টাব্দৰ এছিয়াটিক ছোচাইটিৰ গৱেষণা পত্ৰিকাত (JASB,





June, 1848) Temple of Sadiya নামেৰে প্ৰবন্ধ লেখি এই সম্পদসমূহৰ বিষয়ে তেওঁ তাত বিৱৰণ লিখি থৈ গৈছে।

**(চাৰ) এডৱাৰ্ড গেইট (জন্ম ঃ ১৮৬৩ ·, মৃত্যু ঃ ১৯৫০ খ্ৰী.)**

চাৰ এডৱাৰ্ড গেইট উনবিংশ শতিকাৰ শেষাৰ্দ্ধৰ অসমৰ বৃটিছ প্ৰশাসনৰ এগৰাকী প্ৰসিদ্ধ প্ৰশাসক আৰু এগৰাকী বিখ্যাত বুৰঞ্জীবিদ। ১৮৮২ খ্ৰীষ্টাব্দত গেইট অসমলৈ আহি এছিষ্টেণ্ট কমিছনাৰৰূপে নিযুক্ত হয় আৰু পিছত তেওঁ চেম্পাছ কমিছনাৰ হয়গৈ।

অবিভক্ত দৰং জিলাৰ মঙলদৈ মহকুমাৰ মহকুমাধিপতিকে ধৰি বিভিন্ন উচ্চ পদত প্ৰশাসনীয় সেৱা আগবঢ়াই তেওঁ ১৮৯৭ খ্ৰীষ্টাব্দলৈকে অসমত আছিল। ১৮৯৪ খ্ৰীষ্টাব্দত ভাৰপ্ৰাপ্ত মুখ্য আয়ুক্ত চাৰ চাৰ্লছ Lyall-ৰ ইচ্ছা আৰু নিৰ্দেশক্ৰমে অসমৰ পুৰাতাত্ত্বিক সম্পদ আৰু প্ৰাচীন পুথিবোৰৰ ৰক্ষণা-বেক্ষণ আদি কামৰ বাবে Directorate of Ethnogrophy নামৰ এটা বিভাগ খোলা হৈছিল আৰু তাৰ প্ৰথম Director ৰূপে গেইট চাহাবক ১৮৯৪ খ্ৰীষ্টাব্দৰ জুলাই মাহৰপৰা নিযুক্তি দিয়া হৈছিল। ১৮৯৬ খ্ৰীষ্টাব্দত তেওঁ অসমৰ মুখ্যায়ুক্তৰ মুখ্য সচিবৰূপে আৰু ১৮৯৭ খ্ৰী.ত অসম চৰকাৰৰ মুখ্য সচিবৰূপে কাম কৰি আছিল। সেই সময়ত মুখ্যায়ুক্ত আছিল চাৰ উইলিয়াম ৱাৰ্ড। ১৮৯৭ খ্ৰীষ্টাব্দৰ ১২ জুন তাৰিখৰ অসমৰ বৰ ভুঁইকঁপৰ বিষয়ে প্ৰস্তুত কৰা গেইটৰ প্ৰতিবেদনখন হৈছে এখন ঐতিহাসিক দলিল। গেইট চাহাবে ১৮৯৭ খ্ৰীষ্টাব্দত ছুটীত অসমৰ পৰা ইংলেণ্ডলৈ যাওঁতে জাহাজৰ পৰাই তেওঁ পণ্ডিত হেমচন্দ্ৰ গোস্বামীলৈ নিম্নোক্ত চিঠিখন লিখিছিল—

My dear Sir,

I had not time before to write and thank you for your kind letter of the 19th October, but I was none the less pleased to get your letter.

I am very sorry to leave Assam, but shall never forget it and shall always be greatly intersted in what goes on there.

I am taking all the recently translated *buranjis* etc. with me and hope to work them up in to a history of the province when I go on furlough next year. As for yourself you have got a good start and it would rest with you by good honest work to assure your future success in life. Believe me.

Yours sincerely
E.A. Gait

The shaking of the steamer has made it difficult to write.

গেইটে ইংলেণ্ডত দুমাহ ছুটীত থাকোঁতে অশেষ কষ্ট কৰি ৩৮৮ পৃষ্ঠাৰ **'এ হিষ্টৰী অৱ আসাম'** গ্ৰন্থখন সম্পূৰ্ণ কৰি উলিয়াইছিল আৰু ভাৰতলৈ ঘূৰি আহি ১৯০৫ খ্ৰীষ্টাব্দৰ চেপ্টেম্বৰ মাহত ছপা কৰিছিল। দ্বিতীয় সংস্কৰণো গেইট চাহাবেই ১৯২৬ খ্ৰীষ্টাব্দত সংশোধিত আৰু পৰিবৰ্ধিতভাৱে প্ৰকাশ কৰিছিল। তেতিয়া তেওঁ আছিল কম্বাৰলিত।

পূৰ্ণাংগ ইতিহাস ৰচনাৰ পূৰ্বেই অসমৰ ইতিহাস সম্পৰ্কে গেইটৰ যে কৌতূহল উপজিছিল সেই কথা তেওঁৰ *'চেপ্লাছ ৰিপোৰ্ট'* (১৮৯১), *'আছাম লেণ্ড ৰেভিনিউ মেনুৱেল'* (১৮৯৬) আৰু *'ৰিপোৰ্ট অন দা প্ৰগেছ অব হিষ্টৰিকেল ৰিছাৰ্চ ইন আছাম'* (১৮৯৭) শীৰ্ষক প্ৰতিবেদনসমূহ দৃষ্টিগোচৰ কৰিলেই উমান পাব পাৰি।

হেমচন্দ্ৰ গোস্বামী, ৰজনীকান্ত বৰদলৈ আদিয়ে গেইটৰ পৰা যথেষ্ট প্ৰেৰণা লাভ কৰিছিল। তেওঁ অসম সম্বন্ধে লিখা ভালেমান প্ৰবন্ধ বেংগল এচিয়াটিক ছ'চাইটিৰ আলোচনীত প্ৰকাশ হৈছিল। অসমত থকা কালছোৱাত ইতিহাস-চৰ্চাৰ নিমিত্তে এখন আঁচনি প্ৰস্তুত কৰি নিজে সঞ্চালকৰ দায়িত্ব বহন কৰে। গেইট চাহাব অসমৰ হিতৈষী ব্যক্তি আছিল। হেমচন্দ্ৰ বৰুৱাৰ অভিধান প্ৰকাশৰ পথত হেমচন্দ্ৰ গোস্বামীৰ সৈতে তেওঁৰ যি অনবদ্য অৱদান সি এক ঐতিহাসিক ঘটনাৰূপে স্বীকৃত হৈ আছে।

তেওঁৰ Report on the Progress of Historical Research in Assam (১৮৯৭) নামৰ পুথিখনত অসম বুৰঞ্জীৰ তেতিয়ালৈ প্ৰাপ্ত সমলবোৰৰ বিৱৰণ আছে। উল্লেখ্য যে A History of Assam বুৰঞ্জীখনেই অসমৰ প্ৰণালীবদ্ধভাৱে আৰু বিজ্ঞানসন্মতভাৱে ৰচনা কৰা প্ৰথম বুৰঞ্জী।





**লেফটেনেণ্ট কৰ্নেল এফ্ জেনকিন্স (জন্ম ঃ ১৭৯৩, মৃত্যু ঃ ১৮৬৬ খ্ৰীঃ) ঃ**

টি. চি ৰবাৰ্টচনৰ পাছত ১৮৩৪ খ্ৰীষ্টাব্দত কেপ্তেইন (পাছলৈ জেনেৰেল) জেনকিন্স অসমৰ কমিচনাৰ আৰু গৱৰ্ণৰ জেনেৰেলৰ এজেণ্ট হৈ প্ৰশাসনৰ মুৰব্বী নিযুক্ত হয়। এই সময়তে তেওঁ বৃটিছাধীন ব্ৰহ্মপুত্ৰ উপত্যকা অঞ্চলক চাৰিখন প্ৰশাসনীয় জিলাত বিভক্ত কৰে— গোৱালপাৰা, কামৰূপ, বিশ্বনাথলৈকে সাঙুৰি দৰং জিলা আৰু নগাঁও। ১৮৩৬ খ্ৰীষ্টাব্দত তেওঁ কাছাৰ জিলাকো নিয়মিতভাৱে বৃটিছাধীন কৰি লয়। ১৮৩৮-৩৯ খ্ৰীষ্টাব্দত উজনি অসমকো ৰজা পুৰন্দৰ সিংহই কৰ দিবলৈ অপাৰগ হোৱাত বৃটিছৰ খাচ দখলাধীন কৰি ৰজাক পেন্সন দিয়াৰ ব্যৱস্থা কৰে।

জেনেৰেল জেনকিন্সৰ দিনতে সমগ্ৰ অসমত বৃটিছ শাসনৰ দৃঢ়ীকৰণ হৈছিল।

অসমলৈ কমিচনাৰ হৈ অহাৰ আগতে তেওঁ প্ৰথম বৰ্মা যুদ্ধত সম্পৰ্কিত হৈছিল। কেপ্তেইন পেম্বাৰটোনৰ Report on the North-East frontiers গ্ৰন্থত এই সংবাদ পোৱা হয়। ১৯৩২ খ্ৰীষ্টব্দত তেওঁ নৱগঠিত অসম প্ৰদেশৰ বিষয়ে এটি সমীক্ষাত্মক প্ৰতিবেদন দিবলৈ গৱৰ্ণৰ জেনেৰেল নৰ্থ বেণ্টিংকে অসমলৈ পঠাইছিল। এনেদৰে অভিজ্ঞতা পুষ্ট হোৱা বাবেই শেষত তেওঁক অসমৰ কমিচনাৰৰূপে নিযুক্ত কৰা হৈছিল। এই পদতে তেওঁ সুদীৰ্ঘ কাল থাকি ১৮৬১ খ্ৰীষ্টাব্দৰ ফেব্ৰুৱাৰী মাহলৈ অসমৰ বাবে সেৱা আগবঢ়াইছিল।

ইতিমধ্যেই তেওঁৰ অসমক জনাৰ বাবে এক অনুসন্ধিৎসু মানসিকতা গঠন হৈছিল আৰু অসমৰ প্ৰতি তেওঁৰ গভীৰ প্ৰেম উপজিছিল। অৱসৰৰ পাছত তেওঁ অসমতে নিগাজীকৈ থাকিবলৈ ল'লে আৰু ১৮৬৬ খ্ৰীষ্টাব্দৰ ২৮ আগষ্টত তেওঁৰ গুৱাহাটীতে দেহাৱসান হয়। তেওঁৰ নামেৰে হোৱা

জেনকিন্স ৰোড আৰু জেনকিন্স ঘাট আৰু তেওঁৰ স্মৃতি স্তম্ভই তেওঁৰ স্মৃতি আজিও ৰক্ষা কৰি আছে। তেওঁ থাকিবলৈ লোৱা আবাস আছিল বৰ্তমানৰ আমবাৰী অঞ্চলত। তাত এখন বৃহৎ ফলৰ বাগান কৰিছিল আৰু বৰ্তমানে প্ৰেছক্লাব থকা অঞ্চলটিতে ওখকৈ তেওঁৰ বাসভৱন নিৰ্মিত হৈছিল। জেনেৰেল জেনকিন্সে মিছনেৰীসকলক খামতি আৰু চিংফৌসকলৰ মাজত ধৰ্ম প্ৰচাৰ কৰিবলৈ নিমন্ত্ৰণ কৰি কলিকতাত থকা বংগৰ চিভিল ছাৰ্ভিচৰ মিষ্টাৰ ট্ৰেভেলিয়ানলৈ ১৮৩৫ চনৰ ১০ মাৰ্চত চিঠি লিখিছিল।

জেনকিন্সৰ নিমন্ত্ৰণ ৰক্ষা কৰি মিছনেৰীসকলে নাথান ব্ৰাউনক শদিয়ালৈ পঠায়। ব্ৰাউনৰ লগতে ও. টি. কাট্টাৰো শদিয়াত পদাৰ্পণ কৰিলেহি। জেনকিন্সে অসমত ধৰ্ম প্ৰচাৰ কৰা মিছনেৰীসকলক সম্পূৰ্ণ সুৰক্ষা দিয়া প্ৰতিশ্ৰুতি প্ৰদান কৰিছিল।

তেওঁৰ যত্নতে অসমৰ একাধিক প্ৰাচীন ফলিৰ আৱিষ্কাৰ, অধ্যয়ন আৰু প্ৰকাশ সম্ভৱ হৈছিল।

জেনেৰেল জেনকিন্সে তেওঁৰ সমুদায় কাৰ্যকালৰ মাজতে ঐতিহাসিক কৰ্ম কৰি গৈছে। কুৰিখনতকৈও অধিক ঐতিহাসিক বিৱৰণ, চিঠি-পত্ৰ আৰু এছিয়াটিক জাৰ্নেলত লেখা ৰচনা প্ৰবন্ধ অত্যন্ত গুৰুত্বপূৰ্ণ আছিল। তাৰ ভিতৰত ১৮৫৩ খ্ৰীষ্টাব্দৰ Revenue administration in Assam আৰু Relation with the hill tribes on the Frontiers of Assam অন্য উল্লেখনীয় কৰ্ম। ড° সূৰ্যকুমাৰ ভূঞাই তেওঁৰ বিষয়ে লিখিছিল—"He was a man of versatile ability and genius, who, were he relieved from the official drudgery of the administration of a newly conquered Indian province, might have acquired immortal fame in the field of historical scholarship"

কৰ্ম ব্যস্ততাৰ মাজতো তেওঁ কামৰূপৰ ৰজা বনমাল বৰ্মাৰ তামৰ ফলিৰ বিষয়ে ৰচনা কৰা নিবন্ধ, লাখেৰাজ মাটিৰ বিষয়ে কৰা তদন্তৰ নিবন্ধ আদি অত্যন্ত গুৰুত্বপূৰ্ণ কৰ্ম আছিল।

জেনকিন্সে কমিছনাৰ হৈয়ে ভাৰত চৰকাৰলৈ অসমীয়া যুৱকসকলৰ শিক্ষাৰ বাবে সক্ৰিয় পদক্ষেপ গ্ৰহণ কৰিবলৈ লিখিছিল। তেওঁ গুৱাহাটী,





দৰং, নগাঁও বিশ্বনাথ সদৰ স্থানত ইংৰাজী শিক্ষাৰ বাবে একোখন স্কুল স্থাপনৰ ছুপাৰিশ কৰিছিল। গুৱাহাটীত এখন ইংৰাজী স্কুল প্ৰতিষ্ঠাৰ বাবে নিজাববীয়াকৈ তেওঁ গুৱাহাটীত ব্যক্তিসকলৰ পৰা ১৭৪০ টকা সংগ্ৰহ কৰিছিল। এইদৰেই প্ৰথমে ১৮৩৫ খ্ৰীষ্টাব্দত প্ৰথম ইংৰাজী স্কুলখন গুৱাহাটীত স্থাপন হৈছিল। মিছনেৰীসকলৰ দ্বাৰা খ্ৰীষ্টান ধৰ্মৰ প্ৰসাৰৰ বাবেও তেওঁ চেষ্টা কৰিছিল।

**জন পিটাৰ ৱেড**

ইষ্ট ইণ্ডিয়া কোম্পানীৰ এচিষ্টেণ্ট ছাৰ্জন (Assistant surgeon) আৰু বৃত্তিত চিকিৎসক হ'লেও তেওঁ আছিল অসমৰ ইতিহাস চৰ্চাৰ এগৰাকী অগ্ৰণী ব্যক্তি। তেওঁৰ প্ৰথম ভ্ৰমণ বিৱৰণ "An Account of Assam" আৰু "A Geographical Sketch of Assam" (১৮৮০) আদি গ্ৰন্থ উল্লেখযোগ্য।

**জন বাটলাৰ ঃ**

নগাঁও জিলাৰ মুখ্য সহায়কাৰী বিষয়া অৰ্থাৎ পৰৱৰ্তী কালৰ উপায়ুক্তৰ পদমৰ্যাদা সমৃদ্ধ। তেওঁ ১৮৪৫ খ্ৰীষ্টাব্দৰ নৱেম্বৰত ডিমাপুৰ অঞ্চললৈ ভ্ৰমণত যাওঁতে ধনশিৰি নদীৰ দক্ষিণত প্ৰাচীন কছাৰী ৰজাৰ দুৰ্গসমূহৰ বিভিন্ন শৈল গেট, মূৰ্তি আৰু আন আন গুৰুত্বপূৰ্ণ সম্পদসমূহ দেখিবলৈ পাইছিল। কিন্তু তাৰ আগতেই ১৮৪৪ খ্ৰীষ্টাব্দত নগাঁৰৰ উপ সহকাৰী আয়ুক্ত ব্ৰাউন উদে কছাৰী শাসনকৰ্তাৰ এই দুৰ্গ সম্পদ আৱিষ্কাৰ কৰিছিল।

সি যি কি নহওঁক, জন বাটলাৰে Travels and Adventures in the Province of Assam (১৮৫৫ খ্ৰী.)ত এইবোৰ লিপিবদ্ধ কৰিছে। তেওঁৰ এখন গ্ৰন্থ হ'ল A Sketch of Assam, with some Account of the hill tribes (1847)।

**জৰ্জ আব্ৰাহাম গ্ৰীয়াৰ্চন (জন্ম ঃ ১৮৫১ , মৃত্যু ঃ ১৯৪১ খ্ৰী.) ঃ**

গ্ৰীয়াৰ্চন এগৰাকী অধ্যয়নশীল, বিদ্যানুৰাগী বৃটিছ বিষয়া আছিল।

ভাষাবিদ পণ্ডিত গ্ৰীয়াৰ্চনে ভাৰতীয় চিভিল ছাৰ্ভিচৰ বিষয়া হৈ আহি বেংগল প্ৰেছিডেন্সিৰ এগৰাকী প্ৰশাসনীয় বিষয়া হিচাপে যোগদান কৰে।

প্ৰথমতে গ্ৰীয়াৰ্চনে ভাৰতীয় ভাষাৰ ওপৰত এচিয়াটিক চোচাইটিৰ মুখপত্ৰত লিখিবলৈ লয়। তাৰ পিছত তেওঁ মৈথিলী কবি বিদ্যাপতিৰ পদসমূহ অবিকল ৰূপত প্ৰকাশ কৰে। তেওঁ দেৱনাগৰী লিপিৰ ৰূপ সন্দৰ্ভতো এখনি পুথি প্ৰণয়ন কৰে। বিহাৰ প্ৰদেশত প্ৰচলিত উপভাষাসমূহৰ বিষয়ে অধ্যয়ন কৰি তেওঁ সাতোটা ভাষাৰ ব্যাকৰণ আঠটা খণ্ডত প্ৰকাশ কৰে। বৃহৎ কলেৱৰৰ এই গ্ৰন্থ প্ৰণয়নৰ যোগেদি গ্ৰীয়াৰ্চনে অসাধ্য সাধন কৰিলে।

১৮৮৬ খ্ৰীষ্টাব্দত তেওঁ ভিয়েনাত অনুষ্ঠিত আন্তৰ্জাতিক প্ৰাচ্য সন্মিলনত ভাৰতীয় ভাষাসমূহৰ অধ্যয়নৰ প্ৰয়োজনীয়তাৰ বিষয়ে ব্যাখ্যা দাঙি ধৰে। উক্ত সভাত বিখ্যাত পণ্ডিত মেক্সমূলাৰো উপস্থিত আছিল। এই সন্মিলনৰ আহ্বানক্ৰমে ভাৰত চৰকাৰে ১৮৮৮ খ্ৰীষ্টাব্দত ভাৰতৰ ভাষাসমূহৰ ওপৰত সমীক্ষাৰ কাম চৰকাৰীভাৱে সম্পন্ন কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰে। পিছত উক্ত কাম সম্পাদনৰ বাবে গ্ৰীয়াৰ্চনক 'লিংগুইষ্টিক চাৰ্ভে অব ইণ্ডিয়া'ৰ অধ্যক্ষ নিয়োগ কৰা হয়।

১৯০৩ খ্ৰীষ্টাব্দৰ পৰা ১৯২৮ খ্ৰীষ্টাব্দলৈ কৰা অক্লান্ত পৰিশ্ৰমৰ ফলস্বৰূপে তেওঁ ৮,০০০ পৃষ্ঠাৰ প্ৰতিবেদনত Linguistic Survey of India-ৰ কুৰিটা সংখ্যাত প্ৰকাশ পায়। ইয়াৰে পঞ্চম খণ্ডটোত অসমীয়া, বাংলা, হিন্দী, উৰিয়া আদি ভাষাৰ বিস্তৃত আলোচনা দাঙি ধৰা হৈছে। পৰৱৰ্তী কালত তেওঁ কাশ্মিৰী ভাষাৰ ব্যাকৰণ আৰু অভিধানো ৰচনা কৰে।

অক্সফোৰ্ড, ডাৰ্বান, হেলে আৰু পাটনা বিশ্ববিদ্যালয়ে গ্ৰীয়াৰ্চনক সন্মানসূচক ডক্টৰেট ডিগ্ৰীৰে বিভূষিত কৰে। ১৯৪১ খ্ৰীষ্টাব্দৰ ৭ মাৰ্চত ৯১ বছৰ বয়সত গ্ৰীয়াৰ্চনৰ মৃত্যু হয়।

**জন ষ্টুৱাৰ্ট মিল (১৮০৬-১৮৭৩ খ্ৰী.) ঃ**

জন ষ্টুৱাৰ্ট মিলৰ জন্ম হয় ১৮০৬ খ্ৰীষ্টাব্দৰ ৫ মে'ত, ইংলেণ্ডৰ লণ্ডন চহৰত। মিলৰ পিতৃ জেমচ মিল আছিল বিখ্যাত বুৰঞ্জীবিদ, দাৰ্শনিক আৰু





ৰাজনৈতিক অৰ্থনীতিবিদ। মিল আছিল যথেষ্ট মেধা শক্তি সম্পন্ন। তেওঁ মাথোন তিনি বছৰ বয়সতে গ্ৰীক ভাষা আৰু আঠ বছৰত লেটিন ভাষা শিকিবলৈ আৰম্ভ কৰে। মাত্ৰ তেৰ বছৰ বয়সত বুৰঞ্জী, সাহিত্য আৰু ৰাজনীতিবিজ্ঞান পঢ়িবলৈ আৰম্ভ কৰে। অতি কম বয়সতে মিলে দেউতাকৰ অধীনত সকলোখিনি শিক্ষা লাভ কৰে। পিছলৈ তেওঁ একাধাৰে এজন অৰ্থনীতিবিদ, বুৰঞ্জীবিদ আৰু দাৰ্শনিক হিচাপে খ্যাতি লাভ কৰে।

মিলে ইষ্ট ইণ্ডিয়া কোম্পানীৰ চাকৰিত যোগদান কৰে ১৮২৩ খ্ৰীষ্টাব্দত। ১৮৫৬ খ্ৰীষ্টাব্দত তেওঁ কোম্পানীৰ সৰ্বোচ্চ পদ পায় আৰু ১৮৫৮ খ্ৰীষ্টাব্দত চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰে। তেওঁ ১৮৫৮ খ্ৰীষ্টাব্দৰ পৰা ১৮৬৮ খ্ৰীষ্টাব্দলৈকে দহ বছৰ ধৰি হাউচ অৱ কমন্সৰ সদস্য আছিল। ১৮৭৩ খ্ৰীষ্টাব্দত ফ্ৰান্সত তেওঁৰ মৃত্যু হয়।

মিলৰ চিন্তাধাৰা আৰু কৰ্মৰাজিৰ ওপৰত ৰিকাৰ্ড, বেনথাম্ আৰু কমটেৰ প্ৰভাৱ সুস্পষ্ট। তেওঁৰ লিখনীত আশাবাদ আৰু নিৰাশাবাদ দুয়োটা ভাৱেই স্পষ্ট।

মিলৰ প্ৰকাশিত উল্লেখযোগ্য গ্ৰন্থবোৰ হ'ল—'তৰ্কশাস্ত্ৰ ব্যৱস্থা' (১৮৪৩), 'ৰাজনৈতিক অৰ্থবিজ্ঞানৰ সূত্ৰ' (১৮৪৮), 'ৰাজনৈতিক অৰ্থবিজ্ঞানৰ কেইটামান সমাধান নোহোৱা বিষয়ৰ ওপৰত প্ৰবন্ধাৱলী (১৮৪৪), 'স্বাধীনতা' (১৮৫৯), 'উপযোগিতাবাদ' (১৮৬৩), 'ধৰ্ম সম্বন্ধীয় তিনিখন ৰচনা' (১৮৬৪), 'কটে আৰু যোগাত্মকতাবাদ' (১৮৬৪), 'ছাৰ উইলিয়াম হেমিল্টনৰ দৰ্শনৰ সমীক্ষা' (১৮৬৫), 'আত্মজীৱনী' (১৮৭৫), 'প্ৰতিনিধিত্বমূলক চৰকাৰ' (১৮৬১), 'সমাজবাদৰ অধ্যায়' (১৮৭৯) ইত্যাদি। অৰ্থনীতি বিজ্ঞানলৈও তেওঁৰ অৱদান উল্লেখযোগ্য।

**জি. ডব্লিউ ৱেষ্টমেকট (G.W. Westmacott) ঃ**

বৃটিছ প্ৰশাসনৰ আৰম্ভণিৰ কালছোৱাতে কেপ্টেইন জি. ডব্লিউ ৱেষ্টমেকট মধ্য অসম খণ্ডৰ সহকাৰী আয়ুক্ত আছিল। তেওঁ ১৮৩৪

খ্ৰীষ্টাব্দৰ নবেম্বৰ মাহত চৰকাৰী কৰ্তব্যত দৰং জিলাৰ চাৰিদুৱাৰ অঞ্চললৈ ভ্ৰমণত গৈছিল। সেই অঞ্চলত বিশেষকৈ অগ্নিগড় পাহাৰ আদিৰ জংঘলৰ মাজত তেওঁ যি প্ৰাচীন বৃহৎ শৈল মন্দিৰৰ ধ্বংসাৱশেষ, বিভিন্ন ভাস্কৰ্য, মন্দিৰ নিৰ্মাণৰ শৈল মন্দিৰসমূহ আৱিষ্কাৰ কৰি বিস্ময়ান্বিত হৈছিল। তাত তেওঁ এখন সুপ্ৰাচীনপুৰৰ (যাৰ নাম শোণিতপুৰ বা লোহিত পুৰ হ'ব পাৰে), অৱস্থিতি অনুমান কৰিছিল। এই সম্পৰ্কে ৰেষ্টমেকটে ১৮৩৫ খ্ৰীষ্টাব্দত এছিয়াটিক জাৰ্নেল (৪ৰ্থ সংখ্যা)ত 'Description of some ancient Temple ruins at Charduar in Assam' নামৰ এটা সুদীৰ্ঘ নিবন্ধ প্ৰকাশ কৰিছিল।

এই লেখা প্ৰত্নতাত্ত্বিক গৱেষকসকলৰ আজিও প্ৰসংগৰ উৎস হৈ আছে। যদিও তেওঁ ১৮৩৫ খ্ৰীষ্টাব্দতে এই সংবাদ প্ৰকাশ কৰিছিল, ঊনৈশ শ খ্ৰীষ্টাব্দলৈ এই সম্পদবোৰৰ ৰক্ষা বা উদ্ধাৰৰ প্ৰয়াস হোৱা নাছিল।

**ড° জে. এন. ম'চাচ (Dr. J. N. M'cosh) ঃ**

'Topography of Assam' গ্ৰন্থখন ১৮৩৭ খ্ৰীষ্টাব্দত প্ৰকাশ হৈছিল। ইণ্ডিয়া অফিচ পুথি ভঁৰালত থকা কপিটোৰ কাষত কে. জেনকিন্সৰ হাতে লিখা টোকা আছে য'ত Robert Bruce আৰু C.A. Bruce ভাতৃদ্বয়ক অসমত প্ৰথম চাহ গছ আৱিষ্কাৰৰ কৃতিত্ব প্ৰদান কৰা হৈছে। গ্ৰন্থখনত অসমৰ বিভিন্ন স্থানৰ Topography আৰু পৰিৱেশৰ কথা কোৱা হৈছে।

**টি. চি. ৰবাৰ্টচন ঃ**

উত্তৰ-পূৰ্ব বংগৰ ৰংপুৰৰ কমিচনাৰ আৰু উত্তৰ-পূব সীমান্তৰ বাবে গৱৰ্ণৰ জেনেৰেলৰ এজেণ্টৰূপে প্ৰশাসক ডেভিদ স্কটৰ মৃত্যুৰ পাছত কিছুদিন অস্থায়ীভাৱে ক্ৰেক ৰক্টে এই কাৰ্যভাৰ চলোৱাৰ পাছত ১৮৩২ খ্ৰীষ্টাব্দত টি. চি. ৰবাৰ্টচনে এই বিষয়বাব লয়হি। তেওঁ এজন দক্ষ প্ৰশাসক আছিল আৰু ১৮০৬ খ্ৰীষ্টাব্দত বংগদেশতে অসামৰিক সেৱাত নিজৰ কাম আৰম্ভ কৰিছিল। ব্ৰহ্মদেশৰ সৈতে ইংৰাজসকলৰ যুদ্ধ হোৱাৰ সময়ত





তেওঁ আৰাকাণত আছিল। ১৮৩৪ খ্ৰীষ্টাব্দলৈ অসমৰ এই পদত তেওঁ কাৰ্যনিৰ্বাহ কৰিছিল। তেওঁ ডেভিদ স্কটে এৰি থৈ যোৱা প্ৰস্তাৱবোৰ আৰু ভূমি ৰাজহৰ সংস্কাৰ কৰিবলৈ কিছু কাম হাতত লৈছিল।

ৰবাৰ্টছনে বিৱৰণাত্মক এখন গ্ৰন্থ লিখিছিল—Political Incidents of the first Burmese War (1853).

ৰবাৰ্টছনৰ আন এটা বিশেষ কৰ্ম আছিল যে ৰজা পুৰন্দৰ সিংহক তেওঁ উজনি অসম খণ্ড এৰি দিছিল। কাৰণ মানৰ আক্ৰমণৰ সময়ত প্ৰথমতে পুৰন্দৰ সিংহই সমগ্ৰ অসমৰ ৰজা আছিল।

**কেপ্তেইন থমাচ ৱেলছ (পাছলৈ কৰ্ণেল) ঃ**

ইষ্ট ইণ্ডিয়া কোম্পানীৰ নিৰ্দেশত ১৭৯৩ খ্ৰীষ্টাব্দত কেপ্তেইন থমাচ ৱেলছে অসম অভিযান আৰম্ভ কৰিছিল। বৃটিছ চৰকাৰে অসম সম্পৰ্কে সবিশেষ তথ্য বিচাৰিছিল আৰু সেই সূত্ৰে কেপ্তেইন ৱেলছে তেওঁৰ অভিযানৰ লগতে অহা চিকিৎসক ডাঃ জন পিটাৰ ৱেদৰ সৈতে নিষ্ঠাৰে সেই তথ্য সংগ্ৰহ কৰি অসমৰ তদানীন্তন অৱস্থাৰ প্ৰ-বিৱৰণ প্ৰেৰণ কৰে। প্ৰকৃততে ভাৰত চৰকাৰে অসমৰ সামাজিক আৰু ৰাজনৈতিক অৱস্থাৰ বিষয়ে কিছুমান প্ৰশ্নৰ জৰিয়তেহে সংবাদ বিচাৰিছিল। সেই প্ৰশ্নৰ উত্তৰ স্বৰূপেহে কেপ্তেইন ৱেলছে প্ৰাসংগিক বিৱৰণবোৰ দিছিল। এই প্ৰশ্ন আৰু তাৰ উত্তৰবোৰৰ বিষয়ত পাছত ডেভিদ স্কটে পৰিপূৰক মন্তব্য প্ৰদান কৰিছিল। এই সমগ্ৰ তথ্য-বিৱৰণ পাছত চাৰ আলেকজেণ্ডাৰ মেকেঞ্জি ৰচিত North-East Frontier of Bengal গ্ৰন্থখনত পৰিশিষ্টত সন্নিৱিষ্ট কৰা আছে।

থমাছ ৱেলছৰ প্ৰশ্নোত্তৰৰ মাজেৰে দাখিল কৰা এই বিৱৰণ এখন গুৰুত্বপূৰ্ণ দলিল। আহোম প্ৰশাসন আৰু চৰকাৰ গঠন, সেই সময়ৰ প্ৰজাৰ অসন্তুষ্টি আৰু বিদ্ৰোহ, ওচৰ চুবুৰীয়া ৰাজ্য বা ৰজাসকলৰ সৈতে অসম ৰজাৰ সম্পৰ্ক, ৰাজ্যৰ উৎপাদন আৰু বাণিজ্য এইবোৰ বিষয়ত এই দলিলত আলোচনা কৰা হৈছে।

এইখনেই থমাছ ৱেলছৰ বিখ্যাত বিৱৰণ যাৰ নাম An Account of Assam (1793), যিখন পাছত মেকেঞ্জিৰ History of the

North-East of Bengal (1884) গ্ৰন্থত ডেভিদ স্কটৰ মন্তব্যৰ সৈতে সন্নিৱিষ্ট হৈছে।

ৰেলছৰ বিৱৰণৰ অসমীয়া অনুবাদ, অসম সাহিত্য সভাৰ পত্ৰিকাৰ আৰম্ভণিৰ কোনো দুটা সংখ্যাত নীলনাথ শৰ্মাই প্ৰকাশ কৰিছিল।

কৰ্ণেল থমাছ ৰেলছৰ ১৮২২ খ্ৰীষ্টাব্দৰ ১১ এপ্ৰিল তাৰিখে মৃত্যু হৈছিল।

**মিষ্টাৰ ফেডাৰিক উইলিয়াম চুদমাৰচন (জন্ম ঃ ১৮৭১ খ্ৰী., মৃত্যু ঃ ১৯৫৩ খ্ৰী.)**

মিষ্টাৰ ফ্ৰেডাৰিক উইলিয়াম চুদমাৰচন চি. আই. ই., কটন কলেজৰ প্ৰথম অধ্যক্ষ আছিল। ১৯০১ খ্ৰীষ্টাব্দৰ পৰা ১৯২৬ খ্ৰীষ্টাব্দলৈ সুদীৰ্ঘ একুৰি ছয় বছৰকাল অধ্যাপনা কৰি তেওঁৱেঁই কলেজখনৰ গঢ় লগাই দিছিল। নিষ্ঠা আৰু দক্ষতাৰে চুদমাৰচন চাহাবে আৰম্ভণিৰ পৰাই কলেজখনৰ উন্নতিৰ বাবে দেহেকেহে খাটিছিল।

ৰাজ্য চৰকাৰে অধ্যক্ষ চুডমাৰ্চন চাহাবক অসমীয়া ভাষাৰ উদ্ভৱ আৰু বিকাশ সম্পৰ্কে এখন পুস্তিকা (monograph) প্ৰস্তুত কৰিবলৈ নিৰ্দেশ দিছিল। তেতিয়া অধ্যক্ষই ৯.৫.১৯০৭ তাৰিখে হেমচন্দ্ৰ গোস্বামীলৈ এই বিষয়ত প্ৰাপ্য সকলো তথ্যৰে তেওঁক সহায় কৰিবলৈ এখন চিঠি লিখিছিল (*টোকোৰা বাঁহৰ কুটা*—বেণুধৰ শৰ্মা)। চুডমাৰ্চনে গোস্বামীদেৱৰ পৰা পাই এই তথ্যসহ অসমীয়া ভাষাৰ বিষয়ে গুৰুত্বপূৰ্ণ বিৱৰণাত্মক উক্ত টোকা প্ৰস্তুত কৰিছিল আৰু তেওঁ পুৰণি পুথিসমূহ সংগ্ৰহৰ কাৰণে এগৰাকী বিষয়া নিযুক্তি দিবলৈ চৰকাৰক অনুৰোধ কৰিছিল।

১৯২৬ খ্ৰীষ্টাব্দত তেওঁ পাণ্ডু কংগ্ৰেছ অধিৱেশন হোৱাৰ আগে আগে কলেজ এৰি গুচি গৈছিল। এই চনতে তেওঁক C.I.E. উপাধি দিয়া হৈছিল।

**ডেভিদ স্কট (জন্ম ঃ ১৭৮৬, ১৪ মে', মৃত্যু ঃ ১৮৩১ খ্ৰী.)**

১৭৮৬ খ্ৰীষ্টাব্দত ডেভিদ স্কটে উত্তৰ-পূব স্কটলেণ্ডত জন্ম গ্ৰহণ কৰে।





তেওঁৰ পিতৃ আৰ্কিবাল্ড। বৃটিছাধীন ভাৰতৰ এগৰাকী প্ৰসিদ্ধ বিষয়া হৈছিল ডেভিদ স্কট। ১৮০২ খ্ৰীষ্টাব্দত তেওঁ ভাৰতৰ সেৱাৰ বাবে নিৰ্বাচিত হৈছিল আৰু ফোৰ্ট উইলিয়াম কলেজত যোগদান কৰি হিন্দুস্থানী আপু পাৰ্চী ভাষাত পাৰ্গত হৈ উঠিছিল। ১৮০৪ খ্ৰীষ্টাব্দৰ পৰা ১৯৩১ খ্ৰীষ্টাব্দলৈ এইগৰাকী খ্যাতনামা প্ৰশাসকে উত্তৰ-পূৰ্বাঞ্চলৰ কৰ্তব্যত নিয়োজিত হৈ এই অঞ্চলৰ ৰাজনৈতিক, সামাজিক, নৃতাত্বিক, প্ৰশাসনিক আৰু ভৌগোলিক এই সকলো বিষয়ৰ জ্ঞানেৰে সমৃদ্ধ হৈ বিভিন্ন উচ্চতৰ পদত কাম কৰি বৃটিছ প্ৰশাসনৰ অতি বিশ্বস্ত আৰু অতি ঘনিষ্ঠ নিৰ্ভৰশীল বিষয়া হৈছিল আৰু অসমৰ জন সমাজৰ মাজতো জনপ্ৰিয় হৈছিল।

১৮১২ খ্ৰীষ্টাব্দত তেওঁ ৰংপুৰৰ জজ আৰু মেজিষ্ট্ৰেট আছিল। ১৮১৬ খ্ৰীষ্টাব্দত কোচবিহাৰৰ আয়ুক্ত আৰু ৰংপুৰৰ যুটীয়া মেজিষ্ট্ৰেট আৰু সেই সময়তে গাৰো পাহাৰৰ জনগোষ্ঠীয় লোক সকলৰ সমস্যাৰ সৈতেও তেওঁ জড়িত হৈ পৰিছিল। ১৮২২ খ্ৰীষ্টাব্দত ডেভিদ স্কট ৰংপুৰৰ উত্তৰ-পূব অঞ্চলৰ অসামৰিক আয়ুক্ত হিচাপে নিয়োজিত হৈছিল পূৰ্বৰ দায়িত্ববোৰৰ সৈতে। তদুপৰি ১৮২৩ খ্ৰীষ্টাব্দৰ পৰা বংগৰ উত্তৰ-পূব সীমান্তৰ বাবে গৱৰ্ণৰ জেনেৰেলৰ এজেণ্টৰূপেও তেওঁ কাৰ্যনিৰ্বাহ কৰে। অসম অধিকাৰৰ পাছত ১৮২৮ খ্ৰীষ্টাব্দত উত্তৰ-পূব ৰংপুৰ, শেৰপুৰ, ছিলেট আৰু অসমৰ ৰাজহ আয়ুক্ত এই সকলোবিলাক পদতো তেওঁক অধিষ্ঠিত কৰা হয়। উত্তৰ-পূব সীমান্ত অঞ্চলৰ গৱৰ্ণৰ জেনেৰেলৰ এজেণ্টৰূপে তেওঁৰ মৃত্যুৰ আগলৈকে অৰ্থাৎ ১৮৩১ খ্ৰীষ্টাব্দৰ আগষ্ট মাহলৈকে তেওঁ কাম কৰি আছিল। এই সকলোবিলাক পদত কাৰ্যনিৰ্বাহ কৰি থকা বাবে তেওঁ সৰ্বমুঠ দৰমহা শেষত বাৰ্ষিক ৫২,০০০.০০ টকা পাইছিল। এই সমগ্ৰ বৃহৎ অঞ্চলটোৰ মুখ্য প্ৰশাসকৰূপে তেঁৱেই বৃটিছসকলৰ বাবে প্ৰধান আৰু বিশ্বস্ত সংযোগ সূত্ৰ হৈ উঠিছিল।

বাৰ্মিজ আক্ৰমণত বিধ্বস্ত হৈ যোৱা সেইকালৰ সেই অসমখনৰ ৰাইজৰ বাবে তেওঁৱেঁই ত্ৰাণকৰ্তা স্বৰূপ হৈ উঠিছিল। অসমৰ প্ৰচলিত প্ৰশাসন, প্ৰচলিত শিক্ষা আৰু প্ৰশাসনত বঙালী ব্যক্তিৰ নিযুক্তি আদিৰ বিপৰীতে স্থানীয় লোকৰ নিযুক্তিৰ প্ৰতি তেওঁ সুবিচাৰ কৰিবলৈ ইচ্ছা

কৰিছিল, অৱশ্যে তেওঁ নিজেই খ্ৰীষ্টান ধৰ্মাৱলম্বী হোৱা বাবে মিছনেৰী শিক্ষা আৰু মিছনাৰীসকলৰ উত্থান বিচাৰিছিল। অসমীয়া ভাষাৰ প্ৰচলনো তেওঁ বিচাৰিছিল, যদিও তেওঁ বাংলা, হিন্দুস্থানী, পাৰ্চী আদি ভাষাৰো প্ৰবক্তা আছিল।

অসমৰ প্ৰশাসন, শিক্ষা, ৰাজহ আদি সকলো বিষয়তে তেওঁ বৃটিছ চৰকাৰলৈ প্ৰসংগ ক্ৰমে বহু চিঠি, বহু প্ৰতিবেদন অসমত বৃটিছ প্ৰশাসনৰ বিস্তাৰ কালতেই প্ৰেৰণ কৰিছিল। সেইবোৰত তেওঁৰ জ্ঞান আৰু অধ্যয়নসমৃদ্ধ বুৰঞ্জী, যুদ্ধ বিগ্ৰহ আৰু ৰাজহ পৰামৰ্শ সন্নিৱিষ্ট হৈ আছিল। দুৰ্ভাগ্যবশতঃ এইবোৰৰ একেলগে এতিয়াও সংকলিত হৈ গ্ৰন্থাকাৰে প্ৰকাশ পোৱা নাই। Bengal Secret and Political Consultations নামৰ সেই কালৰ নথিত এইবোৰ যথাক্ৰমভাৱে ৰক্ষা হৈছিল।

ডেভিদ স্কটে সকলো বিষয়ৰ গ্ৰন্থ পঢ়াৰ প্ৰতি অতি ধাউতি আছিল। আনকি চিকিৎসাৰ বিষয়েও তেওঁ যথেষ্ট পঢ়িছিল। কলিকতাৰ 'মেডিকেল আৰু ফিজিকেল ছ'চাইটি'ৰ আলোচনীলৈ তেওঁ প্ৰবন্ধ পঠাইছিল। (এছিয়াটিক জাৰ্নেল, ১৮২৭, খণ্ড ২৩, পৃষ্ঠা ৫০৭)।

কৃষ্ণকান্ত বসুৰ বাংলাত লেখা গ্ৰন্থ এখন Account of Bootan নামেৰে তেওঁ ইংৰাজীত অনুবাদ কৰিছিল। সেই লেখা Political Mission to Bootan গ্ৰন্থত সন্নিৱিষ্ট আছে।

আকৌ, কেপ্তেইন টি. ৱেলছে ১৭৯৪ খ্ৰীষ্টাব্দত অসম সম্পৰ্কে গৱৰ্ণমেণ্টৰ সচিবলৈ এটা প্ৰতিবেদন পঠাইছিল সেই প্ৰতিবেদন Welsh's Report on Assam নামে বিখ্যাত। এই প্ৰতিবেদনৰ ওপৰত পাছত স্কটে ১৮২৬ খ্ৰীষ্টাব্দত এটি অতিৰিক্ত সুদীৰ্ঘ টোকা পঠাইছিল। এই দুয়োটা প্ৰতিবেদন এ. মেকেঞ্জিৰ গ্ৰন্থ North-East Frontier of Bengal-ত সন্নিৱিষ্ট আছে ডেভিদ স্কট সম্পৰ্কে সংবাদ থকা দুখন গ্ৰন্থ হৈছে।

(১) A memoir of the late David Scott. edited by Col. Watson, (1832, London)

(২) Stray notes on David Scott

এই যশস্বী কৰ্তব্যপৰায়ণ বৃটিছ বিষয়া, অসমৰ প্ৰথম কমিচনাৰ





ডেভিদ স্কটৰ চেৰাপুঞ্জিত ৪৫ বছৰ বয়সত ১৮৩১ খ্ৰীষ্টাব্দত মৃত্যু হৈছিল।

প্ৰসংগক্ৰমে উল্লেখনীয় যে ডেভিদ স্কটে অসমত প্ৰৱেশ কৰিয়েই এখন বৰমেল বহুৱাৰৰ অৰ্থে অসমৰ সন্ত-মহন্তসকললৈ ৰছদ-পাতি যোগোৱাৰ বাবে ইংৰাজী শব্দও মাজে মাজে প্ৰয়োগ কৰি ১৮২৩ খ্ৰীষ্টাব্দত সংস্কৃত শ্লোকেৰে এখন গোহাৰি পত্ৰ লিখিছিল। এই গোহাৰি পত্ৰখন লিখিছিল বুৰঞ্জীবিদ হলিৰাম ঢেকিয়ালফুকনদেৱে।

**লে. কৰ্ণেল পি. আৰ. টি. গৰ্ডন ঃ**

লে. কৰ্ণেল পি. আৰ. টি. গৰ্ডন অসমত বৃটিছ চৰকাৰৰ প্ৰসিদ্ধ উচ্চ বিষয়া আছিল আৰু মিলিটেৰী সেৱা ত্যাগ কৰি সহকাৰী আয়ুক্ত হিচাপে শিৱসাগৰত যোগদান কৰি পাছত আয়ুক্ত পদলৈ পদোন্নতি লাভ কৰিছিল। তেওঁ ১৯১৪ খ্ৰীষ্টাব্দত কেইমাহমানৰ কাৰণে অসমৰ মুখ্য আয়ুক্ত (Chief Commissioner) পদো অলংকৃত কৰিছিল। গৰ্ডন চাহাবে অসমৰ বুৰঞ্জী লেখক চাৰ এডোৱাৰ্ড গেইটে ১৮৯৭ খ্ৰীষ্টাব্দত অসম এৰি যোৱাৰ পাছত তেওঁৰ স্থলত 'অনাৰেৰী ডাইৰেক্টৰ অব এথ্‌নোগ্ৰাফী' হৈ আছিল। তেওঁৰ প্ৰজাহিতকৰ কৰ্ম আৰু বদান্যতা সৰ্বজনবিদিত। তেওঁ অসমৰ ইতিহাস আৰু পুৰাতত্ত্ব অধ্যয়নৰ ক্ষেত্ৰত বিশেষ প্ৰেৰণা যোগাইছিল। সোণাৰাম চৌধুৰী আৰু হেমচন্দ্ৰ গোস্বামীয়ে তেওঁক এইক্ষেত্ৰত যথেষ্ট সহায় কৰিছিল। তেওঁ The Khasis (১৯০৭) নামৰ এখন পুস্তিকাও প্ৰণয়ন কৰিছিল, য'ত খাচীসকলৰ 'মেগালিথ' সম্পৰ্কে আলোচনা আছে। মৰাণসকলৰ বিষয়েও তেওঁ Note on the Morans (১৯০৪) নামেৰে এটা নিবন্ধ লিখিছিল।

হেমচন্দ্ৰ বৰুৱাৰ 'হেমকোষ' গ্ৰন্থ প্ৰকাশৰ ক্ষেত্ৰতো গৰ্ডন চাহাবে যথেষ্ট সহায় কৰিছিল। তেওঁ অভিধানখনৰ ইংৰাজী ভাগ সম্পাদনা কৰিছিল। কৰ্ণেল গৰ্ডন আৰু আব্দুল মজিদে গোট খাই অসমীয়া যোজনা-পটন্তৰৰ পুথি এখন (Assam Proverbs) প্ৰস্তুত কৰে আৰু তাৰ ইংৰাজী অনুবাদ কৰি গৰ্ডন চাহাবে দিয়ে। ১৯২৫ খ্ৰীষ্টাব্দৰ অক্টোবৰত ড° সূৰ্যকুমাৰ ভূঞাৰ সম্পাদিত 'বৰফুকনৰ গীত' পুথিখনৰ এটি সমালোচনা গৰ্ডনে চাহাবে ৰয়েল এছিয়াটিক ছোচাইটি পত্ৰিকাত প্ৰকাশ কৰে।

**ডাঃ বুকানন হেমিল্টন (জন্ম ঃ ১৭৬২ , মৃত্যু ঃ ১৮২৯ খ্রী.) ঃ**

হেমিল্টন এগৰাকী বিদেশী চাহাব। তেওঁৰ প্ৰকৃত নাম ডাক্তৰ ফ্ৰান্সিচ বুকানন। পাছত ফ্ৰান্সিচ বুকানন নাম লয় যদিও তেওঁক বুকানন হেমিল্টন বুলিহে জনা যায়। তেওঁ ১৭৬২ খ্ৰীষ্টাব্দত জন্মগ্ৰহণ কৰে। ১৭ বছৰ বয়সতে তেওঁ এম. এ. ডিগ্ৰী লৈছিল আৰু ২২ বছৰ বয়সতে তেওঁ এম. ডি. পাছ কৰি ১৭৯৪ খ্ৰীষ্টাব্দত ভাৰতীয় চিকিৎসা সেৱাত প্ৰৱেশ কৰিছিল। ইষ্ট ইণ্ডিয়া কোম্পানীৰ নিৰ্দেশক্ৰমে পূব ভাৰতৰ বিষয়ে তথ্য সংগ্ৰহ কৰিবলৈ ১৮০৮ খ্ৰীষ্টাব্দৰ পৰা ১৮১৪ খ্ৰীষ্টাব্দলৈ সুদীৰ্ঘ ছয় বছৰকাল ৰংপুৰ, গোৱালপাৰা অঞ্চল পৰিভ্ৰমণ কৰিছিল। হেমিল্টনে ইষ্ট ইণ্ডিয়া কোম্পানীৰ নিৰ্দেশক্ৰমে পূব ভাৰতৰ বিষয়ে তথ্য আৰু বিৱৰণ সংগ্ৰহ কৰিবলৈ উঠি পৰি লাগিছিল। ১৮০৮ খ্ৰীষ্টাব্দত আৰম্ভ হোৱা তেওঁৰ এই অভিযানৰ সামৰণি পৰিছিল ১৮১৪ খ্ৰীষ্টাব্দত।

১৮০৭-১৮১৪ খ্ৰীষ্টাব্দৰ ভিতৰত তেওঁ ফৰ্ট উইলিয়াম প্ৰেচিডেন্সীৰ এলেকাধীন অঞ্চলৰ বিভিন্ন বিষয়ত জৰীপ কৰি প্ৰতিবেদন দিব লগা হৈছিল। ৰংপুৰ জৰীপ কৰাৰ লগতে তেওঁ অতিৰিক্তভাৱে অসমৰো জৰীপ কৰি 'A Desultory Notice of Assam' নামৰ বৰ্ণনা লিখি দিছিল ১৮০৮ খ্ৰীষ্টাব্দত। ডাঃ বুকাননে প্ৰস্তুত কৰা এই টোকা-বৰ্ণনা অসংগঠিত বুলি ক'লেও ই আহোম ৰাজ শাসন, আহোম ৰাজত্বৰ অবক্ষয় আৰু পতন কালৰ কথা, বিভিন্ন গোট, জনগোষ্ঠী অঞ্চল আদিৰ নিৰ্ভৰশীল প্ৰতিবেদন আছিল। আহোম ৰাজ শাসনৰ শাস্তি প্ৰদান বিষয় আদিৰ সংবাদ বিশ্বস্তভাৱে ইয়াত লিপিবদ্ধ কৰিছিল।

ডাঃ বুকাননে লিখা এখন পুথি হ'ল General View of the History and Manners of Kamrupa। এই পুথি তেওঁ হাতেলিখা পুথি আছিল। এই পুথিখন India Office Library ৰ Archives-ত আছে বুলি জনা যায়। বুকাননৰ আন এখন গ্ৰন্থ হৈছে An account of Assam with some notices concerning the neighbouring territory। এই বিৱৰণ Annals of Oriental Literatures (1820) গ্ৰন্থত প্ৰকাশ হৈছিল। ১৮২৯ খ্ৰীষ্টব্দত বুকাননৰ মৃত্যু হয়।





**ছাৰ যোচেফ বেমফিল্ড ফুলাৰ**

ছাৰ হেনৰি কটনৰ পাছত চাৰ যোচেফ বেমবিল্ড ফুলাৰ ১৯০২ খ্ৰীষ্টাব্দৰ পৰা ১৯০৪ খ্ৰীষ্টাব্দলৈ অসম প্ৰদেশৰ মুখ্যায়ুক্ত হয়। ১৯০৫ খ্ৰীষ্টাব্দৰ চেপ্টেম্বৰৰ পৰা পূৰ্ব বংগ আৰু অসম' নামে গঠিত হোৱা প্ৰদেশখনৰ তেওঁ প্ৰথম লেফটেনেণ্ট গৰ্বণৰ হয় আৰু ঢাকাত তেওঁৰ ৰাজধানী হয়।

ফুলাৰ চাহাব মুখ্যায়ুক্ত হৈ থাকোঁতে ১৯০২ খ্ৰীষ্টাব্দত মাটিৰ ৰাজহ নিৰ্দ্ধাৰণৰ বাবে মাটিৰ শ্ৰেণী অনুসাৰে বিজ্ঞানসন্মতভাৱে ৰাজহ নিৰ্দ্ধাৰণৰ বাবে এটি পদ্ধতি উলিয়াইছিল যাক 'চইল ইউনিট' পদ্ধতি বোলা হৈছিল। তেওঁ মাটি পুনৰ বন্দবস্তিকৰণৰ নিয়মবোৰ সন্নিৱিষ্ট কৰি Resettlement Manual গ্ৰন্থখন প্ৰকাশ কৰিছিল।

তেওঁ ভাৰত চৰকাৰৰ সচিব হৈ থাকোঁতে Land Revenue Policy of the Government of India নামৰ পুস্তিকা এখন লিখিছিল। পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে অসমীয়াত সেইখনৰ 'ভাৰত গৰ্বণমেণ্টৰ ভূমি বিষয়ক ৰাজ্যনীতি' নাম দি ভাঙনি কৰিছিল।

**কেপ্তেইন ৰবাৰ্ট পেম্বাৰটন (পাছলৈ লেফটেনেণ্ট কৰ্ণেল) ঃ**

ভাৰতৰ ইষ্ট ইণ্ডিয়া কোম্পানীৰ বিষয়া কেপ্তেইন আৰ. বইলো পেম্বাৰটন। অসমৰ প্ৰশাসন সম্পৰ্কে ডেভিদ স্কট চাহাবৰ প্ৰস্তাৱৰ পাছত বৃটিছ চৰকাৰে সিদ্ধান্ত গ্ৰহণ কৰিব নোৱাৰাত কেপ্তেইন জেনকিন্স আৰু কেপ্তেইন পেম্বাৰটনক সৰজমিন সমীক্ষাৰ বাবে উচ্চতম কৰ্তৃপক্ষই অসম আৰু মণিপুৰলৈ পঠায়।

ইতিমধ্যে ১৮৩১ খ্ৰীষ্টাব্দত গভৰ্ণৰ জেনেৰেলৰ এজেণ্ট ডেভিদ স্কট চাহাবৰ মৃত্যু হয়। বিভিন্ন কাৰ্যৰ বাবে অসম ভ্ৰমণ কৰি পেম্বাৰটনে উনবিংশ শতিকাৰ আদি ভাগৰ সময়কালৰ এক নিৰ্ভৰযোগ্য বিৱৰণ প্ৰস্তুত কৰি উলিয়ায়। এই বিৱৰণটোৰ নাম— 'Report on the North-East Frontier of British India'. ১৮৩৫ খ্ৰীষ্টাব্দত ই প্ৰকাশিত হয়।

পেম্বাৰটনে অতি স্পষ্ট ভাষাত ৰচনা কৰা এই গ্ৰন্থই সেইকালত

ভাৰতৰ পূৰ্বাঞ্চল আৰু অসম সম্পৰ্কে থকা বিদেশীসকলৰ ধূসৰ হৈ থকা ছবিখন পৰিস্ফুট কৰে। ড° সূৰ্যকুমাৰ ভূঞাই এই বিৱৰণ অত্যন্ত নিৰ্ভৰশীল বুলি মন্তব্য আগবঢ়াইছে।

**ছাৰ হেনৰি ষ্টিডমেন কটন, কে. চি. আই (জন্ম ঃ ১৮৪৫, মৃত্যু ঃ ১৯১৪ খ্ৰী.)**

১৮৪৫ খ্ৰীষ্টাব্দত মাদ্ৰাজৰ টানজ'ৰ জিলাৰ কম্বাক' নামৰ ঠাইত চাৰ হেনৰি জন ষ্টিডমেনৰ জন্ম হয়। তেওঁলোকে তিনি পুৰুষ পূৰ্বৰ পৰাই ভাৰতত বৃটিছ ইষ্ট ইণ্ডিয়া কোম্পানীত সেৱা আগবঢ়াইছিল। তেওঁৰ পিতৃৰ নাম যোছেফ কটন। হেনৰীয়ে শিক্ষা-দীক্ষা ইংলণ্ডতেই সম্পূৰ্ণ কৰে। লণ্ডনৰ কিংচ কলেজৰ মেধাৱী ছাত্ৰ হেনৰি জন ষ্টিডমেনে ১৮৬৭ খ্ৰীষ্টাব্দত বেঙ্গল অসামৰিক সেৱাৰ শ্ৰেণীত যোগদান কৰি ভাৰতলৈ উভতি আহে। ১৮৯৬ খ্ৰীষ্টাব্দলৈ হেনৰিৰ কৰ্মজীৱন কলিকতা চহৰত পাৰ হয়। বৃটিছৰাজে ১৮৯৬ খ্ৰীষ্টাব্দত হেনৰি কটন চাহাবক অসমৰ চীফ কমিছনাৰ ৰূপে নিযুক্ত কৰি পঠিয়াই দিয়ে অসমলৈ। তেখেতে কটন কলেজ প্ৰতিষ্ঠা হোৱাৰ এবছৰৰ পাছত অৰ্থাৎ ১৯০২ খ্ৰীষ্টাব্দত অৱসৰ গ্ৰহণ কৰে। তাৰ পাছৰ বছৰত তেওঁক নাইট উপাধিৰে সন্মানিত কৰা হৈছিল। অৱসৰৰ পাছত তেওঁ 'হাউছ অব কমন্স'ত যোগদান কৰে। 'Memories' তেওঁৰ এখন আত্মজীৱনীমূলক উল্লেখযোগ্য গ্ৰন্থ। তেওঁৰ আন এখন বহুমূলীয়া গ্ৰন্থ হ'ল—'Indian in Transition'।

১৯১৪ খ্ৰীষ্টাব্দৰ ২৩ অক্টোবৰ তাৰিখে ছাৰ হেনৰি জন ষ্টিডমেন কটনৰ মৃত্যু হয়।

এইগৰাকী প্ৰশাসকে প্ৰকৃততে অসমৰ জনমতৰ সপক্ষে মত প্ৰকাশ কৰি গৱৰ্ণৰ জেনেৰেলৰ মতৰ বিৰোধ আচৰণ কৰিছিল আৰু ৰোগভাজন হৈছিল। সেইবাবেই তেওঁ সোণকালে অৱসৰগ্ৰহণ কৰিছিল। কটন কলেজ প্ৰতিষ্ঠাৰ ক্ষেত্ৰ ত তেওঁৰ অৱদান উল্লেখনীয়।





## চতুৰ্থ অধ্যায়

# ঊনবিংশ শতিকাৰ অসমৰ সংবাদপত্ৰ-আলোচনী

**অৰুণোদই সংবাদ-পত্ৰ**

অসমত খ্ৰীষ্টান ধৰ্ম প্ৰচাৰৰ কাৰণে প্ৰথমে উদ্যোগ গ্ৰহণ কৰে ড° উইলিয়াম কেৰিয়ে। তেওঁ বিভিন্ন ভাৰতীয় ভাষালৈ বাইবেল অনুবাদ কৰোৱাই সেইবোৰ সম্পাদিত ৰূপত প্ৰকাশ কৰে। ভাৰতীয় ভাষাসমূহলৈ বাইবেল অনুবাদ কৰাটো ড° কেৰি আৰু তেওঁৰ অনুগামীসকলৰ অন্যতম আঁচনি আছিল। অসমীয়া পণ্ডিত আত্মাৰাম শৰ্মাই বাইবেল পুথি অসমীয়ালৈ অনুবাদ কৰিছিল আৰু শ্ৰীৰামপুৰ প্ৰেছৰ পৰা গ্ৰন্থখনি প্ৰকাশ কৰি উলিওৱা হৈছিল। এই সম্পৰ্কে আনন্দৰাম ঢেকিয়াল ফুকনে A Few remarks on the Assamese language and on veracular education' নামৰ গ্ৰন্থত লিখিছে—The whole of the Bible was translated and published by the Serampore Missionaries with the aid of Atmaram Sharma, an Assamese pandit in the year 1813. A second edition was issued from the serampore press in 1833."

১৮২৯ খ্ৰীষ্টাব্দত বৃটিছ বেপ্টিষ্টসকলে তেতিয়াৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰ মুখ্য আয়ুক্ত ডেভিড স্কটৰ অনুমতি লৈ গুৱাহাটীত ধৰ্ম প্ৰচাৰৰ কাম আৰম্ভ কৰে। সেই সময়ৰ অসমৰ গৰ্ৱণৰ জেনেৰেলৰ এজেণ্ট আৰু আয়ুক্ত এফ. জেনকিন্সে বেপ্টিষ্টসকলক খামতি-চিংফৌৰ মাজত ধৰ্ম প্ৰচাৰ কৰিবলৈ নিমন্ত্ৰণ কৰি কলিকতাত থকা বংগৰ চিভিল ছাৰ্ভিছৰ কাৰ্যালয়লৈ

পত্ৰ প্ৰেৰণ কৰি ধৰ্ম প্ৰচাৰ কৰা মিছনেৰীসকলক সুৰক্ষা দিব বুলি প্ৰতিশ্ৰুতি প্ৰদান কৰিছিল। জেনকিন্সৰ আমন্ত্ৰণ গ্ৰহণ কৰি নাথান ব্ৰাউন আৰু অলিভাৰ টি. কট্টৰো সপৰিয়ালে ১৮৩৭ খ্ৰীষ্টাব্দত শদিয়াত উপস্থিত হয়হি। তেওঁলোকৰ সহযোগী জেকব থমাচৰ দুৰ্ঘটনাত মৃত্যু হোৱাত বাকীসকলে শদিয়াত অসমীয়া ভাষাৰ প্ৰচাৰত মনোনিবেশ কৰে। তাত শ্ৰীমতী ব্ৰাউন আৰু শ্ৰীমতী কট্টাৰে অসমীয়া পঢ়ুৱাবৰ কাৰণে বিদ্যালয়ো স্থাপন কৰিছিল। তেওঁলোকে খামতি আৰু চিংফৌ ভাষা শিকি পুথি ৰচনাতো মনোনিবেশ কৰিছিল যদিও ১৮৩৯ খ্ৰীষ্টাব্দৰ ২৮ জানুৱাৰীত খামতিসকলে কৰ্ণেল আডাম হোৱাইটক হত্যা কৰাত মিছনেৰীসকলে আতংকিত হৈ শদিয়া ত্যাগ কৰে। পিছত তেওঁলোক জয়পুৰলৈ যায়। জয়পুৰত নাথান ব্ৰাউন আৰু মাইলচ ব্ৰনচন দম্পতীয়ে ধৰ্ম প্ৰচাৰৰ কাম আৰম্ভ কৰে আৰু আমেৰিকান বোৰ্ডৰ নিৰ্দেশক্ৰমে তেওঁলোকক সহায় কৰিবৰ কাৰণে চাইৰাচ বাৰ্কাৰ, তেওঁৰ পত্নী আৰু ব্ৰনছনৰ ভনীয়েক ৰোডা ব্ৰনছন আদি জয়পুৰত উপস্থিত হয়হি।

১৮৪১ খ্ৰীষ্টাব্দৰ ১৩ মে'ই তাৰিখে নিধিৰাম নামৰ এজন অসমীয়া ডেকাই খ্ৰীষ্টান ধৰ্ম গ্ৰহণ কৰি নিধিলিবি ফাৰোৱেল নামেৰে জনাজাত হয়। অসমীয়া ভাষাত পঢ়াশলীয়া পুথি ৰচনাৰ ক্ষেত্ৰত ব্ৰাউন আছিল আমাৰ পথ প্ৰদৰ্শক। তেওঁৰ যত্নতেই কাশীনাথ তামুলী ফুকনৰ 'আসাম বুৰন্জি' (১৮৪৪) মিছন প্ৰেছৰ পৰা ছপাই উলিওৱা হয়।

অসমীয়া ভাষা-সাহিত্যৰ বিকাশৰ অৰ্থে মিছনেৰীসকলে শিৱসাগৰত ছপাকল প্ৰতিষ্ঠা কৰি তাৰ পৰা অৰুণোদই নামৰ এখন মাহেকীয়া কাকতৰ শুভাৰম্ভ কৰে। প্ৰথম সংখ্যা অৰুণোদইৰ নাম আছিল 'অৰুণোদই সম্বাদ-পত্ৰ'। আলোচনীখনৰ শেষত এনেদৰে লিখা আছিল—'A monthly paper devoted to religion, science and general intelligence, is printed and published at Sibsagar Mission press by O.T. Cutter, for American Baptist Mission in Assam. Price one rupee per annum, in





advance or one and half at the end of the year.'

অৰুণোদই কাকতেই অসমৰ পৰা প্ৰকাশিত প্ৰথমখন মাহেকীয়া কাকত। এই সম্পৰ্কে শ্ৰীমতী এছ. আৰ. ৱাৰ্ডে 'গ্লিমছ্ অব আসাম' গ্ৰন্থত এনেদৰে লিখিছে—A monthly paper called Arunodoi or dawn of light began its career of usefulness in 1846 and for many years was the only paper published in the province. It was most carefully edited, profusely illustrated, treating in all subject, both secular and religious, in a manner calculated to inspired and interest of the people."

অৰুণোদইৰ সম্পাদকসকলৰ ভিতৰত প্ৰথম আছিল ৰেভা. অ. টি কট্টৰ, তেওঁৰ পিছত যথাক্ৰমে নাথান ব্ৰাউন, এ এইচ ডেনফোৰ্থ, এছ. এম হোৱাইটিং, উইলিয়াম ৱাৰ্ড, ই ডব্লিউ ক্লাৰ্ক, শ্ৰীমতী চুচান আৰ. ৱাৰ্ড, এ. কে. গাৰ্ণী ইত্যাদিয়ে সম্পাদনাৰ দায়িত্ব গ্ৰহণ কৰিছিল।

অৰুণোদই কাকত সম্পাদনাত ব্ৰাউন, ব্ৰনছন আদিয়ে ইংৰাজী বাক্যবিন্যাস পদ্ধতি অনুসৰণ কৰিছিল আৰু বানান-পদ্ধতিত কম আখৰ ব্যৱহাৰৰ যোগেদি ভাষা সৰলীকৰণৰ পোষকতা কৰিছিল। এই সম্পৰ্কত নাথান ব্ৰাউনৰ মন্তব্য এনে ধৰণৰ—

"কিন্তু আমি কেৱল পণ্ডিতলৈ লিখাই নহয় সকলো মানুহৰ নিমিত্তে লিখিছোঁ। সংস্ক্ৰিত আৰু ভাষা মিহলি কৰিলে, আমি ভাল নেদেখোঁ, ভাষা হ'লে শুনা ভাষা হ'ব লাগে। সংস্ক্ৰিতত প্ৰাই সংযোগি আখৰ, ভাষাত গোট গোট আখৰ। আগৰ কালৰ মানুহৰ মুখত সংস্ক্ৰিতৰ সকলো মাত লিখা দৰে ফুটিছিল; এতিয়া প্ৰাই পণ্ডিতৰ মুখতো নুফুটে।"

মিছনেৰীসকলে ব্যৱহাৰ কৰা অসমীয়া ভাষা সম্পৰ্কত সত্যেন্দ্ৰনাথ শৰ্মাই লিখিছে—"মিছনেৰীসকলৰ অসমীয়া ভাষাটো আছিল উচ্চাৰানুনুগ আৰু সৰল। ইয়াকে বাস্তৱানুনুগো বুলিব পাৰি। তেওঁলোকে 'সংযোগি আখৰ' বাদ দি প্ৰায়েই যুক্ত ধ্বনি ভাঙি লিখিছিল।" অনুৰূপভাৱে সত্যেন্দ্ৰ

নাৰায়ণ গোস্বামীয়ে লিখিছে—"শিৱসাগৰ অঞ্চলৰ সম্ভ্ৰান্ত শ্ৰেণীৰ মাজত প্ৰচলিত ভাষাটোৱেই বেছি প্ৰভাৱ পেলাইছিল। আটাই নেলেখি এটাই লিখা, আশা নেলেখি এসা, পোহৰৰ ঠাইত পহৰ, কাপোৰৰ ঠাইত কাপৰ, ধৈৰ্য গুচি ধৌৰ্জ হোৱা ইত্যাদি পৰিলক্ষিত হয়।"

মিছনেৰীসকলৰ দ্বাৰা ব্যৱহৃত অসমীয়া ভাষা সম্পৰ্কত মন্তব্য কৰি ডিম্বেশ্বৰ নেওগে তেওঁৰ 'আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী'ত লিখিছে ঃ

"তেওঁলোকে অসমীয়া ভাষা যত্ন আৰু হেঁপাহেৰে শিকিছিল, ইংৰাজীৰ প্ৰতিশব্দৰূপে ভালেখিনি অসমীয়া শব্দ তেওঁলোকে ন-কৈ গঢ়িছিল আৰু চলন্তি নোহোৱাত মৰিচা পৰা বহুত পুৰণি অসমীয়া শব্দ শুৱলাকৈ ব্যৱহাৰ কৰি কিচকিচিয়া কৰিছিল। ইও সঁচা, কিন্তু ইমানৰ উপৰিও কুৰি পাঁচশ বছৰৰ ভিতৰত এনে এটা আচহুৱা ভাষাৰ জতুৱা ঠাঁচ আৰু বাক্যৰীতিত সম্পূৰ্ণ অধিকাৰ জন্মা প্ৰায়ে সম্ভৱপৰ নহয়।"

অৰুণোদই কাকতৰ যোগেদি মিছনেৰী গদ্যই অসমীয়া গদ্যৰীতিলৈ এক নতুন সুৰীয়া ধাৰা কঢ়িয়াই আনিলে। এই সম্পৰ্কে হেমচন্দ্ৰ গোস্বামীয়ে এনেদৰে মন্তব্য আগবঢ়াইছে—"তেওঁলোকে আমাৰ ভাষাক এটা সুৰ শিকাই গ'ল। সেই সুৰটি আগতে অসমীয়া ভাষাই নাজানিছিল। ভাৰতবৰ্ষৰ কোনো ভাষাই নাজানিছিল। ই পাশ্চাত্য সাহিত্যৰ নিজা সম্পত্তি আৰু পাদুৰী চাহাবসকলে সাত সাগৰ তেৰ নৈ পাৰ হৈ আহি ভাৰতবৰ্ষৰ ভাষাবোৰক শিকাই দিলেহি; বৰ্তমান যুগৰে ভাৰতবৰ্ষীয় আন আন সাহিত্যৰ দৰে অসমীয়া সাহিত্যৰো য'তেই টোকৰ মাৰা এই বিলাতী সুৰটিৰ গুণগুণনি শুনিবলৈ পাবা। তুমি সেই সুৰটিৰ স্বভাৱ নুবুজিব পাৰা, কিন্তু শংকৰদেৱক মাতা, মাধৱদেৱক মাতি আনা, তেওঁলোকে ততালিকে বুজাই দিব যে এইটো ভাৰতবৰ্ষীয় সুৰ নহয়, বিলাতী সুৰ।"

অৰুণোদই কাকতৰ এনে অবিসম্বাদী প্ৰভাৱৰ কথা স্বীকাৰ কৰি বেনুধৰ শৰ্মাই লিখিছে—"অসমীয়া ভাষা যিমান দিন ব্ৰহ্মপুত্ৰৰ সোঁতৰ দৰে বলি থাকিব সিমান দিন অসমীয়া জাতিয়ে 'অৰুণোদই'ৰ কথা





পাহৰিব নোৱাৰে আৰু সিমান দিনলৈ আমেৰিকান বেপ্টিষ্ট মিশ্যনৰ অৰুণোদয় পাদুৰীসকললৈ কৃতজ্ঞতাৰ শৰাই আগবঢ়াই থাকিব।"

অসমৰ সামাজিক আৰু সাংস্কৃতিক জীৱনলৈ অৰুণোদই কাকতে আগবঢ়োৱা অপৰিসীম অৱদানৰ কথা কৈ শেষ কৰিব নোৱাৰি। বাতৰি কাকত আৰু আলোচনী উভয়ৰে চাহিদা পূৰণ কৰা এই কাকত মূলতঃ খ্ৰীষ্টান ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে উলিওৱা হৈছিল যদিও ই অন্যান্য বিভিন্ন দিশ সামৰি লৈছিল।

সত্যেন্দ্ৰনাথ শৰ্মাৰ ভাষাত—"প্ৰধানকৈ খ্ৰীষ্টান ধৰ্ম প্ৰচাৰৰ কাৰণে উলিওৱা হৈছিল যদিও অনেক দেশৰ সম্বাদ, বিভিন্ন দেশৰ প্ৰসিদ্ধ ঐতিহাসিক ঘটনাৰ পৰিচয়, বাইবেলৰ কাহিনীৰ অনুবাদ, ধৰমৰ কথা, প্ৰকৃতিৰ অধ্যয়ন, নৈতিক শিক্ষা, হিন্দুস্থানৰ বিৱৰণ, পুৰণি অসম বুৰঞ্জী, চুটি সাধু, জীৱনী, সাময়িক সংবাদ, ভূগোল বিষয়ক ৰচনা, বৈজ্ঞানিক আৱিষ্কাৰ, স্তুতিগীত আদি বিবিধ বিষয়ে ইয়াত ঠাই পাইছিল। এই কাকতে আলোচনী আৰু বাতৰি কাকত দুয়োটাৰ কাম কৰিছিল। দেশ-বিদেশৰ তথ্যপূৰ্ণ ভাঙনিৰ উপৰিও পুৰণি অসমীয়া বুৰঞ্জী আৰু জ্ঞানৰ পুথি ছোৱা-ছোৱাকৈ ইয়াত প্ৰকাশ কৰিছিল। আলোচনীখনত ঠায়ে ঠায়ে চিত্ৰ সংযোগ কৰি আকৰ্ষণীয় কৰি তোলা হৈছিল। তদুপৰি ৰাম-নৱমী নাট, Pilgrimes Progres ৰ অনুবাদ আদিয়ে কাকতখন আকৰ্ষণীয় কৰি তুলিছিল।" কাকতখনত মিছনেৰী লেখকৰ লগে লগে অসমীয়া লেখকৰো লেখা প্ৰকাশ হৈছিল।

অৰুণোদই কাকতৰ মিছনেৰী লেখকসকলৰ ভিতৰত অলিভাৰ টি কট্টাৰ, ইলাইজা হুইটনি ব্ৰাউন, উইলিয়াম ৱাৰ্ড, উইলিয়াম ৰবিনচন, এ. কে. গাৰ্নি, এডোৱাৰ্ড ডব্লিউ ক্লাৰ্ক, এ. এইচ ডেনফোৰ্থ, এচ. এম হোৱাইটিং, চুচান আৰ. বি. ৱাৰ্ড, ড° নাথান ব্ৰাউন, ড° মাইলছ ব্ৰনছন, হেৰিয়েট বি. এল. কট্টাৰ আদি প্ৰধান। সেইদৰে অসমীয়া লেখকসকলৰ ভিতৰত আনন্দৰাম ঢেকিয়াল ফুকন, কমলাকান্ত ভট্টাচাৰ্য, কনকচন্দ্ৰ শৰ্মা, কান্দুৰা বলিন স্মিথ, কাশীনাথ দ্বিজ তামুলী ফুকন, কিনাৰাম সত্ৰিয়া,

গুণাভিৰাম বৰুৱা, গোবিন্দ ৰাম ভূএগ্ৰা, চন্দ্ৰশেখৰ বৰুৱা, দয়াৰাম চেতিয়া, দুতিৰাম হাজৰিকা, ধৰ্মকান্ত গোঁহাই, নিধিলিবাই ফাৰোৱেল, পূৰ্ণানন্দ ডেকাবৰুৱা, বাতিৰাম দাস (পেক), মুন্সী কেফায়ৎ উল্লা, যাদুৰাম ডেকাবৰুৱা, হৰকান্ত বৰুৱা সদৰামীন হেমচন্দ্ৰ বৰুৱা ইত্যাদি। এই সময়ছোৱাত কেইবাগৰাকী বৃটিছ বিষয়ায়ো ভালেমান গ্ৰন্থাদি ৰচনাৰে অসমৰ ইতিহাস, শিক্ষা, ভাষা-সাহিত্য ইত্যাদি বিভিন্ন দিশত বাটকটীয়াৰ ভূমিকা গ্ৰহণ কৰিছিল। এনে বৃটিছ বিষয়াসকলৰ ভিতৰত উইলিয়াম ৱাৰ্ড, উইলিয়াম ৰবিনচন, ছাৰ আলেকজেণ্ডাৰ ব্ৰুচ, এ. জে. মোফাট মিলচ, ছাৰ এডোৱাৰ্ড গেইট, জন. পিটাৰ ওৱেড, জে. আৰ. কানিংহাম আদি প্ৰধান। এইসকল লেখকৰ বাহিৰেও ভালেমান লেখকে এই শতিকাত সংস্কৃত ভাষতো গ্ৰন্থাদি ৰচনা কৰি সাহিত্যৰ ভঁৰাল চহকী কৰে।

(এইসকল লেখকৰ চমু পৰিচয় সংশ্লিষ্ট অধ্যায়ত সন্নিৱিষ্ট হৈছে।)

### আসাম বিলাসিনী (১৮৭১-১৮৮৩)

'আসাম বিলাসিনী' অসমীয়া ভাষাৰ দ্বিতীয়খন সংবাদপত্ৰ। এই মাহেকীয়া পত্ৰখনি আউনীআটী সত্ৰৰ পৰা শ্ৰীধৰ বৰুৱাৰ সম্পাদনাত প্ৰকাশ পাইছিল। সংবাদপত্ৰখনিৰ বিষয়ে উল্লেখ কৰি 'আউনীআটী সত্ৰৰ বুৰঞ্জী'ত তীৰ্থনাথ শৰ্মাই লিখিছে—"আউনীআটী সত্ৰৰ যাউতিযুগীয়া সাহিত্য খ্যাতি পাবলগীয়া কৰ্ম হ'ল সংবাদপত্ৰ সাহিত্যৰ সৃষ্টি। ১৮৯৩ খ্ৰীষ্টাব্দৰ পৰা ১৯০৫ খ্ৰীষ্টাব্দলৈকে অসমীয়া লোকে প্ৰকাশ কৰা 'আসাম বিলাসিনী' নামৰ সাময়িক পত্ৰিকা প্ৰকাশ হৈছিল দত্তদেৱ প্ৰভুৰ নেতৃত্বত আউনীআটী সত্ৰৰ পৰাই।"

শ্ৰীশ্ৰীদত্তদেৱ গোস্বামীয়ে ১৮৭১ খ্ৰীষ্টাব্দত কলিকতাৰ পৰা এটা ছপাশাল কিনি আনি 'ধৰ্মপ্ৰকাশ যন্ত্ৰ' নাম দি সত্ৰত প্ৰতিষ্ঠা কৰি শ্ৰীধৰ বৰুৱাৰ সহযোগত 'আসাম বিলাসিনী' কাকত উলিয়ায়। এই পত্ৰিকাখন আঠ পৃষ্ঠাৰ আছিল আৰু প্ৰতি পৃষ্ঠাতেই তিনিটাকৈ স্তম্ভ আছিল। এই কাকতেতেই পদ্মহাস গোস্বামী আৰু ভোলানাথ দাসৰ কবিতা প্ৰকাশিত





হৈছিল। ভোলানাথ দাসে বংগৰ কবি মাইকেল মধুসূদন দত্তৰ অমিতাক্ষৰ ছন্দৰ আৰ্হিত *সীতাহৰণ* কাব্য ৰচনা কৰি কিছু অংশ 'আসাম বিলাসিনী'ত প্ৰকাশ কৰিছিল। এইখন কাকতে মিছনেৰী শব্দৰ বানান পদ্ধতি অনুসৰণ কৰাৰ পৰিৱৰ্তে নিজা পদ্ধতিৰে ভাষাৰ শুদ্ধতা নিৰূপণৰ প্ৰয়াস কৰিছিল।

'আসাম বিলাসিনী'ৰ বিষয়ে মন্তব্য কৰি ড° হেৰম্বকান্ত বৰপূজাৰীয়ে লিখিছে—"এই কাকতবোৰৰ ভিতৰত ১৮৭১ খ্ৰীষ্টাব্দত শিৱসাগৰ জিলাৰ আউনীআটী সত্ৰৰ পৰা প্ৰকাশিত কাকতখনত ধৰ্মমূলক কথা থাকিলেও ইয়াত লাগতিয়াল জ্ঞান আৰু সংবাদ আছিল।"

আধুনিক অসমীয়া সাহিত্য সমালোচনাৰ সূত্ৰপাত ঘটে আসাম বিলাসিনীৰ পাততেই। কাকতখন প্ৰকাশৰ অন্তৰালত হিন্দু ধৰ্ম আৰু সংস্কৃতিৰ প্ৰচাৰৰ ইংগিত দি যতীন্দ্ৰনাথ গোস্বামীয়ে লিখিছে—"অৰুণোদই কাকতৰ যোগেদি খ্ৰীষ্টান ধৰ্মৰ বাণী প্ৰচাৰ হোৱাত তাৰ প্ৰতিক্ৰিয়া স্বৰূপে আউনীআটী সত্ৰৰ পৰা ওলোৱা আসাম বিলাসিনী (১৮৭১-৮৩) কাকতে সনাতন হিন্দু ধৰ্মৰ তত্ত্ব কথা আলোচনা কৰে।"

Political History of Assam, vol-I-ত প্ৰকাশিত বৰপূজাৰীৰ মূল বক্তব্য আছিল এনে ধৰণৰ—".......of these, the Assam Bilasshini published in 1871 from the Dharmaprakash press, Auniati Satra, district of Sibsagar, though devoted to religious matters contin-ued useful knowledge and information."

পৰৱৰ্তী পৰ্যায়ত 'আসাম বিলাসিনী' যোৰহাটৰ পৰা সাপ্তাহিকৰূপত ১৮১৩-২৪ লৈ প্ৰকাশ পায়। শেষৰ ফালে কাকতখনৰ সম্পাদক আছিল কৃষ্ণকান্ত ভট্টাচাৰ্য।

'আসাম বিলাসিনী' সম্পৰ্কত আন এঠাইত তীৰ্থনাথ শৰ্মাই লিখিছে—"খ্ৰীষ্টীয় পাদুৰীবিলাকে ছপাশাল পাতি অৰুণোদয় কাকত আৰু বিভিন্ন খ্ৰীষ্টধৰ্মীয় পুস্তক প্ৰকাশ কৰি ধৰ্ম প্ৰচাৰ কৰাৰ কৌশল প্ৰভুৱে স্বচক্ষে দেখা পাইছিল। ছপাশাল নতুনকৈ সোমোৱা সভ্যতাৰ এটি মহৎ দান। তাৰ সুযোগ লৈ অসমীয়া ভাষাত সাপ্তাহিক সংবাদ উলিওৱা আৰু

আমাৰ দেশত পুৰণি ধৰ্মগ্ৰন্থ ছপাই অসমীয়াৰ মাজত স্বধৰ্ম প্ৰকাশ কৰাৰ কাৰ্য কল্পনা গ্ৰহণ কৰাটো ইংৰাজী শিক্ষাৰ লগত সম্পৰ্ক নথকা প্ৰাচীন সংস্কৃতিৰ বাহক পুৰুষ এজনৰ পক্ষে কালাগ্ৰ-প্ৰসাৰিণী চিন্তা বুলি ক'ব লাগিব। বিদেশীয়ে প্ৰকাশ কৰা অৰুণোদয়ৰ পাছতে অসমীয়া লোকে উলিওৱা প্ৰথম সংবাদপত্ৰ হ'ল প্ৰভু দত্তদেৱৰ মোহনীয় কীৰ্তি 'আসাম বিলাসিনী'।"

আসাম বিলাসিনীয়ে পৰম্পৰাগত আদৰ্শ আৰু লক্ষ্য আগত ৰাখি হিন্দু ধৰ্ম আৰু বৈষ্ণৱ সংস্কৃতি প্ৰচাৰ আৰু প্ৰসাৰত গুৰুত্ব দিছিল।

**আসাম মিহিৰ (১৮৭২-৭৩)**

গুৱাহাটীৰ চিদানন্দ প্ৰেছৰ পৰা ১৮৭২ খ্ৰীষ্টাব্দত প্ৰকাশিত প্ৰথম অসমীয়া সাদিনীয়া বাতৰি কাকত হ'ল 'আসাম মিহিৰ'। এই কাকত পোনতে বাংলা আৰু ইংৰাজী ভাষাত প্ৰকাশ পায় আৰু ১৮৭৩ খ্ৰীষ্টাব্দত কাকতখন বন্ধ হয়। এইখনেই অসমৰ প্ৰথম সাপ্তাহিক সংবাদ-পত্ৰ।

**আসাম দৰ্পণ (১৮৭৪-৭৫)**

১৮৭৪ খ্ৰীষ্টাব্দত অবিভক্ত দৰং জিলাৰ বিশ্বনাথ চাৰিআলিৰ পৰা 'আসাম দৰ্পণ' কাকত প্ৰকাশ পায়। তেজপুৰৰ বিশ্বনাথ নিবাসী লক্ষ্মীকান্ত বৰকাকতি সম্পাদিত এই মাহেকীয়া কাকতখন কলিকতাত ছপা হৈছিল। কিছুদিন চলাৰ পিছত কাকতখন বন্ধ হয়।

**আসাম দীপক (১৮৭৬)**

মাজুলীৰ ধৰ্ম প্ৰকাশ যন্ত্ৰৰ পৰা ১৮৭৬ খ্ৰীষ্টাব্দত দ্বিতীয়খন মাহেকীয়া আলোচনী 'আসাম দীপক' প্ৰকাশ পায়। কাকতখন প্ৰায় এবছৰ ধৰি চলিছিল।

**চন্দ্ৰোদয় (১৮৭৬)**

১৮৭৬ খ্ৰীষ্টাব্দত দিহিং সত্ৰৰ পৰা এই কাকতখনি প্ৰকাশ পায়।





কাকতখনি ধৰ্মমূলক আৰু দিহিঙীয়া গোঁসাইৰ তত্ত্বাবধানত প্ৰকাশ পায় মাহেকীয়া ৰূপত। ছপা হৈছিল চিদানন্দ প্ৰেছত।

**আসাম দীপিকা (১৮৭৬)**

১৮৭৬ খ্ৰীষ্টাব্দত গুৱাহাটীৰ পৰা এই কাকতখনি প্ৰকাশ পায়।

**গোৱালপাৰা হিতসাধিনী (১৮৭৬)**

গোৱালপাৰাৰ পৰা ওলোৱা বাংলা ভাষাত প্ৰকাশিত এই কাকতখন এবছৰ মাত্ৰ চলে। ১৮৭৮ খ্ৰীষ্টাব্দত বন্ধ হয়।

**আসাম নিউচ (১৮৮২-৮৫)**

পাশ্চাত্যৰ আৰ্হিত ব্যৱসায়-বাণিজ্য কৰাৰ উদ্দেশ্যে দুজনমান উদ্যোগী অসমীয়াই 'বৰুৱা ফুকন ব্ৰাদাৰ্চ' নামৰ এটা কোম্পানী গঠন কৰি 'আসাম নিউচ' নামৰ দ্বি-ভাষিক সাপ্তাহিক কাকতখন প্ৰকাশ কৰি উলিয়ায়। কাকতখনৰ যোগেদি আধুনিক অসমীয়া ভাষাক বৰ্তমান ৰূপত প্ৰতিষ্ঠা কৰা হয়। ব্যক্তিগত জীৱনত আসাম নিউচৰ প্ৰভাৱৰ বিষয়ে বেজবৰুৱাই তেওঁৰ জীৱন সোঁৱৰণত এনেদৰে উল্লেখ কৰিছে— "বাস্তৱিকতে আসাম নিউজ পঢ়ি তাৰ অসমীয়া লিখাৰ গঢ়ৰ ফালে ভালকৈ মন দিহে প্ৰথমতে মই অসমীয়া ভাষাত ৰচনা লিখিবলৈ শিকোঁ। 'আসাম নিউচে' নিশ্চয় অসমীয়া ভাষাৰ যুগান্তৰ উপস্থিত কৰিলে।"

হেমচন্দ্ৰ বৰুৱাই সম্পাদনা কৰা 'আসাম নিউচ' নামৰ দ্বি-ভাষিক সাপ্তাহিক বাতৰি কাকতখনৰ যোগেদিয়েই দৰাচলতে অসমীয়া বাক্য-বিন্যাস পদ্ধতিয়ে এক নিৰ্দিষ্ট গতি লাভ কৰে। 'আসাম নিউচ' আছিল আঠ পৃষ্ঠাযুক্ত ফুলস্কেপ আকাৰৰ সাদিনীয়া বাতৰি কাকত। এইখন কাকতে অসমীয়া ৰচনাৰীতি আৰু বৰ্ণবিন্যাসৰ ক্ষেত্ৰত এনে এটা আৰ্হি দাঙি ধৰিলে, যিটো আধুনিক অসমীয়া ভাষাৰ বাবে গ্ৰহণীয় হৈ পৰিল।

পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ ভাষাত—'আসাম নিউচে যি ভাষা শিকাই গ'ল, আজিকালিৰ অসমীয়া ভাষাই তাকেহে আওৱাইছে।' বেজবৰুৱাইয়ো কাকতখনৰ প্ৰশংসা কৰি কৈছিল—'মুঠতে ইয়াকে কওঁ যে অসমীয়া ভাষাত সকলো অসমীয়াৰ মনোৰঞ্জন কৰি সুললিত ৰসাল অথচ ওখ শাৰীৰ গদ্য ৰচনা যে হ'ব পাৰে, এইটো আসাম নিউচ আৰু 'আসাম বন্ধু'ৱেই প্ৰথমতে দেখুৱালে'। অসমীয়া ব্যংগাত্মক সাহিত্যৰ সূচনাও হৈছিল হেমচন্দ্ৰ বৰুৱাৰ হাততেই। তেওঁৰ গদ্যত সাধাৰণতে দুটি ৰীতি দেখিবলৈ পোৱা যায়। এটা গাম্ভীৰ্য্যপূৰ্ণ, আনটো ব্যংগাত্মক। তেওঁৰ আত্মজীৱনী, পঢ়াশলীয়া অভিধানৰ পাতনি আদিৰ গদ্য গাম্ভীৰ্য্যপূৰ্ণ আৰু প্ৰাসাদযুক্ত আৰু তেওঁৰ কোৰাভাতুৰীৰ ব্যংগাত্মক গদ্যত শ্লেষ আৰু ব্যাজস্তুতি ভৰি আছে।

জনমভূমি কাকতত 'আসাম নিউচ'ৰ ভাষা সম্পৰ্কে মন্তব্য কৰি বেণুধৰ শৰ্মাই লিখিছে—'নিউচৰ ভাষা বৰ গহীন, বিশুদ্ধ আৰু প্ৰমাদহীন। সেইদেখি এই কাকতৰ ভাষাই আছিল বহুত দিনলৈকে বাতৰি কাকতৰ আৰ্হি' ভাষা।'। (জনমভূমি, ৭ মাৰ্চ, ১৯৭৩ খ্ৰীষ্টাব্দ)

তেওঁ আৰু লিখিছে—'আসাম নিউজ'ৰ সম্পাদক বৰুৱা ডাঙৰীয়া, Political Redical উগ্ৰপন্থী ৰাজনীতিক আছিল বুলি সমসাময়িক লোকে কৈছিল। সঁচাকৈয়ে আছিলো। চৰ্কাৰৰ ৰাজনীতি, অসমৰ ভাষানীতি আৰু কৰ্মচাৰীবিলাকৰ অসৎ আচৰণ ব্যৱহাৰৰ প্ৰতি তেখেতৰ লিখা ফেৰ্ফেৰীয়া চোকা আছিল।" (উক্ত কাকত, ৭ মাৰ্চ, ১৯৭৩ খ্ৰীষ্টাব্দ) সত্যেন্দ্ৰনাথ শৰ্মাৰ মতে বৰ্তমান অসমীয়া বৰ্ণ-বিন্যাস পদ্ধতিৰ মান স্থিৰ কৰি দিয়াত এই কাকতখনৰ ভূমিকা গুৰুত্বপূৰ্ণ।

'আসাম নিউচ' কাকতখন বৃটিছ প্ৰশাসনীয় বিষয়া উইলিয়াম ৱাৰ্ডে উচ্চভাৱে প্ৰশংসা কৰিছিল।

### আসাম তৰা (১৮৮৬-৯০)

শিৱসাগৰৰ ধৰ্মপ্ৰকাশ প্ৰেছৰ পৰাই ১৮৮৬ খ্ৰীষ্টাব্দত শ্ৰীধৰ বৰুৱাৰ





সম্পাদনাত 'আসাম তৰা' নামৰ কাকতখন প্ৰকাশ হৈ এবছৰ চলি বন্ধ হয়। এই কাকতত ধৰ্ম, ইতিহাস আৰু সাহিত্য বিষয়ক লেখনি প্ৰকাশ পাইছিল। ১৮৯০ খ্ৰীষ্টাব্দত কাকতখন বন্ধ হয়।

### ল'ৰা-বন্ধু (১৮৮৮)

১৮৮৮ খ্ৰীষ্টাব্দত কৰুণাভিৰাম বৰুৱাৰ সম্পাদনাত 'ল'ৰা-বন্ধু' নামৰ শিশু আলোচনী এখন প্ৰকাশ পায়। এইখনেই প্ৰথম অসমীয়া শিশু আলোচনী। এই আলোচনীৰ দুটা সংখ্যা প্ৰকাশৰ পিছত কৰুণাভিৰাম বৰুৱাৰ অকাল মৃত্যুত আলোচনীখন বন্ধ হয়। কৰুণাভিৰাম বৰুৱা গুণাভিৰামৰ পুত্ৰ আছিল।

### জোনাকী (১৮৮৯-১৯০৯)

১৮৮৯ খ্ৰীষ্টাব্দৰ ৯ ফেব্ৰুৱাৰীত (১৮১০ শক মাঘ) চন্দ্ৰকুমাৰ আগৰৱালাৰ সম্পাদনাত কলিকতাৰ পৰা এই মাহেকীয়া কাকতখন প্ৰকাশিত হয়। ইয়াৰ পৰৱৰ্তী সম্পাদকসকল আছিল যথাক্ৰমে—হেমচন্দ্ৰ গোস্বামী, লক্ষ্মীনাথ বেজবৰুৱা, কনকলাল বৰুৱা, ৰমাকান্ত বৰকাকতি আৰু মিনাৰাম হাজৰিকা। ১৮২৩ শকৰ মাঘ মাহত সত্যনাথ বৰা আৰু কনকলাল বৰুৱাৰ সম্পাদনাত গুৱাহাটী পৰা জোনাকীৰ নতুন খণ্ড প্ৰকাশ পায়। এই কাকতত নাটক, গল্প, কবিতা, উপন্যাস, প্ৰবন্ধ, জীৱনী আদি সাহিত্যৰ উপৰিও বুৰঞ্জী, বিজ্ঞান, দৰ্শন ৰাজনীতি ইত্যাদি বিবিধ বিষয়ৰ লেখনি প্ৰকাশ পাইছিল।

### বিজুলী (১৮৯০-৯২)

১৮৯০ খ্ৰীষ্টাব্দত কৃষ্ণপ্ৰসাদ দুৱৰাৰ সম্পাদনাত কলিকতাৰ পৰা 'বিজুলী' নামৰ মাহেকীয়া কাকতখন প্ৰকাশ পায়। ইয়াৰ দ্বিতীয় আৰু তৃতীয় ভাগৰ সম্পাদক আছিল পদ্মনাথ গোহাঞিবৰুৱা। পৰৱৰ্তী কালত লক্ষ্মীনাথ শৰ্মাৰ সম্পাদনাত তেজপুৰৰ পৰা বিজুলী (১৯০২) প্ৰকাশ

পায় যদিও ই দীৰ্ঘস্থায়ী হ'ব নোৱাৰিলে।

**আসাম (১৮৯৪-১৯০১)**

এই দ্বি-ভাষিক বাতৰি কাকতখন কালিৰাম বৰুৱা আৰু মাণিকচন্দ্ৰ বৰুৱাৰ সম্পাদনাত গুৱাহাটীৰ পৰা প্ৰকাশ পায়। এইখনি আছিল জাতীয় ভাবাপন্ন কাকত। ইংৰাজীত নামকৰণ আছিল—'The Assam'।

**দি টাইমছ অব আসাম (১৮৯৫)**

১৮৯৫ চনৰ জানুৱাৰীত ইংৰাজী সাপ্তাহিক 'দি টাইমচ অব আসাম' কাকতখন ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত হৈ কুৰি শতিকাৰ প্ৰায় মাজভাগলৈকে চলে। ইয়াৰ সম্পাদক আছিল ৰাধানাথ চাংকাকতি।

**আসাম বন্তি (১৮৯৯)**

মথুৰামোহন বৰুৱাৰ সম্পাদনাত অসমীয়া-ইংৰাজী দ্বি-ভাষিক সাদিনীয়া কাকত 'আসাম বন্তি' তেজপুৰৰ পৰা প্ৰকাশ পায়। কাকতখনৰ পৃষ্ঠপোষক আছিল তেজপুৰৰ জয়দেৱ শৰ্মা আৰু কমলাকান্ত ভট্টাচাৰ্য। কাকতখন প্ৰথম চৈধ্য বছৰ সাদিনীয়া আৰু পিছত পষেকীয়াকৈ ওলায়। ইয়াৰ সম্পাদকসকল আছিল যথাক্ৰমে—মথুৰামোহন বৰুৱা, জয়দেৱ শৰ্মা, যোগানন্দ দত্ত আৰু পদ্মনাথ গোহাঞিবৰুৱা।

**আসাম বন্ধু (১৮৮৫-৮৬)**

গুণাভিৰাম বৰুৱাৰ সম্পাদনাত প্ৰকাশিত 'আসাম বন্ধু' কাকতৰ মাত্ৰ যোল্লটা সংখ্যা প্ৰকাশ পায়। কাকতখনৰ সম্পাদক গুণাভিৰাম বৰুৱা ভাষাৰ ক্ষেত্ৰত তুলনামূলকভাৱে উদাৰ আছিল। এই কাকতখনেই আধুনিক অসমীয়া সাহিত্য সৃষ্টিৰ ক্ষেত্ৰখন প্ৰসাৰিত কৰি দিলে। জোনাকীত বিকাশ লাভ কৰা ৰোমাণ্টিক ভাবধাৰাৰ শুভাৰম্ভও ঘটে এই কাকততেই, ভোলানাথ দাস আৰু ৰত্নেশ্বৰ মহন্ত আদিৰ কাব্য চৰ্চাৰ মাজেদি।





'আসাম বন্ধু' মাহেকীয়া কাকত আৰু কাকতখন নগাঁৱৰ পৰা ওলালেও ছপা হয় কলিকতাত। ১/১৬ ক্ৰাউন আকাৰত মুদ্ৰিত এই কাকতৰ প্ৰতিটো সংখ্যা আছিল ৩২ পৃষ্ঠাযুক্ত।

অসমৰ পুৰণি সাহিত্য-সংস্কৃতিৰ প্ৰতি জনসাধাৰণৰ দৃষ্টি আকৰ্ষিত কৰাই আছিল কাকতখনৰ অন্তৰ্নিহিত উদ্দেশ্য। কাকতখনৰ বিষয়ে বিশিষ্ট সমালোচক ড° যোগেন্দ্ৰ নাৰায়ণ ভূঞাই লিখিছে—"বছৰ লেখেৰে আসাম বন্ধু প্ৰকাশ পাইছিল দুবছৰ, মাহ লেখেৰে ১৬ মাহ আৰু সংখ্যা লেখেৰে ১৪ টা সংখ্যা। প্ৰথম খণ্ডত অৰ্থাৎ প্ৰকাশনৰ প্ৰথমটো বছৰত কাকতখনৰ ১২ টা আৰু দ্বিতীয় খণ্ডত (প্ৰকাশনৰ দ্বিতীয় বছৰত) মাত্ৰ দুটা সংখ্যা প্ৰকাশ পাইছিল।"

আসাম বন্ধুৰ প্ৰসংগত যোগেন্দ্ৰ নাৰায়ণ ভূঞাই দুটিমান তাৎপৰ্যপূৰ্ণ কথাৰ অৱতাৰণা কৰিছে। তেওঁৰ ভাষাত—"কমলাকান্ত ভট্টাচাৰ্য, ভোলানাথ দাস আৰু লম্বোদৰ বৰাৰ সাহিত্যিক প্ৰতিভাৰ প্ৰকাশ আসাম বন্ধুৰ পূৰ্ববৰ্তী কালতে অৰুণোদই আৰু আসাম বন্ধুৰ পাততে ঘটিছিল যদিও তেওঁলোকৰ প্ৰতিভাৰ শলিতাগছি নুনুমুৱাকৈ ৰাখিলে আসাম বন্ধুৱেহে। জোনাকী যুগৰ ত্ৰিমূৰ্ত্তিৰ দুজন লক্ষ্মীনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামী নিশ্চিতভাৱে আসাম বন্ধুৰে অৱদান। তেওঁলোকৰ ছাত্ৰ ৰচনা প্ৰকাশ কৰি আসাম বন্ধুৱে পৰৱৰ্তী কালৰ সাহিত্যৰথীজন আৰু পণ্ডিতজনৰ সাহিত্যিক জীৱনৰ ভেটি বান্ধি দিছিল।" (আসাম বন্ধু আৰু অসমৰ সমসাময়িকতা, প্ৰবন্ধ)

'আসাম বন্ধু'ৰ যোগেদি প্ৰতিষ্ঠা লাভ কৰা নগঞা লেখকসকলৰ প্ৰসংগত বেনুধৰ শৰ্মাই লিখিছে—"নগঞা যিসকল সাহিত্যিকৰ গুণাভিৰাম বৰুৱা আছিল মধ্যমণিস্বৰূপ, সেইসকল হ'ল দাৰ্শনিক পণ্ডিত ব্ৰহ্মানন্দ গোস্বামী, কবি ভোলানাথ দাস, কবি, নাট্যকাৰ, প্ৰবন্ধকাৰ ৰত্নেশ্বৰ মহন্ত, মুকলিমুৰীয়া চিন্তাশীল লেখক পদ্মহাস গোস্বামী, বঙাল-বঙালনীৰ নাট্যকাৰ ৰুদ্ৰৰাম বৰদলৈ, উজুপাঠ ৰচয়িতা বলদেৱ মহন্ত, 'অসমীয়া ব্যাকৰণ'ৰ লেখক সহজানন্দ ভট্টাচাৰ্য, প্ৰবন্ধকাৰ নৱনাথ মহন্ত,

মৌ কাকতৰ পৃষ্ঠপোষক বলিনাৰায়ণ বৰা, পাঠ্যপুথি বাচনি সমিতিৰ সদস্য চন্দ্ৰহাস ভূঞা আৰু আনন্দৰাম ঢেকিয়াল ফুকনৰ কন্যা পদ্মাৱতী দেৱী ফুকননী। মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য কবিৰত্নৰ নামো আমাৰ এইক্ষেত্ৰত মনলৈ আহে।"

'আসাম বন্ধু'ত ব্যাকৰণৰ নিক্‌পকপীয়া বান্ধোন নাছিল আৰু সেয়ে সমসাময়িক বহু লোকে কাকতখন ভাল নাপাইছিল। সম্পাদকৰ নিজৰ কথাতেই অনেকে আমাৰ ভাষা আৰু ৰুচিৰ প্ৰতি দোষ আৰোপে। অনেকে আমাক বঙালীৰ গাত আউজা বুলি ইতিকিং কৰে আৰু আমাক আশ্ৰয় দিবলৈ কৃপণালি কৰে।"

'জনসাধাৰণৰ মনোৰঞ্জন আৰু জ্ঞানচৰ্চা' এয়ে আছিল আসাম বন্ধু কাকতখনৰ মূল উদ্দেশ্য। আসাম বন্ধুৰ প্ৰধান লেখকসকলৰ ভিতৰত দেৱীচৰণ বৰুৱা, নাৰায়ণ শৰ্মা, ৰুদ্ৰৰাম বৰদলৈ, নৰনাথ মহন্ত, নবীনৰাম ফুকন, কৰুণাভিৰাম বৰুৱা, ৰবিনাৰায়ণ বৰা, পূৰ্ণকান্ত শৰ্মা, কমলাকান্ত ভট্টাচাৰ্য, স্বৰ্ণলতা বৰুৱা আদি আছিল প্ৰধান। এওঁলোকৰ বাহিৰেও বলিনাৰায়ণ বৰা, লক্ষ্মীনাথ বৰা, ৰত্নেশ্বৰ মহন্ত, কৃষ্ণপ্ৰসাদ দুৱৰা, সত্যনাথ বৰা, হেমচন্দ্ৰ গোস্বামী, ভোলানাথ দাস, পদ্মাৱতী দেৱী ফুকননী, লক্ষ্মীনাথ বেজবৰুৱা, মুহিবুদ্দিন আহমেদ, মহেন্দ্ৰনাথ মিত্ৰ, কালিকিশোৰ ৰায় আদিয়ে এই কাকতত প্ৰবন্ধ, কবিতা আদি প্ৰকাশ কৰিছিল।

'আসাম বন্ধু'য়ে সমসাময়িক সমাজৰ বিভিন্ন দিশ পৰ্যালোচনাত গুৰুত্ব প্ৰদান কৰিছিল আৰু স্ত্ৰীশিক্ষা, পৰম্পৰাগত আৰু বিদেশী সাজ-সজ্জা আদি সম্পৰ্কত স্পষ্ট মতামত দাঙি ধৰিছিল। অসমীয়া ৰোমাণ্টিক কবিতাৰ ভালেখিনি পূৰ্বাভাস আসাম বন্ধুৰ পাততেই ফুটি উঠিছিল। হেমচন্দ্ৰ গোস্বামীৰ 'জাহাজ' তাৰ উৎকৃষ্ট নিদৰ্শন।

### মৌ (১৮৮৬-৮৭)

বলিনাৰায়ণ বৰাৰ ভাতৃ হৰনাৰায়ণ বৰাৰ সম্পাদনাত 'মৌ' কাকতখন ১৮৮৬ চনৰ ডিচেম্বৰৰ পৰা পৰৱৰ্তী বৰ্ষৰ মাজভাগলৈকে





প্ৰকাশ পায়। মাত্ৰ চাৰিটা সংখ্যা প্ৰকাশ পালেও তাৰ মাজেদিয়েই 'মৌ'য়ে সমাজ সমালোচনাৰ এটা আৰ্হি প্ৰতিষ্ঠা কৰি থৈ যায়। কাকতখনত সামাজিক, ৰাজনৈতিক সকলো বিষয়ৰ প্ৰবন্ধ প্ৰকাশিত হৈছিল। মৌৱে নতুন এচাম লেখক সৃষ্টি কৰাৰ লগে লগে অসমীয়া সাহিত্যৰ ক্ষেত্ৰখনো সম্প্ৰসাৰিত কৰিলে।

"আসাম বন্ধু' প্ৰকাশ বন্ধ হোৱাৰ আঠ মাহৰ পিছত প্ৰকাশিত বলিনাৰায়ণ বৰাৰ 'মৌ' ঔপনিৱেশিক যুগৰ এজন অসমীয়া বুদ্ধিজীৱিৰ বৌদ্ধিক অভিব্যক্তি। স্ত্ৰীশিক্ষা সম্পৰ্কেও বলিনাৰায়ণ বৰাৰ মত আছিল এনে ধৰণৰ—"তিৰোতাক পঢ়িবলৈ দিয়া বেয়া কথা নহয়, কিন্তু সেইবুলি যে তিৰোতা মানুহে মুনিহ মানুহৰ নিচিনাকৈ বি. এ., এম. এ. পৰীক্ষা দিয়া ভাল এনে বুলিব নোৱাৰি। কি ডাক্টৰ, কি উকীল হই মুনিহৰ ব্যৱসায়বোৰ চলাব ইও বাঞ্ছনীয় নহয়।"

বলিনাৰায়ণ বৰাই ভাৰতভূমিৰ উন্নতিৰ বাবে সকলোৰে মাজত সদ্ভাৱ বৃদ্ধিৰ পোষকতা কৰিছিল— "হে অসমীয়া, হৃদয় বহল কৰা, আৰু সেই বহল হৃদয়ত গোটেই ভাৰতবৰ্ষৰ সকলো জাতিক ভাতৃ স্থান দিয়া, পৰস্পৰৰ সামান্য বিভিন্নতা যিবোৰ আছে, সেইবোৰ যদি গুচাব পৰা যায় গুচোৱা, যদি নাযায় লুকাই থোৱা, আকাশত বিভিন্নতাৰ ছত্ৰ নুৰাই, যিহৰ দ্বাৰায় একতা সাধিত হ'ব, তাৰেহে ছত্ৰ লোৱা তেনে অসমৰো উন্নতি হ'ব আৰু ভাৰতবৰ্ষৰ উন্নতি হ'ব।"

'মৌ' কাকতৰ মৃত্যুত বেজবৰুৱাহঁতৰ প্ৰত্যক্ষ উদ্যোগ আছিল বুলি জনা যায়। এই সম্পৰ্কে আত্মজীৱনীৰ এঠাইত বেজবৰুৱাই লিখিছে—'আমি প্ৰতাপচন্দ্ৰ চাতুৰ্জী সেনৰ মেচত বহি সভাৰ উপৰি সভা কৰি মৌ মাৰিবলৈ কঁকালত টঙালি বান্ধি উঠিলোহঁক।" এনে কাৰণতে মৌ কাকতৰ পতন ঘটাৰ বিষয়ে খেদ কৰি মহেশ্বৰ নেওগে লিখিছে—"মৌ কাকতৰ নতুন ৰুচি সৃষ্টি কৰিবৰ যত্ন আৰু বেজবৰুৱা আদি উঠি অহা ডেকাৰ কুযত্নত কাকতখনি মৃত্যু এটি ৰহস্যজনক ঘটনা।"

'মৌ'ৰ যি স্বাধীন চিন্তা, মৌৰ যি গতানুগতিকতা বৰ্জন বৈশিষ্ট্য,

মৌৰ যি স্পষ্টবাদিতা আৰু নিৰ্ভীকতা সেইবোৰ তেতিয়া পঢ়ুৱৈ সমাজে ভালদৰে হৃদয়ংগম কৰিব নোৱাৰিলে। কাকতখনত প্ৰকাশিত প্ৰবন্ধ আৰু কবিতাৰ মাজেৰে অসমীয়া সমাজৰ দোষ-ত্ৰুটী আদি নিৰ্ভীক আৰু স্পষ্টভাৱে ব্যক্ত কৰিছিল আৰু এনে নিৰ্ভীকতাই আছিল কাকতখনৰ ঘাই বৈশিষ্ট্য। তেতিয়াৰ ইংলিচমেন আদি কাকতে 'মৌ'ৰ প্ৰশংসা কৰিছিল। মৌ কাকতখন আছিল ৩৬ পৃষ্ঠাযুক্ত।





# পৰিশিষ্ট

**নিৰ্ঘণ্ট ঃ**

## প্ৰথম অধ্যায়

অ

অমৃতপ্ৰিয়া দেৱী
অমৃতভূষণ দেৱঅধিকাৰী
অলিভাৰ টি কট্টৰ

আ

আত্মাৰাম শৰ্মা
আনন্দচন্দ্ৰ আগৰৱালা
আনন্দৰাম ঢেকিয়ালফুকন
আব্দুল মজিদ

ই

ইলাইজা হুইটনি ব্ৰাউন

উ

ড° উইলিয়াম কেৰি
উইলিয়াম ৰবিনছন
উত্তমচন্দ্ৰ বৰুৱা
উপেন্দ্ৰনাথ বৰুৱা
উপেন্দ্ৰনাথ শৰ্মা
উৎসৱানন্দ গোস্বামী

এ

এ. কে. গাৰ্নি
এচ. এম. হোৱাইটিং

এডোৱাৰ্ড ডব্লিউ ক্লাৰ্ক
এপলটন হাও ডেনফোৰ্থ

ক

কনক চন্দ্ৰ শৰ্মা
কমলাকান্ত ভট্টাচাৰ্য
কৰুণাভিৰাম বৰুৱা
কাতিৰাম দাস
কান্দুৰা বলিন স্মিথ
কালিনাথ হাজৰিকা
কালিৰাম বৰুৱা
কালিৰাম মেধি
কালিকিশোৰ ৰায়
কাশীনাথ দ্বিজ তামুলী ফুকন
কিনাৰাম সত্ৰিয়া
মুন্সী কেফায়ৎ উল্লা (উনৈশ শতিকা)
কৃষ্ণকান্ত ভট্টাচাৰ্য
কৃষ্ণপাল
কৃষ্ণপ্ৰসাদ আগৰৱালা
কৃষ্ণপ্ৰসাদ দুৱৰা

গ

গুঞ্জানন বৰুৱা
গুণাভিৰাম বৰুৱা
গোবিন্দ চন্দ্ৰ কটকী
গোবিন্দ দেৱমিশ্ৰ
গোবিন্দৰাম চৌধুৰী
গোবিন্দৰাম ভূঞা
গোপীনাথ চক্ৰৱৰ্তী





গোপীনাথ বৰদলৈ

ঘ

ঘনশ্যাম খাৰঘৰীয়া ফুকন
ঘনশ্যাম চৌধুৰী
ঘনশ্যাম বৰুৱা

চ

চন্দ্ৰকান্ত বিদ্যালংকাৰ
চন্দ্ৰধৰ ৰাজখোৱা
চন্দ্ৰশেখৰ বৰুৱা
মুন্সী চাখাৱত আলি (উনৈশ শতিকা)
চাৰ্লচ আলেকজেণ্ডাৰ ব্ৰুছ
চিকা দাস
চুচান আৰ. বি. ৱাৰ্ড
মঃ চুলেইমান খাঁ

জ

জয়চন্দ্ৰ চক্ৰৱৰ্তী
জ্ঞানদাভিৰাম বৰুৱা
ড° জি. এ. গ্ৰীয়াৰ্চন
জে. আৰ. কানিংহাম
জেমচ্. ৰে'

ত

তৰুণৰাম ফুকন
তাৰিণী দেৱী
তাৰিণী প্ৰসাদ সেন
তুলসীৰাম ডেকাবৰুৱা

দ

দয়াৰাম চেতিয়া
দত্তদেৱ গোস্বামী

দিবাকৰ শৰ্মা
দীননাথ বেজবৰুৱা
দুৰ্গানাথ চাংকাকতি
দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা
দুতিৰাম হাজৰিকা
দেৱীচৰণ বৰুৱা
দেৱনাথ বৰদলৈ
দেৱেন্দ্ৰনাথ বেজবৰুৱা
দেৱেন্দ্ৰ সেন বৰুৱা

ধ

ধৰ্মকান্ত গোঁহাই
ধনেশ্বৰ

ন

নগেন্দ্ৰ নাথ বসু
নন্দমোহন মজুমদাৰ
নবীনৰাম ফুকন
নৰনাথ মহন্ত
ড° নাথান ব্ৰাউন
নাৰায়ণ দেৱমিশ্ৰ
নাৰায়ণ চন্দ্ৰ বিদ্যাভূষণ
নিধিলিবাই ফাৰৱেল (নিধিৰাম ফাৰৱেল)
নীলকণ্ঠ বৰুৱা
নীলকুমুদ বৰুৱা

প

পৰশুৰাম দ্বিজ
পদ্মনাথ গোহাঞিবৰুৱা
পদ্মহাস গোস্বামী





পদ্মাৱতী দেৱী ফুকননী
পানীন্দ্ৰ নাথ গগৈ
পাৰ্বতীচৰণ সৰস্বতী
প্ৰসন্ন কুমাৰ ঘোষ
প্ৰতাপ চন্দ্ৰ গোস্বামী
পূৰ্ণকান্ত দেৱশৰ্মা
পূৰ্ণানন্দ ডেকাবৰুৱা

ফ

ফণীধৰ চলিহা

ব

বলদেৱ মহন্ত
বলদেৱ সূৰ্যখড়ি দৈৱজ্ঞ
বলৰাম খাৰঘৰীয়া ফুকন
বলিনাৰায়ণ বৰা
বাগীশ দ্বিজ
বাতিৰাম দাস (পেক)
বাবু ব্ৰজপতি বন্দোপাধ্যায়
বিদ্যাৰাম দত্ত
বিক্ৰীৰাম পাঠক
বিশ্বেশ্বৰ বৈদ্যধিপ
বিষ্ণুপ্ৰিয়া দেৱী
বেণুধৰ ৰাজখোৱা
বৃন্দাবন চন্দ্ৰ গোস্বামী

ভ

ভাৰত চন্দ্ৰ দাস
ভোগৰাম বৰুৱা
ভোলানাথ দাস

ম

ম.ৰ.ব.
মণিৰাম দেৱান বৰভাণ্ডাৰ বৰুৱা
মতিৰাম পণ্ডিত বৰদলৈ
মফিজুদ্দিন আহমদ হাজৰিকা
মহিমচন্দ্ৰ চক্ৰৱৰ্তী
মহীৰাম দাস
মহেন্দ্ৰনাথ মিশ্ৰ
মলো কাকতি
মহেশ্বৰ বৰুৱা
মাইৰাম বিদ্যাৰত্ন
ড° মাইলছ ব্ৰনছন
মাধৱচন্দ্ৰ বৰদলৈ
মাধৱৰাম শৰ্মা ঠাকুৰ
মুহিবুদ্দিন আহমেদ

য

যজ্ঞৰাম খাৰঘৰীয়া ফুকন
যাদুৰাম ডেকা বৰুৱা
যোগেশ্বৰ গোস্বামী

ৰ

ৰঘুদেৱ গোস্বামী
ৰজনীকান্ত চক্ৰৱৰ্তী
ৰজনীকান্ত বৰদলৈ
ৰজনী কুমাৰ পদ্মপতি
ৰত্নধৰ বৰুৱা
ৰমাকান্ত চৌধুৰী
ৰমাকান্ত বৰকাকতী





ৰতিকান্ত দ্বিজ
ৰবিচন্দ্ৰ ডেকা
ৰবিনাৰায়ণ বৰা
ৰত্নেশ্বৰ মহন্ত
ৰাধাকান্ত সন্দিকৈ
ৰাধানাথ চাংকাকতি
ৰাধানাথ ফুকন
ৰাধিকাৰাম ঢেকিয়ালফুকন
ৰুচিনাথ কামৰূপী
ৰুদ্ৰৰাম বৰদলৈ

ল

লম্বুৰাম চৌধুৰী
লৰফৰাম নাথ ভাৰবীয়া
ললিত চন্দ্ৰ ৰায়মেধি
লম্বোদৰ বৰা
লক্ষ্মীৰাম বৰা
লক্ষ্মীৰাম বৰুৱা
লক্ষ্মীনাথ বেজবৰুৱা

শ

শিৱদেৱ গোস্বামী
শিৱনাথ বুজৰবৰুৱা
শিৱনাথ ভট্টাচাৰ্য
শেহৰাম বাপু
শ্বেখ ফেৰাউদ্দিন
শ্ৰীকান্ত সূৰ্যবিপ্ৰ
শ্ৰীধৰ বৰুৱা
শ্ৰীমতী গাৰ্নি

শ্যামলাল চৌধুৰী

ষ

ষড়ানন ন্যায় তৰ্কতীৰ্থ

স

সত্যনাথ বৰা

সুধাধৰ শৰ্মা

সোণেশ্বৰ শৰ্মা

স্বৰ্ণলতা দেৱী

হ

হৰকান্ত বৰুৱা সদৰামীন

হৰিবিলাস আগৰৱালা

হলিৰাম ঢেকিয়ালফুকন

হলিৰাম মহন্ত ঠাকুৰ

হৰেশ্বৰ শৰ্মাবৰুৱা

হিতেশ্বৰ বৰবৰুৱা

হেমচন্দ্ৰ গোস্বামী

হেমচন্দ্ৰ বৰুৱা

হেৰিয়েট বি. এল. কট্টাৰ

## দ্বিতীয় অধ্যায়

আদ্যনাথ ভট্টাচাৰ্য ন্যায়ভূষণ

আনন্দৰাম বৰুৱা

গোপাল চন্দ্ৰ চক্ৰৱৰ্তী

গোপালচন্দ্ৰ তৰ্ক-স্মৃতি-ব্যাকৰণ-তীৰ্থ

গোপালদেৱ বিদ্যাবাগীশ

গোপীনাথ শৰ্মা স্মৃতি জ্যোতিষৰত্ন

গৌৰীকান্ত ভট্টাচাৰ্য সাৰ্বভৌম

চন্দ্ৰকান্ত বিদ্যালংকাৰ





জন্মেজয় অধ্যাপক (ভট্টাচাৰ্য)

জীৱনাথ অধ্যাপক

ধীৰেশ্বৰাচাৰ্য

নাৰায়ণ চন্দ্ৰ শৰ্মা বিদ্যাভূষণ

পদ্মনাথ ভট্টাচাৰ্য বিদ্যাবিনোদ

পুষ্পকান্ত শাস্ত্ৰী

পুষ্পচন্দ্ৰ গোস্বামী ন্যায়ৰত্ন

বাসুদেৱ শৰ্মোপাধ্যায়

বিদ্যাদত্ত কবিৰত্ন

মহীৰাম বিদ্যাৰত্ন

ৰঘুনাথ শিৰোমণি

ৰমানাথ বিদ্যালংকাৰ

ৰামনাথ দেৱশৰ্মাপাধ্যায় বিদ্যাভূষণ

ৰুচিনাথ শৰ্মা

ৰূপেশ্বৰ দেউ (ৰূপেশ্বৰ বুজৰবৰুৱা স্মৃতিৰত্ন)

সত্ৰাধিকাৰ ললিতচন্দ্ৰ গোস্বামী

লক্ষ্মীকান্ত কবিৰত্ন

লক্ষ্মীনাথ পঞ্চতীৰ্থ

(পণ্ডিত) লক্ষ্মীনাথ শৰ্মা

শম্ভুনাথ শাস্ত্ৰী স্মৃতি-ব্যাকৰণতীৰ্থ

শিৱনাথ বুজৰবৰুৱা স্মৃতিতীৰ্থ

সত্যনাথ গোস্বামী (ঊনবিংশ শতিকা)

সৰ্বানন্দ ভট্টাচাৰ্য

সাৰদাকিংকৰ বিদ্যাবাগীশ

সিদ্ধনাথ বিদ্যাবাগীশ

সোনাপতি বিদ্যাবাগীশ

## তৃতীয় অধ্যায়

(কেপ্টেইন) আদাম হোৱাইট (পাছলৈ লে. কৰ্ণেল)
(কেপ্টেইন) ই. টি. ডেল্টন
(চাৰ) আলেকজেণ্ডাৰ মেকেঞ্জি
(চাৰ) উইলিয়াম ৱাৰ্ড
এ. জে. মফাট মিলছ
লে. কৰ্ণেল পি. আৰ. টি. গৰ্ডন
(মেজৰ) এইচ. এইচ গডউইন অষ্টিন
ডাঃ বুকানন হেমিল্টন
(কৰ্ণেল) এচ. এফ. হানে
(চাৰ) এডৱাৰ্ড গেইট
ডেভিদ স্কট
(লেফটেনেণ্ট কৰ্ণেল) এফ. জেনকিন্স
জৰ্জ আব্ৰাহাম গ্ৰীয়াৰ্চন
জন পিটাৰ ৱেড
জন ষ্টুৱাট মিল
জন বাটলাৰ
জি. ডব্লিউ ৱেষ্টমেকট
(ড°) জে. এন. ম'চাচ
(কেপ্টেইন) থমাচ ৱেলছ (পাছলৈ কৰ্নেল)
(কেপ্টেইন) ৰবাৰ্ট পেম্বাৰটন (পাছলৈ লেফটেনেণ্ট কৰ্ণেল)
মিষ্টাৰ জিৰাল্ড এগ্ৰিউ স্মল
মিষ্টাৰ এফ. ডব্লিউ চুদমাৰচন
টি. চি. ৰবাৰ্টছন
ডব্লিউ চুডমাৰ্ছন
ডেভিড স্কট





পি. আৰ. টি. গৰ্ডন
ডাঃ বুকানন হেমিলটন
হেনৰি ষ্টিডমেন কটন

## চতুৰ্থ অধ্যায় (সময়ানুক্ৰমিক)

অৰুণোদই সংবাদ-পত্ৰ
আসাম বিলাসিনী
আসাম দীপক
চন্দ্ৰোদয়
আসাম দীপিকা
গোৱালপাৰা হিতসাধিনী
আসাম মিহিৰ
আসাম দৰ্পণ
আসাম তৰা
ল'ৰা-বন্ধু
জোনাকী
বিজুলী
আসাম
দি টাইমছ অব আসাম
আসাম বন্তি
আসাম নিউচ
আসাম বন্ধু
মৌ

## গ্ৰন্থপঞ্জী ঃ


গোস্বামী, প্ৰফুল্লদত্ত ঃ কমলাকান্ত ভট্টাচাৰ্য ৰচনাৱলী
গোস্বামী, যতীন্দ্ৰনাথ ঃ অসমীয়া সাহিত্যৰ চমু বুৰঞ্জী
ডেকা, নমিতা ঃ বৰণীয় (অসম সাহিত্য সভাৰ সভাপতিসকল)
তালুকদাৰ, নন্দ ঃ সংবাদ-পত্ৰৰ ৰ'দ কাঁচলিত অসমীয়া সাহিত্য
নাথ, যতীন্দ্ৰমোহন ঃ জীৱনী-কোষ
নেওগ, ডিম্বেশ্বৰ ঃ নতুন পোহৰত অসমীয়া সাহিত্যৰ বুৰঞ্জী
নেওগ, মহেশ্বৰ ঃ অসমীয়া সাহিত্যৰ ৰূপৰেখা
নেওগ মহেশ্বৰ (সম্পা.) ঃ অৰুণোদই
বৰ্মন, শিৱনাথ ঃ অসমীয়া জীৱনী অভিধান
বৰুৱা, গুণাভিৰাম ঃ আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত
বৰুৱা, প্ৰদীপা ঃ এশগৰাকী মনীষী
ভট্টাচাৰ্য, বসন্ত কুমাৰ ঃ অৰুণোদয় যুগৰ অসমীয়া সাহিত্য
ভট্টাচাৰ্য, হৰিশ্চন্দ্ৰ ঃ অসমীয়া নাট্য-সাহিত্যৰ জিলিঙনি
ভূঞা, যোগেন্দ্ৰনাৰায়ণ (সম্পা.) ঃ বিশ্বকোষ (চতুৰ্থ খণ্ড, অসম সাহিত্য সভা)
শৰ্মাদলৈ, হৰিনাথ ঃ অসমীয়া সাহিত্যৰ পূৰ্ণ ইতিবৃত্ত
শৰ্মা, সত্যেন্দ্ৰনাথ ঃ অসমীয়া নাট্য সাহিত্য
অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত
শৰ্মা, কনকচন্দ্ৰ ঃ সাহিত্য সংবাহন, সাহিত্য-চিন্তা বিবিধা, তেজপুৰ নাম ইটো নগৰ বিশেষ, গৌৰৱ-ৰবি আনন্দচন্দ্ৰ বৰুৱা,
শৰ্মা, শৰৎচন্দ্ৰ ঃ শৰৎচন্দ্ৰ শৰ্মা ৰচনাৱলী (১ম খণ্ড)






## গ্ৰন্থসূচী

### অ


অংক পাঠ
অষ্টাবক্ৰৰ আত্মজীৱনী
অনাদি-পতন
অপিলা
অভিমন্যু বধ
আংগিলা
অৱতাৰবাদ
অমৰসিংহজ নামলিংগানুশাসনম্
অশিক্ষিত ঘৈণী
অশৌচ বিজ্ঞান
অশৌচ কল্পলতিকা
অসম কোম্পানীৰ বিৱৰণ
অসম বুৰঞ্জী
অসমীয়া আদিপাঠ (১ম, ২য় ভাগ)
অসমীয়া ইংৰাজী অভিধান
অসমীয়া খণ্ড বাক্যকোষ
অন দা এনচিয়েণ্ট জিঅ'গ্ৰাফী অব ইণ্ডিয়া
অসমীয়া পদাৰ্থ বিদ্যা
অসমীয়া পঞ্জিকা
অসমীয়া প্ৰবচন
অসমীয়া বিবাহ পদ্ধতি (Assamese Marriage System)
অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব
অসমীয়া ভাই
অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জী
অসমীয়া ভাষাৰ মূলকথা

অসমীয়া ভাষাৰ সংক্ষেপ শ্ৰীমদ্ভাগৱত
অসমীয়া ভাষাৰ ক্ষেত্ৰ জ্যামিতি
অসমীয়া মৌখিক অঙ্ক
অসমীয়া ব্যাকৰণ
অসমীয়া আশুবোধ ব্যাকৰণ
অসমীয়া ল'ৰাৰ ভূগোল
অসমীয়া ল'ৰাৰ ব্যাকৰণ
অসমীয়া ল'ৰাৰ মিত্ৰ
অসমীয়া ল'ৰাৰ শিক্ষাসাৰ

আ

আকাশ-ৰহস্য
আখৰ চিনা
আখ্যানমালা
আচাৰ্য সংহতি
আচাৰ বিজ্ঞান
আছাম বুৰঞ্জি (বাংলা ভাষাত ৰচিত) হলিৰাম ঢেকিয়ালফুকন
আছাম বুৰন্‌জি পুথি
আছামিজ ডেমনলজি
আছামিজ পপুলাৰ ছুপাৰষ্টিশ্বনছ
আত্ম-পৰিচয়
আত্মজীৱনী
আদৰ্শ পুথি
আদিপাঠ
আদিপাঠ, আগছোৱা
আদিপাঠ, মাজছোৱা
আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন-চৰিত
আভাস





আৰ্যাৱলী
আসাম দ্বন্দ্ববিধি আইন
আৰ্হি তিৰোতা
আহোমৰ দিন

ই

ইংৰাজী অসমীয়া খণ্ডবাক্য
ইংৰাজী অসমীয়া শব্দকোষ
ইংৰাজী অসমীয়া শব্দমালা
ইংলেণ্ডৰ বিৱৰণ
ইতিহাসমালা
ইহুছয়াৰ আৰু বিচাৰকৰ্তাৰ পুথি
India and Home Memories
India in Transition

উ

উজু কবিতা
উপযোগিতাবাদ
উৎকল খণ্ড

ঋ

ঋতুবৰ্ণন

এ

এ কম্পেনিয়ন টু দা সংস্কৃত ৰিডিং আণ্ডাৰ গ্ৰেজুৱেটছ অৱ দা কেলকাট্টা ইউনিভাৰ্চিটি
এ গ্ৰামাৰ অব দি এছামিছ লেংগুৱেজ
এ গ্ৰামাৰ অব দি নেপালী লেংগুৱেজ
এ গ্ৰামাৰ অব দি বেংগলী লেংগুৱেজ
A Geographical Sketch of Assam
এ গ্লিম্পচেচ অব আছাম

A descriptive Account of Assam
এলোকেশী বেশ্যাৰ বিষয়
এ প্ৰেকটিকেল ইংলিচ-সংস্কৃত ডিক্সনেৰী
A History of Assam
An Account of Assam
A Few Remarks on the Assamese language

ক

কৰ্ণ খাদক
কংগ্ৰেছ গাইড
কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত
কটে আৰু যোগাত্মকবাদ
কঠিন শব্দৰ ৰহস্য ব্যাখ্যা
কথাৰে উপনিষদ
কঃপন্থা
কবিতা পুথি
কবিতামালা
কবিতালতা
কবিতাহাৰ
কমতাপুৰ ধ্বংস
কলঙ্ক ভঞ্জন
কলিযুগ
কলি-ভাৰত বুৰঞ্জী
কল্কি পুৰাণ
কাণখোৱা
কানীয়াৰ কীৰ্তন
কাব্য কুসুম
কামৰূপী গীত



অসম লেখক-কোষ

কামৰূপী বিৱৰণ
কামৰূপ শাসনাৱলী
কামাখ্যা যাত্ৰা পদ্ধতি
কামিনীকান্ত
কাৰ্য পৰিচয়
কাৰ্য প্ৰৱেশ
কাৰ্যশিক্ষা
কাৰক, সমাস আৰু শব্দৰ টীকা
কীৰ্ত্তন
কুটুম
কুৰি শতিকাৰ সভ্যতা
কুলাচল বধ
কুসুম কুমাৰী
কৃষি দৰ্পণ
কৃষ্ণলীলা
কৃৎ প্ৰদীপিকা
কৃষ্ণলীলামৃত
কেন্দ্ৰসভা
কেলি ৰহস্য
কোমলপাঠ

খ

খৰ্গনাৰায়ণ বংশাৱলী

গ

গঙ্গাগোবিন্দ ফুকন
গণনাৰ আদি পুথি
গণনাৰ পুথি (বা অংক বিষয়ক পুথি)

গণিতবোধ
গণিত শাস্ত্ৰ
গদ্য প্ৰকাশ
গূঢ়াৰ্থ প্ৰকাশিকা
গাঁওবুঢ়া
গীতগোবিন্দ
গীতাৱলী
গুণমালা
গুৰু আহিল তোমাক মাতিছে
গুৰুদক্ষিণা
গুৰু-চৰিত
গুৰু শিষ্য
গোপ লীলা
গোবিন্দ গুণমালা
গোবিন্দ চৰিত
গোৱালপাৰাৰ পুথিৰ বিৱৰণ
গোৱালপাৰাৰ পুৰণি বিৱৰণ
Grammatical notices on the Assamese Language
চ
চকুলো
চন্দ্ৰকান্ত অভিধান
চন্দ্ৰসম্ভৱ
চন্দ্ৰহংস
চিকাৰ কাহিনী
চিন্তাকলি
চিন্তা তৰংগ
চিন্তা তৰংগিনী





চিন্তানল
চুতীয়া বুৰঞ্জী
চেতাৰ শিক্ষা
চৈতন্যদেৱ
চোৰৰ সৃষ্টি
ছ
ছাৰ উইলিয়াম হেমিল্টনৰ দৰ্শনৰ সমীক্ষা
জ
জখলাবন্ধা সত্ৰগীত
জন্মান্তৰৰ ৰহস্য
জৰিপ
জয়দ্ৰথ বধ
জ্যামিতি
জাত্ৰিকৰ যাত্ৰা
জ্ঞানাঙ্কুৰ
জ্ঞান মালিনী
জ্ঞানমঞ্জৰী
জ্ঞান-সোপান
জ্ঞানৰ সিপাৰে
জ্ঞানোদয়
জিঅ'গ্ৰাফি অব ইণ্ডিয়া
জিলিকনি
জীৱনাদৰ্শ
জীৱন সন্ধিয়া
জীৱন স্মৃতি আৰু প্ৰাচীন কামৰূপী সমাজ
ট
টোপনিৰ পৰিণাম

ড

ডাক-ভণিতা

ডেচডিমোনা

ঢ

ঢোপাকলি

ত

তৰ্কশাস্ত্ৰ ব্যৱস্থা

তৰুণৰাম ফুকনৰ জীৱনী

তত্ত্ব-পাৰিজাত

তাম্ৰেশ্বৰী মন্দিৰ

তিৰোতাৰ আত্মদান কাব্য

তুতিগীত

থ

থাম্বা-থুইবী

দ

দৰং ৰাজ-বংশাৱলী

দশগীত

দশকৰ্ম দৰ্পণ

দক্ষযজ্ঞ

দক্ষিণপাট সত্ৰৰ বুৰঞ্জী

দয়াকৰ জীৱন-চৰিত

দন্দুৱা দ্ৰোহ

দ্বাদশ প্ৰবন্ধ

দি থিঅ'ৰি অব ৰি বাৰ্থ

দি সাংখ্যকাৰিকা অব ঈশ্বৰকৃষ্ণ

দিহিং সত্ৰৰ বুৰঞ্জী

দীপিকা দ্ৰোহ





দীপিকা ছন্দ

দুৰ্যোধনৰ উৰু ভংগ

দুৰবীণ

দেহাৰ প্ৰলয়

দ্ৰৌপদী হৰণ

দ্ৰৌপদীৰ সয়ম্বৰ

দৈৱজ্ঞ ভাস্কৰ

ধ

ধৰ্ম সম্বন্ধীয় তিনিখন ৰচনা

ধৰ্মপুস্তক

ধ্ৰুৱচৰিত

ধাতু মঞ্জৰী

ধাতুবৃত্তিসাৰ

ন

নৰকৰ বিৱৰণ

নব্যনায়ৰ নৈয়ায়িক-পুথি

নামগোৱা কবিতাৰ পুথি

নামঘোষা অৰ্থ প্ৰকাশ

নিউ ইণ্ডিয়া

নিগ্ৰো

নিংনি ভাৰৰীয়াৰ গীত

নিৰ্মল ভকত

নানাৰ্থ সংগ্ৰহ

নিস্তাৰৰ উপাই

নিমি-নৱ-সিদ্ধ সংবাদ

নিম্ন প্ৰাইমাৰী পাঠ

নীতিকথা

নীতি লতাঙ্কুৰ
নীতি সপোন

প

পঞ্চকন্যা
পঞ্চ কবিতা
পঞ্চভাষা প্ৰদীপ
পচতি
পদমঞ্জৰী
পদ্যমালা
পদাৰ্থ বিজ্ঞান
পদুম কুঁৱৰী
পৰিমিতি
পঢ়াশলীয়া অভিধান
প্ৰভু যীশুখ্ৰীষ্টৰ অৱতাৰ বিৱৰণ
প্ৰমীলা
প্ৰসংগ-প্ৰণালী
প্ৰেতকৰ্ম দৰ্পণ
পাটীগণিত
পাঠমালা
পাপ ক্ষেমা পোৱা এজনী
প্ৰতিনিধিত্বমূলক চৰকাৰ
প্ৰাকৃতিক চিকিৎসা (প্ৰথমছোৱা, দ্বিতীয়ছোৱা)
প্ৰাচীন কামৰূপী সমাজ
প্ৰায়শ্চিত বিধান
পিতাম্বৰ সিদ্ধান্তবাগীশৰ দায় কৌমুদীৰ টীকা
পুনৰুত্থান
পুৰণি অসমত এভুমুকি





পুৰণি নিয়ম
পুৰণি নিয়ম (Old Testament-ৰ ভাঙনি)
পুষ্পমালাপৰ্ণ

ফ

ফকৰা পুথি
ফকৰা-যোজনা
ফুল
ফলা
ফল্গু পুৰাণ
ফুলমণি ও করুণাৰ বিৱৰণ

ব

বঙাল-বঙালনী
বছেৰেকীয়া কাৰ্য-বিৱৰণী
বৰ্ণশিক্ষা (১ম, ২য় আৰু ৩য় ভাগ)
বনিয়াসকল অসমলৈ অহাৰ বৃত্তান্ত
বৰপেটা হিতসাধিনী সভাৰ প্ৰথম বছৰেকীয়া কাৰ্য-বিৱৰণী
বলিছলন
ব্যৱহাৰ দৰ্পণ
ব্যৱহাৰিক মৌখিক গণনা
বস্তু শিক্ষা
বহল ব্যাকৰণ
বাইবেল
বাঁৰীৰ মিত্ৰ
বালীবধ
বামন'জ কাব্যালংকাৰ সূত্ৰবৃত্তি
বাগভট্টালংকাৰ এণ্ড ভোজবাজ'জ্ সৰস্বতী কণ্ঠাভৰণম্

বাহিৰে ৰংচং ভিতৰে কোৱাভাতুৰি
ব্ৰাহ্ম ধৰ্মনো কাক বোলে
ব্ৰাহ্ম ধৰ্মৰ লক্ষণ
বাঁহী
বিজনীৰ ৰাজবংশ
বিজ্ঞানৰ সিপাৰে
বিধৱা বিবাহ খণ্ডন
বিনই বচন
বিৰহিনী বিলাপ
বিলাতৰ চিঠি
বিশ্বকানন
বিশ্ব দৰ্পণ
বৃত্ত মঞ্জৰী
বিহু
বুকছ অব কিংছ ভাঙনি
বুকছ অব ছেমুৱেল বাইবেলৰ ওল্ড টেষ্টামেণ্টৰ
বুৰঞ্জী-বিবেক-ৰত্ন
বৃষকেতু
বেজদলৈ ভণ্ডাৰী বৰুৱাৰ ইতিবৃত্ত
বেজবৰুৱা বংশাৱলী
বেদান্ত দৰ্শন
বেলিমাৰৰ বুৰঞ্জী
বেহেলা শিক্ষা
বৈদেহী বিচ্ছেদ
বৈষ্ণৱ ধৰ্ম
বৈষ্ণৱ কীৰ্তন





Brief Vocabulary in English and Assamese with Rudimentory Excercises

ভ

Vocabulary and Phrases in English and Assamese
ভক্তি-ৰত্নাকৰ
ভ্ৰমৰংগ
ভাগৱত ৰত্ন
ভানুমতী
ভাৰতবৰ্ষৰ বুৰঞ্জী
ভাৱ চৰিত
ভূমিকম্প
ভূগোলৰ বিৱৰণ
ভূমি পৰিমাণ
ভেনিচৰ সাউদ
ভীম চৰিত
ভোটপৰ্ব

ম

মঞ্জৰীএয়ম্
মণিৰাম দেৱান
মতিৰ যুকা
মনোমতী
মধুমালতী
মহৰী
মহাজন
মহাপুৰুষ শংকৰদেৱৰ বাণী
মহাসতী জয়মতী
মন্নাম ঘোষা

মাধৱ কন্দলীৰ ৰামায়ণ
মাধৱদেৱ
Merchant of venice (অসমীয়া ভাঙনি)
Memories
মালচ
মালতী
মালা-প্ৰকাশ
মালিনীৰ বীণ
মালৌ পথাৰ বুৰঞ্জী
মিনতি
মিৰি জীয়ৰী
মূলাগাভৰু
মেম
য
যজুবেদীয় দশকৰ্ম্ম পদ্ধতি
যমপুৰী
যুদ্ধক্ষেত্ৰত আহোম ৰমনী
যোগ-বশিষ্ঠ ৰামায়ণৰ ভাঙনি
যৌনতত্ত্ব
ৰ
ৰহস্যমঞ্জুৰী
ৰুক্মিণী হৰণ
ৰুক্মিণী হৰণ কাব্য
ৰঙ্গিলী
ৰঙ্গিলীৰ পুথি
ৰত্নমণি





ৰত্নমালা
ৰুথ আৰু যোচেফৰ কাহিনী
ৰুথৰ বিৱৰণ
ৰসিক পুৰাণ
ৰহদৈ লিগিৰী
ৰাজনৈতিক অৰ্থবিজ্ঞানৰ সূত্ৰ
ৰাধা-ৰুক্মিণীৰ ৰণ
ৰাধিকাৰ মানভঞ্জন (বাংলা ভাষাত ৰচিত)
ৰামচৰিত-মানস
ৰাম-নৱমী
ৰাম-বনবাস (বাংলা ভাষাত ৰচিত)
ৰাম বিজয়
ৰাৱণ বধ
ল
লখিমী তিৰোতা
লক্ষ্মীচৰিত
লঘু ৰত্নমালা
ল'ৰা-কবিতা
ল'ৰাপাঠ (প্ৰথম, দ্বিতীয় ভাগ)
ল'ৰাবোধ
ল'ৰাৰ নিজা পুথি
ল'ৰা-শিক্ষা (তিনিছোৱা)
লীলা-মালা
Linguistic Survey of India
লিতিকাই
শ

শংকৰদেৱৰ উৰ্দ্ধ-অধঃপুৰুষৰ সংক্ষিপ্ত বংশাৱলী
শংকৰ-মাধৱ
শ্বৰ্ট একাউন্ট অব আছাম
শব্দমঞ্জৰী
শোক-প্ৰকাশ
শ্ৰীশ্ৰী গোপালদেৱ চৰিত
শ্ৰাদ্ধ-পদ্ধতি
শ্ৰী মদ্ভাগৱতগীতা
শ্ৰীসন্নাম ঘোষা
শ্ৰী তত্ত্বচিন্তামণি
স
Social History of Kamarupa
সংখ্যা দৰ্শন
সংস্কৃত বাক্যাৱলী
সংগীতকোষ
সংগীত সাধনা
সৰ্বজান
স্যমন্ত হৰণ
সৰগৰ বিৱৰণ
সৰল ক্ষেত্ৰ
সৰলক্ষেত্ৰ জ্যামিতি
সৰু ল'ৰা গান
সমাজবাদৰ অধ্যায়
সংসাৰ কানন
সহজ ধাৰাপাত
সহজ চিকিৎসা



অসম লেখক-কোষ

সৎসন্ধী আলগা দামোদৰী সত্ৰ
স্বপ্নপৰ্ব
সাধুকথা
সাধুৰ পুথি
স্বাধীনতা
Studies in the Vaisnava Literature and Culture and culture of Assam
সাতাৱন ছাল
সাৰথি
সাহিত্য প্ৰৱেশ
সাহিত্য বিচাৰ
স্বাস্থ্য কথা বা গা ভালে ৰাখিবৰ উপায়
স্বাস্থ্যপাঠ
স্বাস্থ্যবিধি
Hindu objections to Christian Religion Answered
সিপুৰীৰ বাতৰি
সীতা হৰণ
সীতাহৰণ কাব্য
সুধৰ্মাৰ উপাখ্যান
শুভঙ্কৰী মৌখিক অংক
সেই দিনবোৰ মনত পৰে
সেউতী কিৰণ
স্তুতিমালা
হ
হৰকান্ত বৰুৱা সদৰামিনৰ আত্মজীৱনী
হৰিদেউ কানীয়াৰ কথা
হৰধনুভংগ

হৰিশ্চন্দ্ৰ
হৰি-সংকীৰ্তনম্
হৰ্ষ-বিষাদ বিষয়ক ৰচনা
হৰ্ষ প্ৰকাশ
হাৰমনিয়ান শিক্ষা
হিতকথা
হিতসাধিকা
History of the North-East of Bengal
হিষ্টৰিকেল স্কেচ্ছেছ অব অল্ড আছাম
হায়াৰ সংস্কৃত গ্ৰামাৰ ঃ জেণ্ডাৰ এণ্ড ছিনটেক্স
হিন্দু ধৰ্মৰ চমু আভাস
হিন্দুধৰ্মৰ সাৰ
হিন্দুস্থানৰ বুৰঞ্জী
হেমকোষ অভিধান
হেমপ্ৰভা

য়

য়িহুছয়াৰ আৰু বিচাৰ কৰ্তাৰ পুথি

## অনুবাদ গ্ৰন্থ

কাণখোৱা
গুণমালা
দদাইৰ পঁজা
যোগ বশিষ্ঠ ৰামায়ণ
Way to Health
ধৰ্ম পুৰাণ
সুতিকা পটল
নামঘোষা





বিপ্ৰ দামোদৰ
ভাৰতীয় দণ্ডবিধি আইন
হিতোপদেশ
শকুন্তলা
হেৰিয়েট বীচাৰ ষ্টোৰ
Hindu objections to Christian Religion Answered

### সম্পাদিত গ্ৰন্থ

অংকাৱলী
কাণখোৱা
কীৰ্তনঘোষা
গুণমালা
দশম
নামঘোষা
নামছন্দ আৰু শৰণছন্দৰ যুগল পুথি
প্ৰহ্লাদ চৰিত
Phrases in English and Assamese
বৰগীত
ভটিমা
ভীমচৰিত
শ্ৰীমদ্ভাগৱত গীতা
ৰত্নাৱলী
শংকৰ চৰিত

### অপ্ৰকাশিত গ্ৰন্থ

অসম
অসম কুসুম
অসমীয়া ইংৰাজী অভিধান

আঁজলি
জনক জীয়ৰী
জ্ঞানসিন্ধু
তলসৰা ফুলৰ আঁজলি
নল-দময়ন্তী
পদুমণি
প্ৰবন্ধমালা
বৈদেহীৰ নিৰ্বাসন
ৰাৱণ বধ
শান্তিকুঞ্জ
শ্ৰীৰামচন্দ্ৰৰ বিজয়োৎসৱ
সুভদ্ৰা হৰণ
সংগীতৰত্ন
সাম্প্ৰদায়িক পৰিচয়

অসমৰ জাতীয় জীৱনলৈ

# অসম সাহিত্য সভাৰ

## এক দৃঢ় বৌদ্ধিক পদক্ষেপ

অসমীয়া ভাষাত

# বিশ্বকোষ

ইতিমধ্যে প্ৰকাশিত দহটা খণ্ডৰ পুনৰ্মুদ্ৰণৰ লগতে
স্বাস্থ্য আৰু চিকিৎসা খণ্ডৰ দুটা নতুন সংযোজন।

লগতে শ্ৰীমন্ত শংকৰদেৱ কোষ, অসম কাব্য-কোষ,
অসমৰ জনজাতি-কোষ, অসমৰ নাট্য-কোষ,
অসমৰ চাহ জনগোষ্ঠীয়-কোষ আদিৰ প্ৰস্তুতি।